# কেতেকীয়ে নিবিনাব কিয়

নিৰুপমা বৰগোহাঞি



বুক লেণ্ড
পাণবজাৰ, গুৱাহাটী-১

# পাতনি



বহুত দিন আগৰ কথা, মই বাতৰি কাকতত স্তম্ভ লেখিকা হৈ এই গ্ৰন্থখনত সন্নিবিষ্ট জাতীয় চুটি ৰচনাবোৰ লিখিবলৈ আৰম্ভ কৰাৰ পিছত এবাৰ এজন পাঠকে কৈছিল — 'আপোনাৰ গল্পতকৈয়ো এনে খুচুৰা লেখাবোৰ পঢ়িহে বেছি ভাল লাগে' — মোৰ প্ৰথম প্ৰতিক্ৰিয়া আছিল ক্ষুণ্ণ হোৱাৰ, ইমান কষ্ট কৰি, ইমান ভাবি-চিন্তি দীঘল দীঘল গল্পবোৰ এনেয়ে লিখি মৰিলোঁ ইমান দিনে সপ্তাহে বাধ্যতামূলক কৰা এই চুটি ৰচনাবোৰ লিখিলেই হ'লহেঁতেন দেখোন। আকৌ মনতপৰি গ'ল তাৰো আগৰ এজন পাঠকৰ মন্তব্যলৈ, তেতিয়া মই 'দৈনিক জনমভূমি' কাকতত ৰবিবাৰে 'নানাৰঙী' নামৰ শিতান এটাত এই জাতীয় খুচুৰা লেখা লিখিছিলোঁ, তেতিয়া এবাৰ এজন পাঠকে কৈছিল যে তেওঁ বৃত্তিত এজন ডাক্তৰ বাবে পঢ়ামেলা কৰিবলৈ বৰকৈ সময় নেপায়, কিন্তু তেওঁৰ 'নানাৰঙী' শিতানটো বৰ প্ৰিয়, সেয়ে সময় পালেই উলিয়াই পঢ়িবলৈ ৰবিবাৰৰ 'দৈনিক জনমভূমি'বোৰ সাঁচি থয়।

মোৰ এনে ধৰণৰ লেখাৰ পাঠকো যে আছে (আৰু যাৰ বাবে গল্পতকৈও এইবোৰ প্ৰিয়) সেই কথাৰ উমান পায়ে এইবাৰৰ এই সংকলনখন অলপ ডাঙৰকৈয়ে উলিয়াবলৈ মনস্থ কৰিলোঁ। আশাকৰো সহৃদয় পাঠকে আদৰি ল'ব। এইবাৰ মোৰ গ্ৰন্থ প্ৰকাশ কৰিবলৈ নতুনকৈ এটা প্ৰকাশন সংস্থা আগবাঢ়ি আহিছে, তেওঁলোকৰ নাম 'বুকলেণ্ড'। এই ছেগতে তেওঁলোককো ধন্যবাদ জনালোঁ।

ইতি
বিনীতা
নিৰুপমা বৰগোহাঞি





## ঃ উছৰ্গা ঃ

মোৰ এনে খুচুৰা লেখা

ভালপোৱা সমূহ

পাঠক-পাঠিকাৰ হাতত

গ্ৰন্থখন

অৰ্পন কৰিলোঁ।





# সূচীপত্ৰ

# ত্ৰিপুৰা, সন্ত্ৰাসবাদ আৰু প্ৰেম

যোৱা ২০০২ চনৰ ২ ডিচেম্বৰত 'অসমীয়া খবৰ'ৰ প্ৰথম পৃষ্ঠাতে চৈয়দ জাবিৰ হুছেইনৰ এটা বিশেষ প্ৰতিবেদন পঢ়িবলৈ পাইছিলো যাৰ শিৰোনাম আছিল এইটো ঃ 'উগ্ৰপন্থীৰ মাজত মহিলা সদস্যা ঃ হঠাৎ জাগিছে গভীৰ প্ৰেম।' এই প্ৰতিবেদনটোত লেখকে ত্ৰিপুৰাৰ উগ্ৰপন্থীসকলৰ বহুতৰ মাজত কেনেকৈ প্ৰেমৰ জাগৰণ হৈছে সেই বিষয়ে বহলাই লিখিছে।

প্ৰতিবেদনটো পঢ়ি পঢ়ি মোৰ মনটো উভতি গৈছিল ১৯৮০ চনলৈ - যেতিয়া মই ত্ৰিপুৰাৰ সংহতি বিষয়ক নেশ্বনেল ছেমিনাৰ এখনত যোগ দিবলৈ গৈছিলো, তেতিয়া তাত সন্ত্ৰাসবাদীসকলে মান্দাইৰ দৰে ভয়ংকৰ হত্যালীলা এটা সংঘটিত কৰিছিল। সেই হত্যাকাণ্ডৰ মাজতো যেন মানুহৰ মনত দয়া, প্ৰেম, করুণাৰ এটা দৃশ্য সংঘটিত হৈছিল আৰু ত্ৰিপুৰাৰ পৰা উভতি আহি 'ত্ৰিপুৰা ৰাজ্যত চাৰিদিন' নামেৰে মই তেতিয়া মুখ্য সম্পাদিকা হিচাপে কাম কৰা 'সাপ্তাহিক সাঁচিপাত'ত এটা ধাৰাবাহিক লেখা লিখিছিলো। এতিয়া 'খবৰ'ৰ এই বিশেষ প্ৰতিবেদনটোৱে মোক সেই স্মৃতি পুনৰাই ৰোমন্থন কৰিবলৈ উদ্বুদ্ধ কৰিলে, লগতে আন এটা কথাও আছে যাৰ বাবেও মই এই লেখা লিখিব ওলাইছো — এইবাৰ নৰ্থ ইষ্ট বুক ফেয়াৰৰ প্ৰধান বিষয় হ'ল ত্ৰিপুৰা।

১৯৮০ চনৰ দুই আৰু তিনি নৱেম্বৰৰ দিনা আগৰতলাত সেই জাতীয় সংহতি বিষয়ক আলোচনা-চক্ৰখন অনুষ্ঠিত হৈছিল আৰু তালৈ মোৰ বাহিৰেও অসমৰ নুৰুল হুদা আৰু নিশীথ দাস নামৰ শিলচৰ অঞ্চলৰ চি পি এমৰ এম এল এ দুজন আমন্ত্ৰিত হৈ গৈছিল। ভাৰতৰ অন্যান্য

ৰাজ্যৰ আমন্ত্ৰিত ব্যক্তিসকল আছিল - (সৰ্বশ্ৰী) কে পি উন্নীকৃষণ, সলিল চৌধুৰী, পশ্চিমবংগৰ স্পীকাৰ মনচুৰ হবিবুল্লা, সেই ৰাজ্যৰে চি পি এমৰ এম পি সমৰ মুখাৰ্জী, আনন্দবাজাৰ গোষ্ঠীৰ সংবাদদাতা ৰণজিৎ ৰায়, কেৰালাৰ সাংবাদিক গোবিন্দ পিল্লাই, ভূতপূৰ্ব কেন্দ্ৰীয় শ্ৰম-মন্ত্ৰী কে ভি ৰঘুনাথ ৰেড্ডী আৰু বংগৰ ফৰোৱাৰ্ড ব্লকৰ এম পি নিৰ্মল বসু। আলোচনা-চক্ৰখন উদ্বোধন কৰিছিল তেতিয়াৰ মুখ্যমন্ত্ৰী নৃপেন্দ্ৰ চক্ৰৱৰ্তীয়ে, প্ৰেছিডিয়ামৰ আন কেইজন ব্যক্তি আছিল এতিয়াৰ আৰু তেতিয়াৰো ত্ৰিপুৰাৰ শিক্ষামন্ত্ৰী তথা সাংস্কৃতিক দপ্তৰৰ মন্ত্ৰী অনিল সৰকাৰ (যি গৰাকীয়ে এইবাৰৰ নৰ্থ ইষ্ট বুক ফেয়াৰৰ ত্ৰিপুৰা পেভিলিয়নটো ৫ তাৰিখে উদ্বোধন কৰিলে) আৰু ত্ৰিপুৰাৰ স্পীকাৰ সুধন্য দেৱ বৰ্মন আৰু মই। মই একমাত্ৰ মহিলা বাবে প্ৰেছিডিয়ামৰ মোকেই চেয়াৰমেন পাতিলে।

এইখিনিতে এটা কথা কৈ লওঁ। আজিৰ দৰে তেতিয়াও ত্ৰিপুৰাত মাৰ্ক্সবাদী চৰকাৰ আছিল। ১৯৭৮ চনতে তাত কম্যুনিষ্ট শাসন আৰম্ভ হৈছিল আৰু তেতিয়াৰ পৰাই তেওঁলোকক কোনেও পৰাজিত কৰিব পৰা নাই।

২ আৰু ৩ নৱেম্বৰৰ দুদিনীয়া অধিৱেশনত মই যেতিয়া সভানেত্ৰীৰ ভাষণেৰে মোখনি মাৰিব লগা হৈছিল তেতিয়া অনিল সৰকাৰে কৈছিল যে দৰ্শকসকলে মোক বোলে অসমীয়াত ভাষণ দিয়াৰ কথা কৈছে। মইতো ভালেই পালো, গতিকে অসমীয়াতেই ক'লো, কোনেও টু শব্দটোও কৰা নাছিল।

সেই এবাৰেই ত্ৰিপুৰালৈ গৈছিলো, কিন্তু 'bamboo civilization' ৰ সেই ৰাজ্যখন আজিও পাহৰিব পৰা নাই। তেওঁলোকে মোক যিটো ফাইল দিছিল সিয়ো আছিল বাঁহৰ অপূৰ্ব কাৰুকাৰ্যৰে ভৰা, তাক মই এতিয়াও আদৰেৰে সাঁচি থৈছোঁ।

ত্ৰিপুৰাৰ বাওঁপন্থী চৰকাৰে এসময়ত ৰজাৰ অধীনত থকা পিছপৰা ৰাজ্যখনৰ (১৯৪৯ চনত ভাৰতৰ লগত চামিল হৈছিল) উন্নতিৰ হকে নানা ৰকমৰ আঁচনি হাতত লৈছিল, উপজাতিসকলে যি পাঁচটা দাবী আগবঢ়াইছিল তাক মানি লৈছিল, পূৰ্ববংগখন প্ৰথমতে পাকিস্তান আৰু শেষত বাংলাদেশ হোৱাৰ পাছত তালৈ বঙালীসকলৰ বিৰাট প্ৰব্ৰজন হৈছিল, ফলত তাৰ স্থানীয় জনজাতীয় লোকতকৈ বঙালীৰ সংখ্যা বেছি হৈছিল। কিন্তু এটা মন কৰিবলগীয়া কথা যে তাৰ দেৱ বৰ্মন উপাধিৰ জনজাতীয় ৰজাসকলে বঙালী নহৈও সেই বঙালী প্ৰব্ৰজনৰ বহু আগতেই নিজ ৰাজ্যৰ ৰাজ্যিক ভাষা হিচাপে বঙালীকে প্ৰতিষ্ঠা কৰিছিল — বঙালী কৃষ্টি-সংস্কৃতিৰ পোষকতা কৰিছিল (আমাৰ শচীন দেৱ বৰ্মনলৈয়ে মনত পৰি যায়), নিজৰ কক্‌বৰক্ ভাষাৰ বাবে বিশেষ একো কৰা নাছিল, চি পি এম চৰকাৰেহে ভাষাটোৰ বিকাশৰ বাবে নানা গুৰুত্বপূৰ্ণ পদক্ষেপ লৈছিল। তথাপি তাতো এদল উগ্ৰপন্থী ওলাই আজি অতবছৰে ৰাজ্যখনত নানা ধ্বংসলীলা চলাই আছে। আমি তালৈ যোৱাৰ সময়ত ত্ৰিপুৰা উপজাতি যুব সমিতিয়ে নানা আন্দোলন চলাই আহিছিল আৰু আমাৰ ইয়াৰ অসম আন্দোলনকাৰী নেতাসকলে ১৯৫১ চনটো বাংলাদেশী তথা বিদেশী বহিষ্কাৰৰ

বাবে 'কাট্ অফ্ ইয়েৰ' দাবী কৰাৰ দৰে এটা অযুক্তিকৰ দাবী কৰিছিল যে ৰাজ্যখনলৈ ১৯৪৯ চনৰ অক্টোবৰৰ পাছত অহা সকলোকে বহিষ্কাৰ কৰিব লাগিব; কিন্তু তাতেই ক্ষান্ত নাথাকি তেওঁলোকে স্বাধীন ত্রিপুৰাৰ দাবীতো ৰক্তাক্ত আন্দোলন চলাবলৈ ধৰিলে। আমাৰ ৰাজ্যৰ লগত এই ৰাজ্যখনৰ এই বিষয়ত যে কি বিৰাট মিল!

১৯৮০ চনৰ জুলাই মাহৰ ১৩ তাৰিখে উপজাতি স্বায়ত্ত শাসিত জিলা পৰিষদৰ নির্বাচনৰ আগতেই (সন্ত্রাসবাদীসকলে ভয় কৰিছিল যে সেই নির্বাচনৰ পাছত উপজাতিসকলৰ মাজত সন্তুষ্টি আহিলে বিচ্ছিন্নতাবাদী আন্দোলন শক্তিশালী কৰি গঢ়ি তুলিব পৰা নাযাব) ১ জুনৰ পৰা যুব সমিতিৰ এভাঞ্জেলিষ্ট গ্রুপৰ বিজয় ৰাংখালে ত্রিপুৰাৰ বিভিন্ন পার্বত্য অঞ্চলৰ ২০০ খন বজাৰত সাত দিনজোৰা 'বজাৰ বন্ধ'ৰ আহ্বান জনাইছিল। আৰম্ভ হৈ গ'ল সন্ত্রাস আৰু হত্যালীলা। উপজাতি আৰু বঙালীৰ মাজৰ সংঘৰ্ষত শ শ লোকৰ মৃত্যু হ'ল। আগৰতলাৰ পৰা ৩৫ কিলোমিটাৰ দূৰৈৰ মান্দাই বজাৰতে একেলগে একেঠাইতে ২১৫জন বঙালী পুৰুষ, মহিলা, শিশুৰ মৃতদেহ পোৱা গ'ল। উপজাতিসকলৰো শ শ লোক বঙালীৰ হাতত নিহত হ'ল, গোমতী নামৰ নদীৰে বাংলাদেশলৈ যিবোৰ শ উটি গৈছিল, সেইবোৰ উপজাতিসকলৰে শ বুলি সন্দেহ কৰা হৈছিল।

ত্রিপুৰাত মুঠতে পাঁচ দিনজুৰি এই ভয়ংকৰ সংঘৰ্ষ চলিছিল। কিন্তু আচৰিত কথা যে য'ত উপজাতিসকলৰ বসতি অতি ঘন, সেই উত্তৰাঞ্চলেই প্রায় শান্ত হৈ আছিল; আৰু এটা তাৎপর্যপূর্ণ কথা এই যে ত্রিশ-চল্লিশৰ ওপৰৰ বয়সৰ খুব কম উপজাতিয়েহে এই সংঘৰ্ষত লিপ্ত হৈছিল, তৰুণসকলেহে ঘাইকৈ এই সন্ত্রাস চলাইছিল।

সেই সময়ত অসমৰ বাতৰি কাকততো মান্দাই বজাৰৰ হত্যালীলা সম্পর্কে নানা খবৰ ওলাইছিল আৰু তাৰ বুজ ল'বলৈ অসমৰো বহুকেইজন সাংবাদিক তালৈ গৈছিল আৰু মই ত্রিপুৰাৰ পৰা ঘূৰি অহাৰ পাছত সাংবাদিক বৰুণ দাশগুপ্তই মোক কৈছিল যে মই যাঁহেৰে ঢাকি পেলোৱা মৰাশৰ স্তূপটোহে দেখিছো, তেওঁলোকে কিন্তু মান্দাইত গলিত মৃতদেহ, তেজৰ নৈ দেখি আহিছিল আৰু নাকত ৰুমালৰ সোপা দিবলগীয়া অৱস্থা হৈছিল।

ছেমিনাৰখন শেষ হৈ যোৱাৰ পাছত আমাক দুখন ঠাইলৈ লৈ যোৱা হৈছিল, এখনে আমাৰ মন উৎফুল্লিত কৰি তুলিছিল, আনখনে শোকস্তব্ধ কৰি তুলিছিল। প্রথমখন আছিল চিপাহ চালাই নামৰ হ্রদ-পাহাৰ সমন্বিত এক অপূর্ব প্রাকৃতিক সৌন্দর্যৰ ঠাই, আনখন আছিল সেই অভিশপ্ত মান্দাই বজাৰ। এই দুয়োখন ঠাইলৈ যোৱাৰ সময়তে মই সংগী হিচাপে পাইছিলো প্রয়াত স্বনামধন্য সংগীতকাৰ সলিল চৌধুৰীক আৰু সাংবাদিক গোবিন্দ পিল্লাইক।

এতিয়া মান্দাইলৈ যোৱাৰ ঘটনা বর্ণনা কৰো। আমি তালৈ গৈ সৰু পাহাৰৰ দৰে ঠাই এডোখৰ দেখিছিলো, আমাৰ লগত যোৱা জনসম্পর্কৰক্ষী বিষয়াজনে কৈছিল যে মান্দাইৰ সেই ২১৫টা মৃতদেহক গাঁত খান্দি পুতি থোৱা হৈছিল আৰু এতিয়া সি এটা সৰু-সুৰা

টিলাই হৈ উঠিছে আৰু তাৰ ওপৰত ঘাঁহ গজিছে। সলিল চৌধুৰীয়ে হেনো য'লৈকে যায় তাৰে কিবা স্মৃতিচিহ্ন সংগ্ৰহ কৰে, ৰাছিয়ালৈ যাওঁতে নেপোলিয়নৰ লগত যুদ্ধ হোৱাৰ সময়ত পোৰা কাৰ্টিজৰ যি দম হৈছিল তাৰে এটা লৈ আহিছিল আৰু এতিয়া নিব সৰু হাড়ৰ টুকুৰা এটা। এই কথা কৈ তেওঁ সেই ঘাঁহে ঢকা টিলাটোৰ ওচৰত পৰি থকা শিশুৰ হাতৰ হাড়ৰ টুকুৰা এটা বুটলি লৈছিল। মোৰ মনটো বেজাৰত টনটনাই উঠিছিল আৰু মই সেই মৰাশ পোতা, ঘাঁহে ঢকা স্তূপটোলৈ চাই মনে মনে আওৰাইছিলো বিখ্যাত আমেৰিকান কবি কাৰ্ল ছেণ্ডবাৰ্গৰ 'Grass' নামৰ এই চুটি কবিতাটো ঃ

Pile the bodies high at Austerlitz and waterloo,
Shovel them under and let me work –
I am the grass : I cover all.

এতিয়া মই 'ত্ৰিপুৰা ৰাজ্যত চাৰিদিন' নামৰ লেখাটোৰ শেষৰ এছোৱাৰ দীৰ্ঘ উদ্ধৃতিৰেই মোৰ লেখাটো সামৰিম যাৰ লগত শিৰোনামৰ 'সন্ত্ৰাসবাদ আৰু প্ৰেম' নামটোৰ সংগতি থাকিব।

...মান্দাইৰ পৰা উভতি আহিছিলো অতি ভাৰাক্ৰান্ত মন লৈ, চকুৰ আগত ওলমি আছিল সেউজীয়া ঘাঁহেৰে ঢকা মাটিৰ কবৰ কেইটা, কাণত ভাহি আছিল নিজে নুশুনিলেও নৰবলি হ'বলৈ ওলোৱা শিশু, বৃদ্ধ, যুৱক, তিৰোতাৰ কৰুণ আৰ্তস্বৰ। মোৰ মনটো উভতি গৈছিল যোৱা জানুৱাৰী মাহত উত্তৰ কামৰূপত ঘটা নৃশংস ঘটনাৱলীলৈও। তাৰ মুকালমুৱা কেম্পত তিনিমহীয়া পোৰা কেঁচুৱা দেখি, মানুহবোৰৰ দুৰৱস্থা দেখি, পৰিয়ালৰ নানাজনৰ হত্যাৰ বিৱৰণ শুনি নলবাৰীলৈ ওভোতাৰ পথত একেদৰেই ভাৰাক্ৰান্ত হৈছিল হৃদয়-মন। ত্ৰিপুৰা আৰু অসমৰ বিদেশী বিতাড়নৰ একেই ধ্বনি উঠিছে দুয়ো ঠাইতে আৰু তাৰ পৰিণামত দেখিছো মানুহবোৰৰ মনবোৰত বিদ্বেষ আৰু বিভেদৰ বীজ ৰুপিত হৈ সি ক্ৰমে বিৰাট বিষবৃক্ষৰ জন্ম দিব ধৰিছে। ইয়াৰ ফলত সৃষ্টি হোৱা সংঘৰ্ষবোৰত মানৱৰে কেৱল বলিদান হোৱা নাই, বলি দিয়া হৈছে মানৱতাকো।

মনটো টনটনাই উঠিছিল। আমাৰ বাৰু কেতিয়া শুভবুদ্ধিৰ উদয় হ'ব? আমি বাৰু কেতিয়া প্ৰকৃত মঙ্গল, সত্য, ন্যায় আৰু যুক্তিৰ পথেৰে আগবাঢ়িম? দয়া, কৰুণা, প্ৰেম - মানৱতাৰ এই মহান আদৰ্শবোৰ আমি ক্ষুদ্ৰ আৰু নীচ স্বাৰ্থবুদ্ধিৰ মানুহে সদায় নানা ধৰণে বিসৰ্জন দিয়ে থাকিম নেকি?

মোৰ মনটো যেতিয়া এনেদৰে ঘোৰ নিৰাশা আৰু দুঃখবোধৰ অনুভূতিত ডুবি যাব ধৰিছিল তেতিয়া আমাৰ সহযাত্ৰীজনে এটা ঘটনা ক'বলৈ আৰম্ভ কৰিছিল। ঘটনাটো মান্দাইৰে। তাৰ শাশ্বতী নামৰ স্কুলীয়া গাভৰু এজনীয়ে সৰু ভায়েকক বুকুত চেপি ধৰি নলা এটাত লুকাইছিল উপজাতি যুৱকসকলৰ আক্ৰমণৰ পৰা ৰক্ষা পৰিবলৈ। কিন্তু কোন ক'ত লুকাই সাৰিব পাৰেনো? উপজাতি যুৱক এজন হাতত বন্দুক লৈ সেইপিনে আহোতে

শ্বাশ্বতীক দেখা পালে, দুয়োৰে চকুৰে চকু পৰাত শ্বাশ্বতীয়ে দেখিলে - মাত্ৰ তিনিদিন আগতে তাইৰ বন্ধু এই ল'ৰাজনৰ ঘৰত কিবা এটা নিমন্ত্ৰণ খাই আহিছিল। ল'ৰাটোৰে শ্বাশ্বতীৰ চকুলৈ এখন্তেক পৰ চালে আৰু তাৰ পাছতেই তাৰ বন্দুক গুৰুম্ কৰি গৰ্জি উঠিল। শ্বাশ্বতীয়ে ভায়েকক বুকুত হেঁচা মাৰি ধৰি নলাতে অৱশভাবে গা এৰি দিলে আৰু বন্দুকধাৰী যুৱক এই বুলি চিঞৰি চিঞৰি তাৰ লগৰীয়াসকলৰ ওচৰলৈ দৌৰি গ'ল যে এইফালৰ কাম সি শেষ কৰিছে, এইফালে আৰু কাৰো অহাৰ প্ৰয়োজন নাই।

ইফালে শ্বাশ্বতী তাইৰ মৃত্যু হ'ল বুলি পৰি আছে, অথচ আচৰিত লাগিছে যে শাৰীৰিক কোনো পাৰ্থক্যই দেখোন অনুভৱ কৰা নাই। লাহে লাহে তাই তেজৰ স্পৰ্শ পাবলৈ গাত হাত দি চালে - নাই, কোনো তিতা, জুলীয়া বস্তু দেখোন হাতত লগা নাই।

ক্ৰমে সময় পাৰ হৈ গৈছিল আৰু পুলিচ আহি পাইছিল। শ্বাশ্বতীও ভায়েকক সাবটি ধৰি নলাৰ পৰা ওলাই আহিছিল আৰু তেতিয়া লাহে লাহে সেই ল'ৰাটোৰ চকুৰ ক্ষন্তেকপৰৰ চাৱনিটোৰ ভাষা শ্বাশ্বতীৰ মনত দিবালোকৰ দৰে স্পষ্ট হৈ আহিছিল - 'বন্ধু, তুমি নিৰ্ভয়ে থাকা, মোৰ পৰা তোমাৰ কোনো ভয় নাই।'

পাছত কৰ্তৃপক্ষৰ তীক্ষ্ণ জেৰাতো শ্বাশ্বতীয়ে তাইৰ জীৱনদাতা উপজাতি যুৱকজনৰ নামটো প্ৰকাশ নকৰিলে।

কাহিনীটো শুনাৰ লগে লগে মোৰ মনৰ এখন্তেকৰ আগৰ ক'লা ডাৱৰ ভালেখিনি আঁতৰি যাব ধৰিলে, নাই, ভালেমান কিবাকিবি শেষ হৈ গ'লেও সকলোখিনি কেতিয়াও শেষ হৈ নাযায়, শেষ হৈ যাব নোৱাৰে। মানৱজাতিৰ বাবে ইয়ে আটাইতকৈ ডাঙৰ আশাৰ বাণী। মোৰ আকৌ মনলৈ আহিল এইচ জি ওয়েল্‌ছৰ 'টাইম মেচিন' নামৰ অমৰ গ্ৰন্থই মোক সকলো হতাশাৰ মুহূৰ্তত আশাৰ বাণী শুনোৱা এই কথাকেইটা ঃ

.....Even when mind and strength had gone gratitude and tender love for one another still lived in the heart of man.....

— ৮/১২/০২ চন



# তাৰিণীচৰণ স্কুলৰ জন্ম-যন্ত্ৰণা আৰু প্ৰতিষ্ঠাত্ৰী প্ৰধান শিক্ষয়িত্ৰী ইন্দিৰা দেৱী

কিছুদিন আগতে (২৮ ডিচেম্বৰ, ২০০২) গুৱাহাটীৰ ঐতিহ্যমণ্ডিত তাৰিণীচৰণ বালিকা উচ্চতৰ মাধ্যমিক স্কুলৰ ভূতপূৰ্ব প্ৰধান শিক্ষয়িত্ৰী ইন্দিৰা দেৱীৰ পৰিণত বয়সত মৃত্যু হৈছিল আৰু তাৰ লগে লগে সেই স্কুলৰ সোণালী অতীতটোৰ প্ৰথম অধ্যায় এটাৰ যেন সামৰণি পৰিল।

এখন নৱ-প্ৰতিষ্ঠিত স্কুলে, তাকো ছোৱালী স্কুলে, আৰম্ভণিতে যি সম্ভাৱনাৰ খোজ পেলাইছিল অসমৰ আন বহুতো তেনে নৱ-প্ৰতিষ্ঠিত স্কুলৰ ক্ষেত্ৰত সেইটো পৰিলক্ষিত হোৱা নাছিল। অথচ সেই তাৰিণীচৰণ স্কুলৰ সন্মুখত আছিল নানা প্ৰতিবন্ধক, বিশেষকৈ তেতিয়া গুৱাহাটীত আছিল ৰাজবালা দাসৰ দৰে বিশিষ্ট শিক্ষাবিদে প্ৰধান শিক্ষয়িত্ৰী বাব লৈ অহা পাণবজাৰ ছোৱালী হাইস্কুলখন, সেইখন থাকোতে তেতিয়াৰ (১৯৪৫-৪৬ চন মানৰ) সৰু গুৱাহাটী চহৰখনত আৰু এখন ছোৱালী হাইস্কুলে প্ৰতিষ্ঠা লাভ কৰাত নানা আহুকালৰ সন্মুখীন হ'ব লগীয়াটো স্বাভাৱিক কথা আছিল।

কিন্তু তাৰিণীচৰণৰ বাবে পৰম গৌৰৱৰ কথা যে প্ৰতিষ্ঠাৰ পাছত সেইখনে দোপতদোপে আগবাঢ়ি গৈছিল আৰু পাণবজাৰ ছোৱালী হাইস্কুলতকৈও আগতে চৰকাৰী স্বীকৃতিপ্ৰাপ্ত হৈছিল। গুৱাহাটী তথা অসমৰ কেইজনমান স্বনামধন্য ব্যক্তি যেনে - গোপীনাথ বৰদলৈ, অম্বিকাগিৰী ৰায়চৌধুৰী, ডাঃ ভুবনেশ্বৰ বৰুৱা, লীলাধৰ বৰুৱা, কমিটি এটা পাতি তাৰ সদস্য হৈছিল আৰু ডাঃ ঘনশ্যাম দাস কমিটীৰ ছেক্ৰেটাৰী হৈছিল, কিন্তু স্কুলখন সু-পৰিচালনা কৰাত আৰু তাক দোপতদোপে

আগবঢ়াই নিয়াত প্ৰধান শিক্ষয়িত্ৰী প্ৰয়াত ইন্দিৰা দেৱী আৰু তেওঁৰ সহকৰ্মী শিক্ষক-শিক্ষয়িত্ৰীসকলৰো যে যথেষ্ট অবদান আছিল সি অনস্বীকাৰ্য। লগতে এইটো কথাও ক'ব লাগিব যে নতুন স্কুল হ'লেও সেই স্কুলখনে প্ৰথমৰে পৰা কেইগৰাকীমান মেধাৱী ছাত্ৰী পাইছিল আৰু সেই ছাত্ৰীৰ প্ৰায় ভাগেই আহিছিল পাণবজাৰ ছোৱালী হাইস্কুলৰ পৰা। এওঁলোক ঘাইকৈ উজানবজাৰ, চেনিকুঠি, চানমাৰি আদি অঞ্চলৰ ছোৱালী কাৰণে পাণবজাৰ এৰি ওচৰৰ স্কুলখনলৈকে গুচি আহিছিল - স্কুলখনৰ প্ৰথম মেট্ৰিক পৰীক্ষাৰ্থী সেই ছোৱালীকেইজনীৰ ভিতৰত ঘাইকৈ দুজনী ছোৱালীৰ নাম ল'ব লাগিব, তেওঁলোক দুজনী হ'ল - ডলী হাজৰিকা আৰু কমলা ভূঞা, বিয়াৰ পাছত যি ক্ৰমে ডলী তালুকদাৰ আৰু কমলা চৌধুৰী হৈছিল। কমলা হ'ল স্বনামধন্য পিতৃ ড° সূৰ্য্য কুমাৰ ভূঞাৰ কন্যা। ১৯৪৭ চনত টি চি স্কুলৰ পৰা প্ৰথমবাৰৰ বাবে মেট্ৰিক পৰীক্ষাত অৱতীৰ্ণ হ'বলৈ যি ছাত্ৰীক পঠিওৱা হৈছিল এওঁলোক আছিল ডলী-কমলাহঁত। এওঁলোক দুয়োগৰাকীয়ে প্ৰথম বিভাগত মেট্ৰিক পাছ কৰিছিল। দ্বিতীয় দলটোত আছিলো মই, অমল চলিহা (পাছত ডেকা), সুশীলা চৌধুৰী (পাছত ডেকা) আদি - আমি ১৯৪৮ চনত মেট্ৰিক পৰীক্ষা দিছিলো আৰু সেইবাৰ আমিয়ে গুৱাহাটী বিশ্ববিদ্যালয়ৰ প্ৰথম পৰীক্ষাৰ্থীৰ দল আছিলো। মই উল্লেখ কৰা আমি আটাইকেইজনীয়ে প্ৰথম বিভাগ পাইছিলো, মই সংস্কৃত আৰু বুৰঞ্জীত লেটাৰো পাইছিলো আৰু ফাৰ্ষ্ট গ্ৰেডৰ বৃত্তিও পাইছিলো। আমাৰ দিনত দুটা বৃত্তি আছিল - ফাষ্ট গ্ৰেড্ আৰু ছেকেণ্ড গ্ৰেড্, প্ৰথমটোৰ বৃত্তিৰ পৰিমাণ আছিল মাহে কুৰি টকা আৰু দ্বিতীয়টোৰ পৰিমাণ পোন্ধৰ টকা।

আমাৰ পাছৰ দলটো আৰু বেছি মেধাৱী আছিল, তাত আছিল ৰেণুকাৰ দৰে ছাত্ৰী (ৰেণুকা দেৱী বৰকটকী) যি মেট্ৰিক পৰীক্ষা মোতকৈও সুখ্যাতিৰে পাছ কৰিছিল। তাৰ পাছত বা সেই দলৰে (মোৰ ভালকৈ মনত নাই) ছাত্ৰী আছিল ড° ৰেণু দেৱী আৰু ৰমা দেৱী (ৰমা ৰেণুকাৰ ভনীয়েক আছিল), তেওঁলোক দুয়ো দুটাকৈ বিষয়ত লেটাৰ পাইছিল। এনে ভাল ফলাফল টি চি স্কুলে বহুত দিনলৈ অটুট ৰখাই নহয়, ক্ৰমে ছাত্ৰীসকলে আৰু ভাল ফলাফল কৰিবলৈ ধৰিলে - বিশ্ববিদ্যালয়ত প্ৰথম দহটা স্থানৰ অধিকাৰী হৈয়ো মেট্ৰিক আৰু পাছত স্কুলখন উচ্চ মাধ্যমিক হোৱাত সেই পৰীক্ষাবোৰতো ষ্টেণ্ড কৰিব ধৰিলে।

কিন্তু এই তাৰিণীচৰণৰ জন্ম-যন্ত্ৰণা কম গভীৰ নাছিল। তাৰিণীচৰণ চৌধুৰীৰ নামত স্কুল কৰিবলৈ বাৰু প্ৰথমতে তেওঁৰ পত্নীয়ে আৰ্থিক সাহায্য আগবঢ়ালেই, কিন্তু আৰুতো ধন লাগিব। পিছে প্ৰধান প্ৰয়োজন হ'ল স্কুলৰ বাবে এটা ঘৰ। উদ্যোক্তাসকলে প্ৰথমতে উজানবজাৰ ছোৱালী মাইনৰ স্কুলখনতে পাঠদান আৰম্ভ কৰিছিল পুৱাৰ ভাগত, যেতিয়া মাইনৰ স্কুলখনত ক্লাছবোৰ আৰম্ভ নহয়। মই যেন স্কুলীয়া জীৱনত এক প্ৰকাৰ ডলাৰ বগৰীয়ে হৈ ঘূৰিছিলো - উজানবজাৰৰ মাইনৰ স্কুলৰ পৰা পাণবজাৰ স্কুললৈ পঢ়িবলৈ গৈ তাত সপ্তমমানত পঢ়িছিলো - অষ্টমমানত আকৌ আহি তাৰিণীচৰণত নাম লগাইছিলো

আৰু তেতিয়া ক্লাছ কৰিছিলো এৰি যোৱা মাইনৰ স্কুলখনতে। তাত অষ্টম মানৰ পৰা নৱমমানলৈ উঠাৰ পাছত পিতাই ডিব্ৰুগড়লৈ বদলি হৈছিল, ময়ো তেতিয়া ডিব্ৰুগড় ছোৱালী হাইস্কুলত নাম লগাইছিলো। কিন্তু প্ৰধান শিক্ষয়িত্ৰী ইন্দিৰা বাইদেউৱে পিতালৈ কাতৰ অনুৰোধ কৰি এই মৰ্মে চিঠি লিখিছিল যে স্কুলখনে যিহেতু জন্ম-যন্ত্ৰণাত কলঢপ কলঢপকৈ জীয়াই আছে, মেট্ৰিক দিবলগীয়া দ্বিতীয় দলৰ ছাত্ৰীসকলৰ ভিতৰত ময়ে যেতিয়া ক্লাছৰ পৰীক্ষাত প্ৰথম হৈ অহা ছাত্ৰী গতিকে মই তাৰিণীচৰণত নাথাকিলে মেট্ৰিকৰ ফলাফলৰ ক্ষতি হ'ব, চালুকীয়া স্কুলখনৰ মঙ্গলৰ কথা ভাবিয়ে পিতাই যেন মোক পুনৰ তাত পঢ়িবলৈ পঠাই দিয়ে - মোৰ থকা-খোৱাৰ কোনো অসুবিধা নহ'ব।

তেতিয়া স্কুলখনে নিজৰ বাবে আন এটা অস্থায়ী ঘৰ বিচাৰি পাইছিল, দ্বিতীয় মহাসমৰত সৈন্যবোৰে কটন কলেজৰ হোষ্টেলেত ছাউনী পাতি থকা বাবে হোষ্টেলৰ ছাত্ৰবোৰে থকা দীঘলীপুখুৰী পাৰৰ খেৰ-বাঁহৰ দীঘলীয়া ঘৰ কেইটা যুদ্ধ শেষ হোৱাত খালী হৈ গৈছিল আৰু তাকে আমাৰ স্কুল আৰু ছোৱালীৰ কিবা এক প্ৰশিক্ষণ কেন্দ্ৰলৈ হস্তান্তৰিত কৰা হৈছিল - (এতিয়া তাত কটনৰ অধ্যাপকৰ কোৱাৰ্টাৰ হৈছে।) সেই ঘৰ-দুৱাৰবোৰৰ মুখৰ ফালে প্ৰধান শিক্ষয়িত্ৰীৰ কোৱাৰ্টাৰৰ বন্দবস্ত কৰি দিয়া হৈছিল, তাত তেওঁ দুই পুত্ৰ-কন্যা আৰু দুই বিবাহিতা ভগ্নীক (দুয়ো কিবা কাৰণে তেতিয়াও নিজৰ নিজৰ স্বামী গৃহলৈ নগৈ বায়েকৰ লগতে থাকি পঢ়িছিল - নমিতা বাইদেউৱে কলেজত পঢ়িছিল, অনু মোৰ লগত একে ক্লাছত তাৰিণীচৰণতে পঢ়িছিল।)

নমিতা বাইদেউ পাছলৈ কালীৰাম বৰুৱা ছোৱালী হাইস্কুলৰ প্ৰধান শিক্ষয়িত্ৰী হৈছিল আৰু অনু অসম প্ৰাদেশিক মহিলা সমিতিৰ গুৱাহাটী শাখাৰ লগতে ঘনিষ্ঠভাৱে জড়িত হৈ আহিছে। ইন্দিৰা বাইদেউৰ খুৰাকৰ জীয়েক ভানুও তেওঁৰ লগতে থাকি টিচিত পঢ়িছিল, তেৰোঁ আমাৰ লগত পঢ়িছিল। বৰ্তমান তেওঁ কস্তুৰবা আশ্ৰমৰ এগৰাকী সক্ৰিয় কৰ্মী।

পিতা-মাই ইন্দিৰা বাইদেউৰ অনুৰোধ ৰক্ষা কৰি মোক পুনৰ তাৰিণীচৰণলৈ পঢ়িবলৈ পঠাই দিছিল। পিতাহঁতে হোষ্টেলত থকাৰ সুবিধা পাম বুলি ভাবিছিল। আমাক এটা কোঠালিত থাকিবলৈ দিছিল হয়, কিন্তু আমি নিজে ৰন্ধা-বঢ়া কৰি খাবলগীয়া হৈছিলো আৰু তাৰ বাবে এটা ইক্‌মিক কুকাৰ কিনি লৈছিলো। এতিয়া এই কথাৰ স্মৃতিয়ে মোৰ মনত উথ্লাই জগায়, নিজৰ ঘৰৰ সুখ সুবিধা এৰি সেই স্কুলীয়া সৰু ছোৱালী দুজনীয়ে কিয় যে তেনেকৈ কষ্ট কৰি পঢ়িবলৈ আহিব লগা হৈছিল।

সি যি কি নহওক, ইন্দিৰা বাইদেউৰ সুদক্ষ পৰিচালনাত আৰু ভাগ্যক্ৰমে ছাত্ৰীও ভাল পোৱাত তাৰিণীচৰণ স্কুলখন দোপত দোপে উন্নতিৰ পথত আগুৱাই গৈছিল। মই আৰু ৰেণুকা ক্ৰমে সভানেত্ৰী আৰু সম্পাদিকা হৈ 'ছাত্ৰী মংগল সমিতি' নামৰ এক ধৰণৰ ইউনিয়নো গঠন কৰিছিলো, মোৰ সম্পাদনাত স্কুলৰ পৰা এখন হাতে লিখা আলোচনীও প্ৰকাশ হৈ ওলাইছিল।

আমি ছাত্ৰী হৈ থাকোতে ৰাজনীতিতো দীক্ষা লৈছিলো। মই তেতিয়াৰ অঞ্জলি দাস (এতিয়াৰ অঞ্জলি লাহিড়ী) আৰু হেনা মজুমদাৰ (এতিয়াৰ হেনা বৰা) আদি ছাত্ৰ ফেডাৰেচনৰ নেত্ৰীৰ আদৰ্শ অনুসৰণ কৰি কমিউনিষ্ট পাৰ্টিৰ পিনে ঢাল খাইছিলো আৰু ৰেণুকাকে ধৰি স্কুলৰ আন সকলো ছাত্ৰী ষ্টুডেণ্টছ কংগ্ৰেছৰ অনুগামী হৈছিল। তেতিয়া কমিউনিষ্ট মতবাদ যেন ভয়ংকৰ আছিল, আমাৰ স্কুল ছেক্ৰেটাৰী, নিষ্ঠাবান কংগ্ৰেছী, ডাঃ ঘনশ্যাম দাসে মোক 'হোষ্টেল'ৰ পৰা গৈ ছাত্ৰ ফেডাৰেচনৰ সভা সমিতিত যোগ দিয়াত খুব খং কৰিছিল আৰু সেইবোৰলৈ নাযাবলৈ বাধা প্ৰদান কৰিছিল। মই তেওঁৰ লগত তৰ্ক কৰিছিলো আৰু খঙতে তেওঁ এবাৰ মোক 'Shut up' বুলি কৈ উঠাত ময়ো উত্তৰ দিছিলো 'অন্যায়ৰ বিৰুদ্ধে মাত মতাত মই মুখ বন্ধ নকৰো।' মই যদি স্কুলখনৰ ক্লাছত প্ৰথম হোৱা ছাত্ৰী নহ'লোহেঁতেন তেন্তে মোক বোধহয় স্কুলৰ পৰা বাহিৰ কৰিয়েই দিলেহেঁতেন।

কিন্তু মোৰ কৰ্মৰ দ্বাৰা স্কুলৰ নাম ডুবোৱা নাছিলো, মেট্ৰিকত ৰিজাল্ট ভাল কৰিলো, আৰু এতিয়া আমি কেইজনীমান ছাত্ৰীৰ কথা কৈ স্কুলখনে নিশ্চয় এই গৌৰৱ কৰিব পাৰে যে এওঁলোক আমাৰ স্কুলৰে ছাত্ৰী। তাৰ ভিতৰত প্ৰথমতেই নাম ল'ব লাগিব মামণি ৰয়ছম গোস্বামীৰ যি সাহিত্য জগতত কেৱল সাহিত্য অকাডেমীৰ বঁটাৰেই সম্মান কঢ়িয়াই অনা নাই, অসমৰ ভিতৰত দ্বিতীয় বাৰৰ বাবে জ্ঞানপীঠ বঁটাৰ সম্মানো কঢ়িয়াই আনিছে। ময়ো সাহিত্য অকাডেমীৰ বঁটা পালো। ইফালে ৰাজনীতি জগতৰ এক ভোটা তৰা হৈ সম্মান কঢ়িয়াই আনিলে ৰেণুকা দেৱী বৰকটকীয়ে, মহিলাৰ ভিতৰত নিজৰ যোগ্যতাৰ প্ৰথম কেন্দ্ৰীয় মন্ত্ৰী হ'ব পৰা ৰাজনীতিবিদ হ'ল তেৱেঁই। ইফালে সেই স্কুলৰে ছাত্ৰী আৰু পাছলৈ তাৰ শিক্ষয়িত্ৰী সু-লেখিকা হোৱা ডলী তালুকদাৰে ৰাষ্ট্ৰীয় শিক্ষকৰ বিশিষ্ট বঁটা লাভ কৰিছিল; আন এগৰাকী গুণদা কৌৰেও সংগীতত এই বঁটা লাভ কৰিছিল আৰু আন এক ৰাষ্ট্ৰীয় বঁটা পোৱা সেই স্কুলৰ শিক্ষয়িত্ৰী কবি-প্ৰবন্ধকাৰ হিৰণ্ময়ী দেৱীয়ে শিক্ষক দিবসত সমগ্ৰ নৰ্থ ইষ্টৰ ভিতৰতে ৰচনা প্ৰতিযোগিতাত প্ৰথম হৈ পুৰস্কাৰ পাইছিল। এই স্কুলৰ পৰাই সুখ্যাতিৰে পাছ কৰা ড° ৰেণু দেৱীও অসমৰ এক বিশিষ্ট শিক্ষাবিদ হিচাপে পৰিগণিত হৈছে। আন এক উল্লেখযোগ্য ছাত্ৰী হ'ল সংগীত জগতৰ বিশিষ্ট শিল্পী অৰ্চনা মহন্ত। বৰ্তমান অসম, প্ৰাদেশিক মহিলা সমিতিৰ প্ৰধান সম্পাদিকা নীলিমা কাকতিও এই স্কুলৰে ছাত্ৰী। এই স্কুলৰ ছাত্ৰী প্ৰণিতা তালুকদাৰ পাছলৈ সৰভোগৰ এম. এল. এ. হৈছিল। ডাঃ সান্ত্বনা বৰদলৈয়ে 'অদাহ্য' ছবি নিৰ্মাণ কৰি বিশ্বৰ ভিতৰতে সম্মান লাভ কৰিছিল, মলয়া গোস্বামীয়ে ভাৰতৰ শ্ৰেষ্ঠ অভিনেত্ৰী উৰ্বশী বঁটা লাভ কৰিছিল।

এতিয়া এই স্কুলৰ প্ৰতিষ্ঠাতা প্ৰধান শিক্ষয়িত্ৰী ইন্দিৰা দেৱী বাইদেউৰ স্মৃতিচৰণ কৰো। জাগীৰোডৰ বিশিষ্ট ব্যক্তি ধৰ্মকান্ত বৰঠাকুৰৰ কন্যা ইন্দিৰা দেৱীৰ বিয়া হৈছিল এল পি পাছ কৰাৰ পাছতে, তেৰ বছৰ বয়সত। স্বামী আছিল বিশিষ্ট শিক্ষাবিদ এম এছ চি পাছ বৰদাকান্ত শৰ্মা, যি ছেইণ্ট এড়মাণ্ডছ স্কুলত শিক্ষকতা কৰি থকাৰ পাছত তাৰ পৰা গুচি

আহি নগাঁৱৰ বহাৰ স্কুল এখনত প্ৰতিষ্ঠাপক প্ৰধান শিক্ষক হৈছিল। তেওঁ শিক্ষানুৰাগী আছিল বাবে পত্নী গৰাকী শিক্ষিতা হোৱাটো বিচাৰিছিল। ইন্দিৰা বাইদেউৱে বিয়াৰ পাছত এম ই আৰু মেট্ৰিক পৰীক্ষা পাছ কৰিছিল আৰু কটনত নাম লিখাই এগৰাকী শিক্ষানুৰাগী পেহী শাহুৱেকৰ লগত থাকি আই এ আৰু বি এ পাছ কৰিছিল। তেওঁক শাহুৱেকৰ ঘৰখনে (তেতিয়া অৱশ্যে শহুৰেক-শাহুৱেক দুয়ো ঢুকাইছিল) বিদ্যা আহৰণ কৰাত উৎসাহ দিয়া নাছিল। সেই ঘৰত থাকি বোৱাৰীয়েক এজনীক পঢ়াৰ অনুমতি দিয়া নাছিল, গতিকে বাইদেউ তেনেকৈ আনৰ লগত থাকি পঢ়িব লগা হৈছিল। তেতিয়ালৈ তেওঁ স্বামীৰ লগত সাংসাৰিক জীৱনৰ পাতনি মেলাই নাছিল। পাছত নগাঁওলৈ গৈহে স্বামীৰ লগত শিক্ষকতাৰ জীৱনো আৰম্ভ কৰিছিল। প্ৰথম সন্তান প্ৰলয়ৰ জন্ম হোৱাৰ পাছত দ্বিতীয় সন্তান মেৰী গৰ্ভত থাকোতেই আকস্মিকভাৱে স্বামীৰ মৃত্যু হ'ল। তাৰ পাছত তেওঁক দেউতাক ধৰ্মকান্ত বৰঠাকুৰৰ লগতে কংগ্ৰেছৰ আন নেতা ডাঃ ঘনশ্যাম দাস, ভুবনেশ্বৰ বৰুৱা আদিয়ে আনি নতুনকৈ স্থাপিত হোৱা তাৰিণীচৰণ চৌধুৰী হাইস্কুলৰ প্ৰধান শিক্ষয়িত্ৰী হিচাপে বাছনি কৰিছিল। ইন্দিৰা বাইদেউৱে তেতিয়া বি টি ও পাছ কৰিছিল।

এনেকৈয়ে নতুন স্কুল এখনৰ গুৰি ধৰি কম বয়সীয়া সুন্দৰী ব্ৰাহ্মণ বিধৱা মহিলা এগৰাকীয়ে নিজৰ সংসাৰখনেই নহয়, স্কুলখনকো সুকলমে চলাই নি তাক অসমৰে এখন লেখত ল'বলগীয়া স্কুলত পৰিগণিত কৰিছিল। শিক্ষকৰ জীৱন আৰু সাংসাৰিক জীৱনৰ ভিতৰত কোনো পাৰ্থক্য নাৰাখি নিজকে শিক্ষা-জগতৰ লগত জড়িত কৰা মহিলা অসমতে বিৰল বুলি ক'ব পাৰি। মই এই কাৰণে নিজকে ধন্য বুলি মানো যে এনে এগৰাকী প্ৰধান শিক্ষয়িত্ৰীৰে মই এজনী ছাত্ৰী হোৱাৰ সৌভাগ্য আৰ্জিছিলো। সেই শ্ৰদ্ধেয়া বাইদেউৰ পবিত্ৰ স্মৃতিত মোৰ অন্তৰভৰা শ্ৰদ্ধাৰ্ঘ যাচিলো। আজিৰ দিনত ইন্দিৰা বাইদেউৰ দৰে নিষ্ঠাবান প্ৰধান শিক্ষয়িত্ৰীৰ জন্ম লোৱা হ'লে আমাৰ অসমীয়া মাধ্যমৰ স্কুলবোৰৰ এনে দুৰৱস্থা নহ'লহেঁতেন।

— ১৯/১/০৩



৮

# ছাৰে ক'লে, প্ৰকৃত মানুহ হোৱাটোহে আচল শিক্ষা

মোৰ শ্ৰদ্ধেয় শিক্ষাগুৰুৰ কথা ক'বলৈ গ'লে মই মাত্ৰ এজন শিক্ষাগুৰুৰ কথাই ক'ব নোৱাৰো। স্কুলীয়া দিনৰে পৰা বিশ্ববিদ্যালয়ৰ পৰ্যায়লৈ কতজন শিক্ষাগুৰুৰ তলতেতো শিক্ষা লাভ কৰি আহিলোঁ - গতিকে তাৰ মাজৰ এজন বা কেইজনমানক বিচাৰি উলিওৱা সঁচায়ে দুৰূহ কাম। তথাপি তাৰ ভিতৰতো যি কেইজনৰ কথা মই নানা কাৰণত পাহৰিব নোৱাৰো আজি তেওঁলোকৰ কথাকে লিখিম।

মোৰ প্ৰথমেই মনলৈ আহে স্বৰ্গীয়া সুনীতা বাইদেউৰ নামটো। সুনীতি দাস। বাল্যকালত এম ই স্কুলত পঢ়ি থাকোঁতে বাইদেৱে আমাক ইংৰাজী পঢ়ুৱাইছিল। তেওঁ খুব ভাল পঢ়াইছিল, আমাৰ মগজুৰ ভিতৰলৈ সোমাই গৈছিল। মোক বোধ হয় তেওঁ কিছু মৰম কৰিছিল। তেওঁ খুব বাহিৰা কিতাপ পঢ়িছিল - যিটো আন বাইদেউসকলৰ ক্ষেত্ৰত দেখা নাছিলোঁ। মাজে মাজে ক্লাছৰ পাঠ পঢ়া শেষ হ'লে তেওঁ সেই কিতাপত পঢ়া নানা কাহিনী আমাক শুনাইছিল। তেৰোঁ মুখত শুনা — King of the Golden River নামৰ বিখ্যাত ৰূপকথা-ধৰ্মী কাহিনীটো মই যেন মনেপ্ৰাণে উপভোগ কৰিছিলো।

মই কটন কলেজত আই এছ চি আৰু বি এ পঢ়িছিলো। আই এছ চি পঢ়াৰ সময়ত পদাৰ্থ বিজ্ঞানৰ এগৰাকী অধ্যাপক আছিল প্ৰয়াত ঈশ্বৰ ভূঞা ছাৰ - ড° হিৰণ্য ভূঞাৰ সুযোগ্য ভাতৃ। তেওঁ অত্যন্ত গম্ভীৰ প্ৰকৃতিৰ ব্যক্তি আছিল। আমি খুব ভয় কৰা এই অধ্যাপকজনে খুব ভাল পঢ়ুৱাইছিল। কিন্তু এদিন এজন ল'ৰাই গেলেৰীত ক্লাছত বহি থাকোঁতে ওপৰৰ পৰা

সমুখৰ বেঞ্চত বহি থকা ছোৱালীৰ্নিলৈ লক্ষ্য কৰি কাগজৰ লাৰু এটা মাৰি পঠিয়াইছিল। তেওঁ ল'ৰাজনক তললৈ মাতি আনিলে আৰু সকলোৱে শুনাকৈ তাক বজ্ৰ গম্ভীৰ স্বৰেৰে ক'লে - 'পঢ়া-শুনাত চোকা হোৱাটো ডাঙৰ কথা নহয়, কিন্তু মোৰ মনত প্ৰকৃত মানুহ হোৱাটোহে আচল শিক্ষা। এই কথাটো সদায় মনত ৰাখিবা।' প্ৰকৃত মানুহ হোৱাটোহে আচল শিক্ষা - এই কথাষাৰ মোৰ বুকুত গাঁথি ৰ'ল - তেনে এষাৰ কথা শিক্ষা দিয়া শিক্ষাগুৰুজনৰ মুখখন আজিও পৰম শ্ৰদ্ধাৰে মোৰ চকুত জ্বলজ্বল পট্‌পট্‌কৈ ভাহি থাকে।

কটনত আমাক পঢ়ুওৱা আন দুজন শ্ৰদ্ধেয় শিক্ষাগুৰুৰ এগৰাকী হ'ল তাৰিণী কান্ত ভট্টাচাৰ্য ছাৰ, টি কে বি নামেৰেই যি বেছি পৰিচিত। তেওঁ আমাক ইংৰাজীৰ ৰেট'ৰিক এণ্ড্ প্ৰছ'ডী পঢ়ুৱাইছিল। ধুতি-পাঞ্জাবী পিন্ধি গাত এখন চাদৰ লৈ অহা টি কে বি ছাৰে নিজেও নিয়ম মানি ক্লাছত উপস্থিত থাকিছিল আৰু আমিও আমাৰ প্ৰিয় ছাৰৰ ক্লাছত সদায় উপস্থিত থাকো। টি কে বি ছাৰে নিজৰ বিষয়টো ভাল পাইছিল প্ৰাণঢালি, পঢ়ুৱাইছিল প্ৰাণঢালি। তেওঁৰ ক্লাছত কৰা মোৰ আৰু এটা কাণ্ডৰ কথাও নকৈ নোৱাৰো। আমাক Paronomasia বা Pun বুলি এটা বস্তু শিকাইছিল - একেটা শব্দকে দুই ধৰণে ব্যৱহাৰ কৰা। উদাহৰণ এটা আছিল এনে — When a man dies his wife pines for a second. এই second টো দুই ধৰণে ব্যৱহাৰ কৰিছে, স্বামীৰ মৃত্যুৰ পিছত পত্নীয়ে দ্বিতীয় এজন স্বামীৰ বাবে বিনায় বা মাত্ৰ এক ছেকেণ্ডৰ বাবেহে বিনায়। মোৰ নাৰীবাদী মনটো বোধহয় সৰুৰে পৰা জাগ্ৰত হৈ থাকিছিল, গতিকে 'পান'ৰ পৰীক্ষা বহীত উদাহৰণ দিলোঁ এনেকৈ — When a woman dies her husband pines for a second পিছত যেতিয়া ছাৰে আমাৰ বহীবোৰ ঘূৰাই দিছিল তেতিয়া মুখত আমোদৰ হাঁহি বিৰিঙাই মোৰ পিনে এটা তীৰ্যক দৃষ্টি হানি কৈছিল — Certain lady in the class has changed certain line of the text. তাৰ পিছত তেওঁ মোৰ বাক্যটো পঢ়ি দিয়াত হাঁহিৰ ৰোল উঠিছিল। আমাক হৰেন চৌধুৰী ছাৰে টেনিছনৰ Motre d' Arthur নামৰ কবিতাটো পঢ়ুওৱাৰ দৃশ্যটো আজিও মনত পৰে, তেওঁ যেন পৰম আপ্লুত হৈ তাৰ শাৰীবোৰ পঢ়িছিল আৰু আমাক অতি প্ৰাঞ্জলভাৱে ব্যাখ্যা কৰিছিল। নিজৰ বৃত্তিটোক ইমান ভালপাই, ইমান প্ৰাণঢালি পঢ়ুওৱা অধ্যাপক মই কমেই পাইছোঁ।

শেষত মোৰ আৰু এজন শিক্ষাগুৰুৰ কথা কৈ লেখাটো ইয়াতে সামৰোঁ। সেইজন শ্ৰদ্ধেয় শিক্ষাগুৰু হ'ল মোৰ পিতা। মাত্ৰ মেট্ৰিক পাছ কৰা মোৰ পিতাই সৰুৰে পৰা আমাক নিজৰ আৰ্হিৰে আৰু উপদেশেৰে যি নৈতিক শিক্ষা দিছিল সি আজিও মোৰ জীৱন পথত পাথেয় হৈ আছে।

— ২০০৩



# ভুলৰ মাজত জীৱন

সৰুতে মোৰ কিবা এখন স্কুলীয়া ৰচনাত ভুল কথা লিখোতে দাদাই বহীখনত এই কথাষাৰ লিখি দিয়া এতিয়াও মনত পৰে — Better omit than Commit। নাজানা যদি নিলিখিবাই, তথাপি ভুলকৈ নিলিখিবা।

আজিকালি বাতৰি কাকতবোৰত বা অ'ত ত'ত পঢ়া নানা বিসংগতিৰ বাবে মোৰ সৰুকালত পঢ়া এই বাক্যটো প্ৰায়ে মনলৈ আহে। আমি কথা কিছুমান ভালকৈ নেজানিও আগপাছ নুগুণি ভুল কথাবোৰ লিখি যাওঁ — মই নিজেও কিন্তু এই অপৰাধৰ পৰা সাৰি যাব নোৱাৰো, মোৰো কোনো কোনো লেখাৰ দুই এটা এনে ভুল আনে আঙুলিয়াই দিয়াত আকৌ সৰুকালৰ এই সাবধানবাণীটো মনত পেলাওঁ আৰু তেতিয়া মনে মনে প্ৰতিজ্ঞা কৰো যে কোনো কথা ভালকৈ নজনাকৈ কেৱল দুৰ্বল স্মৃতিৰ ওপৰত নিৰ্ভৰ কৰি কোনো কথা নিলিখো। উদাহৰণস্বৰূপে - অলপতে কিবা এটা লেখাত মই 'শুৱনি আমাৰ গাঁওখনি অতি শুৱনি গছেৰে ভৰা' পদ্যশাৰী উদ্ধৃত কৰি তাৰ লেখক নলিনীবালা দেৱী বুলি লিখিলো। তেতিয়া এজনে মোৰ সেই ভুলটো উনুকিয়াই দি ক'লে যে সেই পদ্যটো ভাগুনি কবি আনন্দ চন্দ্ৰ আগৰৱালাইহে লিখা। কবিৰ নাম যেতিয়া মোৰ সঠিককৈ মনতে নাছিল মই কাৰো নাম ব্যৱহাৰ নকৰি কেৱল কবি বুলি লিখিলেই হ'লহেঁতেন - কিয়নো ভুলকৈ নামটো ব্যৱহাৰ কৰিবলৈ গ'লো। সঁচায়ে - Better omit than Commit.

নিজৰ ভুলৰ কথা লিখাৰ পাছত এতিয়া আনৰ ভুলৰ কথা লিখা যাওক (এইখিনিতে নিজৰ সপক্ষে কথা এটাও কওঁ যে মই তথাপি গছত

গৰু উঠা জাতীয় কথা নিলিখো)। নানা ভুল, মই মাত্র দুটা এটাৰহে উল্লেখ কৰিম। প্ৰথমতে মোক লৈ কৰা ভুল এটাৰে আৰম্ভ কৰো। এগৰাকী অলপ-অচৰপ নাম-যশ হোৱা, ডক্তৰেট পোৱা অধ্যাপিকাই মোৰ গল্পৰ বিষয়ে এটা লিখনি লিখিছিল, তাত তেওঁ মোৰ 'এনথ্ৰপলজিৰ সপোনৰ পিছত' নামৰ গল্পটো প্ৰথমৰে পৰা শেষলৈ 'এনথ্ৰপলজিৰ সপোন' বুলিয়ে উল্লেখ কৰি থাকিল। তেওঁৰ বিষয় আছিলো ময়ে, সেইটো মোৰ একপ্ৰকাৰ তেতিয়াৰ বিখ্যাত গল্পই, গতিকে লেখিকা সাৱধান হোৱা উচিত আছিল। আৰু মোৰ নামটোৰ কতজনে যে কত বানান নিলিখে, কোনোবাই লিখে নিৰূপমা বুলি, কোনোবাই লিখে নীৰুপমা বুলি, কোনোবাই বা আকৌ নীৰূপমা বুলি। উপাধিৰ ক্ষেত্ৰতো ভুলৰ পয়োভৰ — কোনোবাই লিখে বুঢ়াগোহাঞি বুলি, কোনোবাই লিখে বৰগোহাঁঞি বুলি — এবাৰ বা এজনে গোহাঁই বৰুৱা বুলিয়েই লিখিলে। শ্ৰদ্ধেয় মহেশ্বৰ নেওগৰ 'নেওগ' উপাধিটোৰ 'নে' আৰু 'ও' আৰু 'গ'টোৰ ওপৰত বিভিন্নজনে চন্দ্ৰবিন্দু ব্যৱহাৰ কৰাত পাণ্ডিত্যৰ লগতে প্ৰচুৰ ৰসবোধো থকা ব্যক্তিজনে বোলে এবাৰ হাঁহি হাঁহি কৈছিল — চন্দ্ৰবিন্দুটো যদি তোমালোকে নিদিলেই নচলে তেন্তে মোৰ নামটোৰ আগতে দি দিব পাৰাচোন — লেঠাই মৰি যায়। এতিয়া সঁচাকৈয়ে নামটোৰ আগত চন্দ্ৰবিন্দুটো বহুৱাব পৰা প্ৰখ্যাত ব্যক্তিজনৰ সেই মন্তব্য সুঁৱৰি মোৰো ক'বৰ মন যায় — কিছুদিন পাছত মোৰো নামটোৰ আগত চন্দ্ৰবিন্দু বহুৱাব লাগিব, উপাধিটোত অদৰকাৰী চন্দ্ৰবিন্দুটো নলগাই সেইটো ব্যৱহাৰৰ ইমানেই হেঁপাহ যদি মোৰো নামৰ আগতেই লগাই দিয়া না।

কিছুদিন আগতে প্ৰখ্যাত বুৰঞ্জীবিদ শ্ৰদ্ধেয় হেৰম্বকান্ত বৰপূজাৰীৰ মৃত্যু হৈছিল। 'আমাৰ অসম'ৰ সাংবাদিকে লিখিলে যে তেখেতৰ বৰপুত্ৰই নৱগ্ৰহ শ্মশানত শেষকৃত্য সম্পন্ন কৰিবৰ সময়ত মুখাগ্নি কৰিলে। মই টিভিৰ বাতৰিত তেখেতৰ মুখাগ্নি কৰা দৃশ্যটো দেখিছিলো, মুখাগ্নি কৰা 'বৰপুত্ৰ'কো দেখিলো আৰু চিনি পালো। তেওঁ বৰপূজাৰীদেৱৰ ডাঙৰ জোঁৱায়েক অভিযন্তা অমল বৰুৱা। দৰাচলতে ইতিহাসবিদজনৰ কোনো পুত্ৰ সন্তান নাছিলেই। আমাৰ গুৱাহাটীৰ যোৰপুখুৰী পাৰৰ পৈত্ৰিক ঘৰৰ ওচৰতে প্ৰথমতে তেখেতৰ ঘৰ আছিল - আমি সৰু থাকোতেই তেখেতে আমাৰ ওচৰত খালী হৈ থকা মাটি এডোখৰ কিনি প্ৰথমতে তাত থকা সাধাৰণ আৰু শেষত অট্টালিকা এটা বান্ধি বসবাস কৰি আছিল। তেখেতসকলৰ পাঁচোটি কন্যা সন্তানৰে তাত জন্ম হৈছিল। আমি প্ৰায় একেখন ঘৰৰ ছোৱালীৰ দৰে (লিলি, ৰাণু, বীণা আদিৰ লগত) ডাঙৰ হৈছিলো। তেতিয়া আমি এই কথাও শুনিবলৈ পাইছিলো যে পুত্ৰ সন্তান নথকা বাবে বৰপূজাৰীইতৰ মনত বৰ দুখ, সেয়ে তেখেতসকলে ওচৰৰ উগ্ৰতাৰা মন্দিৰত 'মানত' কৰি থৈছে যে পুত্ৰ সন্তান জন্ম হ'লে মন্দিৰত এটা সোণৰ বিগ্ৰহ বনাই দিব। কাহিনীটোৰ সত্যাসত্য নেজানো - কিন্তু পুত্ৰ সন্তানৰ হ'লে জন্ম নহ'ল।

কিছুদিন আগতে শ্ৰদ্ধেয়া বসুন্ধৰা শইকীয়াও স্বৰ্গী হ'ল। মই পৰম শ্ৰদ্ধা কৰা মহিলাগৰাকীৰ আদ্যশ্ৰাদ্ধৰ দিনা বিভিন্নজনে শ্ৰদ্ধাঞ্জলি আগবঢ়াই লিখা নানা লেখনা বিভিন্ন

বাতৰি কাকতত আগ্ৰহেৰে পঢ়িলো। দেখিলো কিছু কথাত ইটো লেখাৰ লগত সিটো লেখাত তথ্যগত পাৰ্থক্য বিদ্যমান। আমি জানো যে তেখেতে কটন কলেজত পঢ়িছিল — কিন্তু কোনোবা এগৰাকীয়ে তেখেত ডিব্ৰুগড়ৰ কানৈ কলেজত পঢ়া বুলি লিখিলে।

মাৰ্চ মাহত অগ্নিকন্যা চন্দ্ৰপ্ৰভা শইকীয়ানীৰ শতবাৰ্ষিকী (অসম আকাশৰ এগৰাকী উজ্জ্বল নক্ষত্ৰ যদিও মহাপয়োভৰেৰে পালন কৰা নহ'ল, মহিলা সমিতিৰ মাজতে সি আবদ্ধ হৈ থাকিল। নিশ্চয় তেওঁ মহিলা আছিল বাবেই পুৰুষপ্ৰধান সমাজত এনেদৰে 'অনাদৃত' হৈ ৰ'ল)। সেই সময়ত তেওঁৰ সম্পৰ্কে বাতৰি কাকতত যিবোৰ প্ৰত্যেকবাৰ জন্ম-মৃত্যুৰ দিনা (তেওঁৰ ১৬ মাৰ্চত জন্ম হৈছিল আৰু আন এক ১৬ মাৰ্চত মৃত্যু হৈছিল) প্ৰকাশ পোৱাৰ দৰেই গতানুগতিক প্ৰবন্ধ ওলাল তাতো দেখিলো হাস্যকৰ তথ্যৰ বিকৃতি। কোনোবাই লিখিলে বাল্যকালতে তেওঁৰ দণ্ডীৰাম হাজৰিকা নামৰ গাঁৱৰ মানুহ এজনৰ লগত বিয়া হৈছিল আৰু পাছত তেজপুৰৰ সাহিত্যিক দণ্ডীৰাম কলিতাৰ লগত (প্ৰকৃত নাম দণ্ডিনাথ কলিতা) বিয়া হৈছিল আৰু এটি পুত্ৰ সন্তানৰো জন্ম হৈছিল। কিন্তু নীহকুলীয়া বাবে দণ্ডিনাথ কলিতাই তেওঁৰ লগত সমাজৰ ভয়ত সংসাৰ নাপাতিলে — অগত্যা চন্দ্ৰপ্ৰভাই কোলাত কেঁচুৱা লৈ পৈত্ৰিক গাঁও দৈশিংৰিলৈ উভতি যাব লগা হ'ল। আচলতে চন্দ্ৰপ্ৰভাৰ দণ্ডিনাথ কলিতাৰ লগত বিয়াই হোৱা নাছিল, কিন্তু কুমাৰী অৱস্থাতে তেওঁৰ সন্তান গৰ্ভত ধাৰণ কৰি কলিতাৰ কথামতে ভ্ৰূণ ধ্বংস কৰিবলৈ ৰাজী নোহোৱাত অবৈধ সন্তানৰ মাতৃ হ'বলৈ ওলোৱা চন্দ্ৰপ্ৰভা তেওঁ কাম কৰা স্কুলখনৰ পৰা বিতাড়িত হৈ গাঁৱলৈ উভতি যাবলৈ বাধ্য হৈছিল। আমাৰ লেখকসকলৰ, সাংবাদিকসকলৰ কলমৰ পৰা আৰু যে কত ভুল কথা প্ৰকাশ হৈ নাথাকে! আগতেও মই এই বিষয়ে বহুত লেখাতে লিখি আহিছো, তথাপি নতুন নতুন ভুল চকুত পৰি থাকে বাবে পুনৰ সেইবোৰলৈ আঙুলিয়াই নেথাকি নোৱাৰো। আৰু এটা ডাঙৰ ভুল হ'ল ডঃ ময়ীদুল ইছলাম বৰা অসমৰ প্ৰথম ডক্টৰেট বুলি প্ৰচাৰ হৈ থকা কথাটো, আচলতে ড° ৰাধিকা ৰাম ঢেকিয়াল ফুকনহে অসমৰ প্ৰথম ডক্টৰেট।

অলপতে অসমীয়া প্ৰতিদিন কাকতত প্ৰকাশ পোৱা এই একে ধৰণৰ পুত্ৰ সম্পৰ্কীয় তথ্যগত ভুল এটাৰ কথা উনুকিয়াওঁ। ১ মে'ৰ কাকতখনত লেখা হ'ল যে অসমীয়া ভাষাৰ ওজা, 'হেমকোষ' অভিধান প্ৰণেতা হেমচন্দ্ৰ বৰুৱাৰ সুযোগ্য পুত্ৰ দেবানন্দ বৰুৱা আৰু পৰিয়ালবৰ্গই দেৰগাঁৱত সাহিত্য সভাই ৰাষ্ট্ৰীয় পথৰ বাছ আস্থানৰ ওচৰত হেমচন্দ্ৰ বৰুৱাৰ এটি আৱক্ষ মূৰ্তি স্থাপন কৰিবলৈ ত্ৰিশ হেজাৰ টকা অনুদান আগবঢ়াইছিল, কিন্তু সেই মাটিডোখৰ সংক্ৰান্ত বিবাদৰ বাবে তাত মূৰ্তিটো স্থাপন কৰিব পৰা নগ'ল। আমি জনাত হেমচন্দ্ৰ বৰুৱাৰ পত্নী এটি মাত্ৰ কন্যা সন্তান জন্ম দি মৃত্যুমুখত পৰিছিল - দেবানন্দ বৰুৱা বোধহয় তেওঁৰ ভতিজা পুতেকহে। আমোদজনক কথা এটা হ'ল যে প্ৰতিদিনৰ স্বত্বাধিকাৰী জয়ন্ত বৰুৱাও হেমচন্দ্ৰ বৰুৱাৰ পৰিয়ালৰে সন্তান আৰু তাতেই এই ভুল।

এনেকৈয়ে আমি নানা ভুল কৰি কৰি গৈ আছোঁ। পিছে ইংৰাজীত এবাৰ আপ্তবাক্য আছে — To err is human মানুহ মাত্ৰেই ভুল কৰে। আমি অসমীয়াও মানুহহে..., যদিও অগ্নিকবি কমলাকান্ত ভট্টাচাৰ্যৰ মতে, 'ঠিক অসমীয়া মানুহ নহয়...!'

আমাৰ সাংবাদিকে নিজৰ ৰাজ্যখনৰে ভুল খবৰ দি থকাৰ লগতে অসমৰ বাহিৰতো আমাৰ বিষয়ে লেখক-সাংবাদিকে কিমান ভুল কথা লেখে, কিমান আপত্তিজনক আৰু মিছা কথা লেখি আমাৰ ৰাজ্যৰ ভাবমূৰ্তিত কালিমা সানি থাকে, শেষত তাৰো এটা উদাহৰণ দিওঁ। কোনোবা এজন জন কী নে তেনে নামৰ (ইংৰাজী বানান - John Keay) লেখকে ইন্ টু ইণ্ডিয়া (Into India) নামৰ এখন কিতাপ লিখিছিল — যিখন বোলে ১৯৯৯ চনতেই ছপা হৈছিল আৰু ২০০০ চনত তাৰ দ্বিতীয় সংস্কৰণো প্ৰকাশ হৈছে। এই কিতাপৰ ১৫৬ পৃষ্ঠাত বোলে এনেদৰে লেখা হৈছে — 'The Bengalis are mainly Brahmins and invariably of higher caste than the humble, untouchable or tribal Assamese'... 'because of the area's Strategic importance and because alone in India it boasts of oil resources, the Central Governments treats Assam with great delicacy'। ২০০০ চনত ওলোৱা কিতাপখনত উত্তৰ-পূব ছয়খন ৰাজ্যৰে গঠিত বুলি লেখিছে। কিতাপখনৰ ১৬০ পৃষ্ঠাত বোলে এইবোৰ কথাও লেখা আছে — 'The two facts about Assam which every guide book or tourist brochure reiterates are that Cherrapunji has the heaviest rainfall in the world and that Kaziranga is the last remaining haunt of the Indian rhinoceros - evidence enough if more were needed that the region's Character is of a natural rather than a Civilised or social order' - কিতাপখন নিউ দিল্লীৰ Living Media India Ltd. Books Today - ৰ, প্ৰকাশক অশোক চোপ্ৰা। (এই তথ্যখিনি মই ১৯ এপ্ৰিলৰ জনৈক টি ৰাজখোৱাই Assam Tribune কাকতৰ চিঠিপত্ৰ শিতানত প্ৰকাশ কৰা 'Wrong Information' নামৰ চিঠিৰ পৰা লৈছো।)

পিছে দুখলগা কথাটো হ'ল — পূৰ্বৰ বি বি চি-ৰ সংবাদদাতা ভাৰত নিবাসী ইংৰাজ মাৰ্ক টুলীৰ দৰে শ্ৰদ্ধেয় ব্যক্তি এজনে অনুমোদন কৰিছে।

— ২০০৩



# বিঘিনি-বিনাশকাৰী গণেশ বন্দনা

ভাৰতীয় দেব-দেবীসকলৰ ভিতৰত (শুনিছো বোলে তেওঁলোকৰ সংখ্যা তেত্ৰিশ কোটি, কিন্তু মোৰ অজ্ঞতাৰ বাবে মই মাত্ৰ কেইজনমানৰ নামহে জানো - সেই অভিজ্ঞতাৰ ভিত্তিতে এই কথা লিখিছো) গণেশৰ প্ৰতি মোৰ যথেষ্ট শ্ৰদ্ধা আৰু কৌতূহল। আই পাৰ্বতীৰ হাতীৰ মূৰেৰে 'ট্ৰেন্সপ্লেন্ট' কৰা মূৰৰ এই পেটুলা পুত্ৰৰ প্ৰতি মোৰ কিয় জানো, এক ধৰণৰ বাৎসল্য প্ৰেমো জাগে। হয়তো ইয়াৰ লগত এক গূঢ় মনস্তাত্বিক কাৰণো জড়িত হৈ আছে। গণেশ আৰু কাৰ্তিকক হেনো সাতবাৰ এটা মন্দিৰ প্ৰদক্ষিণ কৰিবলৈ কোৱা হ'ল, কাৰ্তিক বাহন ময়ূৰত উঠি তুৰন্তে ওলাই গ'ল, কিন্তু গণেশে মাকৰ চাৰিওপিনে সাতবাৰ প্ৰদক্ষিণ কৰি ধুপুচকৈ মাকৰ কোলাত বহি পৰিল। কিছু সময়ৰ পাছত কাৰ্তিক উভতি আহিল, গণেশে ক'লে — তেওঁ প্ৰতিযোগিতাত জিকিল (আচলতে সেইটো দুয়ো ভাই-ককাইৰ ভিতৰত কোনে আগতে সাতবাৰ মন্দিৰ প্ৰদক্ষিণ কৰি আহিব পাৰে তাৰে হেনো প্ৰতিযোগিতা আছিল — প্ৰথমতে এই কথাটো কৈ লোৱা নহ'ল)। কাৰ্তিক আচৰিত হ'ল (ভায়েক হ'লেও মনে মনে নিশ্চয় অলপ খঙো উঠিল), তেওঁৰ ময়ূৰৰ দৰে বেগী বাহন থকাতো গণেশৰ এই থুলন্তৰ শৰীৰটোক অকণমানি নিগনিয়ে কেনেকৈ বহন কৰি ইমান কম সময়ৰ ভিতৰতে মন্দিৰ ঘূৰাই আনিলে?

কাৰ্তিকৰ উদ্ধাভৰা প্ৰশ্নৰ উত্তৰত গণেশে হাতীৰ সৰু চকু দুটা টিপিয়াই মিচিকিয়াই হাঁহি (ওঁঠৰ তলৰ সেই হাঁহি কিমান প্ৰকট হয় নেজানো) উত্তৰ দিছিল — মই মাক সাতবাৰ প্ৰদক্ষিণ কৰিছো, মাতকৈ ডাঙৰ মন্দিৰ আৰু ক'ত আছে?

এই মাতৃভক্ত, চালাক-চতুৰ গণেশৰ প্ৰতি মোৰ মৰম নুপজি পাৰেনে? গণেশক এক আদৰ্শ পুৰুষ হিচাপে গণ্য কৰি কোনোবা এখন বেংকৰ প্ৰচাৰ পত্ৰিকাত পঢ়া মনত পৰে — গণেশৰ মূৰটোত হেনো এইকেইটা গুণ প্ৰতিভাত হোৱা দেখা যায় - ডাঙৰ কাণ দুখনে বুজায় যে মানুহে সদায় বেছিকৈ শুনিব লাগে, প্ৰকাণ্ড শুঁৰৰ তলত লুক্কায়িত একপ্ৰকাৰ সৰু মুখখনে বুজায় যে কম কথা ক'ব লাগে আৰু সৰু হ'লেও তীক্ষ্ণ চকুহালে বুজায় যে সকলো ফালে সজাগ দৃষ্টি ৰাখিব লাগে, সেই যে কোৱা হয় — চকু-কাণ সজাগ কৰি ৰাখিব লাগে।

শুনিছো বোলে স্কটলেণ্ড ইয়াৰ্ডৰ ডিটেকটিভসকলকো এই 'গণেশ হোৱা'ৰে শিক্ষা দিয়া হয়। কথাটো মোক বহুত বছৰ আগতে প্ৰয়াত সাংবাদিক গিৰীশ শৰ্মাই কৈছিল — আজি প্ৰসংগক্ৰমে মোৰ সেই কথাটো মনত পৰি গ'ল। এবাৰ কিবা এখন সাহিত্যৰ সভাত তেতিয়াৰ শিক্ষা মন্ত্ৰীয়ে ভাষণ দি আছিল - সাহিত্যিক ভাষণ, যিবোৰক আমি ৰগৰ কৰি 'চাহিত্যিক ভাচন' বুলি কওঁ। নিজকে সাহিত্যৰ এক বিৰাট চমজদাৰ ব্যক্তি বুলি ভাবি লৈ (দৰ্শকে ভাবক বা নেভাবক) নানা ভুল-ভ্ৰান্তি ভৰা কথা কৈ আছিল, পৰম উৎসাহেৰে, অপূৰ্ব বাগ্মিতাৰে। সেই সভালৈ ময়ো এগৰাকী সাংবাদিক হিচাপে গৈছিলো, মোৰ ওচৰত বহি আছিল গিৰীশ শৰ্মা। এবাৰ তেওঁৰ বোধহয় অসহ্য হ'ল, মোৰ কাণৰ ওচৰলৈ মুখখন আনি তেওঁ মোক অনুচ্চ মাতেৰে কৈছিল - 'স্কটলেণ্ড ইয়াৰ্ডৰ এপ্ৰেনটিচ্ ডিটেকটিভসকলক শিকোৱা প্ৰথম পাঠ বোলে হ'ল এইটো — বেছিকৈ অৰ্থাৎ কাণ সজাগ কৰি ৰাখিবা আৰু মুখখন সহজে নুখুলিবা। আমাৰ মন্ত্ৰীসকলকো শপত লওঁতে এই শিক্ষাটো দিব লাগে...।'

গণেশ মোৰ বাবে এই কাৰণেও আকৰ্ষণীয় যে তেওঁ হেনো জনগণৰ আপোন মানুহ — 'অ' নহয়, দেৱতাহে। সেয়ে তেওঁক গণপতি বুলিও কোৱা হয়, সন্ধি ভাঙিলেও হয় — গণ+ঈশ=গণেশ। তেওঁ জনতাৰে এজন — এই কথা এনেকি প্ৰকাশ পাইছে ৰবীন্দ্ৰনাথৰ 'শেষেৰ কবিতা' নামৰ উপন্যাসতো। নায়ক অমিত ৰায়ে নিবাৰণ চক্ৰৱৰ্তী ছদ্মনাম লৈ ৰচনা কৰা কবিতাৰ এটা লাইন হ'ল — 'আমি জন-গণেশেৰ প্ৰচণ্ড কৌতুক...।'

গণেশৰ মাতৃভক্তি অতুলনীয়, কিন্তু পিতৃভক্তি তেনে প্ৰবল নহয় নেকি। হ'বই বা কেনেকৈ, ভাঙৰ চিলিম হুঁপি থকা মহাদেৱৰতো আৰু সংসাৰলৈ মন-কাণ নাই, গতিকে ল'ৰা-ছোৱালীকেইটা বোধহয় মাজে মাজে লঘোণেই থাকিবলগীয়া হয়, তেতিয়া হয়তো পাৰ্বতীয়েই বেছিকৈ লঘোণ দিবলগীয়া হয় - কাৰণ মাতৃৰ মৰমেৰে তেওঁ নিশ্চয় নিজে নেখায়ো ল'ৰা-ছোৱালীকেইটাকেই খুৱাইছিল। এইবাবেও হয়তো গণেশৰ মাতৃভক্তি ইমান প্ৰবল হৈছিল। মোৰ সৰুতে এই ল'ৰা-ছোৱালীকেইটাৰ প্ৰতি বৰ দুখ ভাব উপজিছিল যেতিয়া ৰাতি মায়ে আমি সৰু ল'ৰা-ছোৱালীকেইটাক শুৱাবলৈ গৈ নানা লোকগীত গাই শুনাইছিল, শিৱ-পাৰ্বতী সম্পৰ্কেও গাইছিল য'ৰ এটা শাৰী আছিল এনেধৰণৰ : 'কাৰ্তিক-গণপতি কান্দিবা লাগিছে, ঘৰোত খুদকণ এটিও নাই...।' অৱশ্যে শিৱ সিমান বেছি

বোহেমিয়ানো নাছিল যে ঘৰৰ প্ৰতি অকণো মন-কাণ নাই, কাৰণ মায়ে গোৱা লোকগীতত এইকেইটা শাৰীও আছিল - 'ভিক্ষাৰ মোনাখেনি আনা পাৰেবতি, ভিক্ষা কৰিবাকে যাওঁ' — পিছে লগতে আছে — 'ভাঙোৰ মোনাখেনি আনা পাৰেবতি, দুয়ো বহি ৰঙ্গে খাওঁ' — নিচাও এৰিব নোৱাৰে আৰু তাত সংগ বিচাৰে পত্নী উমাৰো (নিশ্চয় আজিৰ কোনো কোনো দম্পতীয়ে একেলগে বহি মদৰ গিলাছত মগ্ন হোৱাৰ দৰে সেই ঈশ্বৰ-দম্পতীৰো একেলগে বহি নিচা সেৱন কৰাৰ অভ্যাস আছিল — কি ভয়ানক আদৰ্শ!))।

মোৰ এই গণেশ বন্দনা পঢ়ি পাঠকে (মোৰ স্বভাৱ-চৰিত্ৰ ইমান দিনে লেখা-মেলাৰ যোগেদি জানি অহা পাঠকে) বোধহয় ভাবিছে যে পৰকাললৈ যাত্ৰাৰ সময় হৈছে বাবে বোধহয় মোৰ এতিয়া সুমতি হৈছে, ধৰ্ম-কৰ্মলৈ মতি হৈছে - পিছে নৈব নৈব চ। এসপ্তাহ আগতে অনুষ্ঠিত হোৱা শুক্লা চতুৰ্থীৰ গণেশ পূজাৰ কথাৰে মই এই লেখাটো লিখিছো যদিও মই মানুহজনী হৈ আছো সেই ১৯৭৮ চনৰে মনোবৃত্তিৰ, যেতিয়া মই চাকৰি কৰা 'সাপ্তাহিক নীলাচল'খনত 'বাটে হাটে' নামৰ এটা শিতান লিখিছিলো। তেতিয়া মই উজান বজাৰ, যোৰপুখুৰী পাৰৰ পৈত্ৰিক ঘৰত আছিলো আৰু চিটি বাছেৰে তাৰ পৰা মালিগাঁৱত থকা কাকতখনৰ কাৰ্যালয়লৈ আহ-যাহ কৰিছিলো। তেনেকৈ চাকৰি কৰি থকা সময়তে বাছৰ পৰা দেখিছিলো যে লতাশিল ফিল্ডৰ ওচৰৰ ৰাস্তাৰ এটা ফালে আঁহতৰ তলত এজন বৃদ্ধই পাথৰ এটাত সেন্দূৰ সানি বহি আছে, সেইটো হেনো গণেশৰ বিগ্ৰহ। দুই-এজন মানুহ আহি তাত দুই-এপইচা দিয়াও দেখিছিলো। লাহে লাহে সেই বিগ্ৰহ বোধহয় 'জাগ্ৰত'ও হ'ল আৰু চকুৰ আগতে তাত গনেশ মন্দিৰ প্ৰতিষ্ঠা হোৱাও দেখিছিলো।

পাছত মই সেই 'বাটে হাটে' শিতানত 'চিটি বাছৰ যাত্ৰী আমি' বুলি এটা লেখা লিখিছিলো (১ মাৰ্চ, ১৯৭৮ চন) য'ত নানা কথাৰ লগতে এইখিনি কথাও লিখিছিলো — 'মোৰ চকুৰ আগতে ভগৱানৰ স্থিতিৰ বাবে নতুন নতুন বাসস্থান নিৰ্মিত হৈয়ে আছে — যেনে আঁহতৰ তলত শিল ফুটি ওলাই ভগৱানৰ আবিৰ্ভাৱ হ'ল বুলি ঘোষিত হ'ল, ভক্তৰ দলৰ আগমন হ'ল আৰু এতিয়া দেখিছো তাত প্ৰথমতে নিৰ্মিত হোৱা জুপুৰীটোৰ ঠাইত কংক্ৰীটৰ ঘৰ নিৰ্মিত হ'ব ধৰিছে। প্ৰতিদিনে চিটি বাছেৰে সেই ঠাই অতিক্ৰম কৰো, সেই দৃশ্য চকুত পৰে আৰু ভাব হয় আমাৰ মানুহৰ এই কৰ্মতৎপৰতা যদি জীৱনৰ অন্যান্য ক্ষেত্ৰতো প্ৰযোজিত হ'লহেঁতেন তেন্তে আমাৰ বোধহয় বহুত দুখ-দুৰ্দশা আঁতৰ হ'লহেঁতেন।...'

মই কাৰো ধৰ্মীয় বিশ্বাসত আঘাত কৰিব নোখোজো, ধৰ্ম এক ব্যক্তিগত বিশ্বাসৰ কথা। কেৱল আজি লতাশিল ফিল্ডৰ কাষৰ সেই 'মাহাত্ম্যপূৰ্ণ' মন্দিৰটো দেখি, তালৈ ভক্তৰ আগমন দেখি (বিশেষকৈ গণেশ চতুৰ্থীৰ সময়ত) মই কেৱল পৰম বিস্মিত হওঁ আৰু মনৰ চকুৰ আগত ভাহি উঠে চিটি বাছৰ পৰা দেখা প্ৰায় পাঁচিশ বছৰৰ আগৰ দৃশ্যটোলৈ আৰু লগতে মই সেই লেখাটোতে লেখা স্বামী বিবেকানন্দৰ এইষাৰ কথা মনে মনে আওৰাওঁ

: যি ধৰ্মই বিধৱাৰ চকুপানী মচিব নোৱাৰে, ক্ষুধাতুৰৰ মুখত অন্ন দিব নোৱাৰে, সেই ধৰ্মৰ প্ৰয়োজন নাই।

গণেশ হেনো বিঘ্ন-বিনাশকাৰী দেৱতাও, মোৰ জীৱনটো নানা বিঘিনিৰ মাজেৰে পাৰ হ'ল। গতিকে প্ৰিয় পাঠকে নিশ্চয় 'devilish pleasure' অৰ হাঁহি মুখত বিৰিঙাই এই কথা ভাবিব পাৰিব — বিঘিনি-বিনাশকাৰী দেৱতাক পূজা নকৰাৰ ফল পালা নহয়।

— ২০০৩



# মাৰ 'ডাকৰ বচনবোৰ'

আমাৰ মায়ে কথা-বতৰাৰ মাজত প্ৰায়ে নানা ফকৰা-যোজনা ব্যৱহাৰ কৰিছিল আৰু প্ৰত্যেকটো আপ্তবাক্য আওৰোৱাৰ আগতে কৈ লৈছিল - 'ডাকেও কৈ গৈছে বোলে...'। কেতিয়াবা মাই তেনে বচন আওৰাই 'ডাকেও কৈ গৈছে' বুলি নক'লে আমি হাঁহি হাঁহি কওঁ 'মা, এইষাৰো জানো ডাকে কৈ যোৱা নাই?' মায়ে আমাৰ সূক্ষ্ম ব্যংগ নুবুজি গহীনভাৱে কয় — 'অঁ, ডাকেইতো কৈ গৈছে...

মাৰ কেতবোৰ 'ডাকৰ বচন' হ'ল — গ'লতে নেওতা নাই দোলা দি যাবা খোজা, (ডাকে বা কোন ভাষাত লিখিছিল - অ' নহয় কৈছিল, ডাকৰ বচনতো আমাৰ মৌখিক সাহিত্যতহে পৰে - আমাৰ মায়ে কিন্তু সেই বচনবোৰ সদায় কামৰূপীয়া ভাষাতহে কৈছিল। মা তেৰ বছৰ বয়সতে বিয়া হৈ চিৰজীৱনলৈ চহৰলৈ গুচি আহিছিল, ওচৰ-চুবুৰীয়াসকল ঘাইকৈ আছিল উজনিৰ লোক যাৰ ভাষা আমাৰ লিখিত ভাষাৰ দৰেই, কিন্তু মায়ে কাহানিও নিজৰ সেই 'ঢেকেৰী' ভাষা এৰা নাছিল। এতিয়া কবি অজিৎ বৰুৱাকো দেখিছোঁ যে আমি কামৰূপীয়া মানুহক লগ পালে কামৰূপীয়াতে কথা-বতৰা আৰম্ভ কৰি দিয়ে, কিন্তু আন মানুহৰ লগত লিখিত অসমীয়া ভাষাতে কথা কয়। সৰুতে মাই সকলোৰে লগত কামৰূপীয়া কোৱা দেখি আমাৰ বৰ লাজ লাগিছিল, কিন্তু এতিয়া মাৰ সেই অনমনীয়, নিঃসংকোচ, এক ধৰণৰ জাতীয়তাবোধক শ্ৰদ্ধা নকৰি নোৱাৰো। সেই ভাষাত কথা কৈ তেওঁ সমাজত হাঁহিয়াতৰ পাত্ৰ হ'ব পাৰে বুলি যে গ্ৰাহ্য কৰা নাছিল ইটো কম কথা নহয়) বাটি খালি আটি যায়/লুকে খালি ঢুকে যায়, ৰাখে হৰি

মাৰে কোন/মাৰে হৰি ৰাখে কোন, গংগাত যাবাটো কৰে/বাটোত ডোমে চৰাবাটো নকৰে, শাকে শুক্তাই ভক্ষণ/সি পুৰুষোৰ লক্ষণ, বেবেজাক নেদবি ঠাই/ বেবেজাই লাৰিছাৰি খায়, পোহৰত হৰে/ৰাতিত বিচৰাহ্, মুক্তাক হৰে শুক্তাক পায়, ছলি নহওঁতে খাই ল'বি/ছলি নহাওঁতে কৰি ল'বি, খাবা জান্‌লি চাউলে চিৰা/বহিবা জানলি মাটিয়ে পীৰা, ভোকে কি জানে পন্তা জক্‌ৰা/টুপনিয়ে কি জানে বৰি-বাক্‌ৰা... ইত্যাদি অজস্ৰ পটন্তৰ দি মায়ে কথা কয়, নানা প্ৰসংগত। আমি যদি কিবা আপত্তি কৰোঁ-(বিশেষকৈ খোৱা লোৱাকে ধৰি নানা কথাত সৰুতে আপত্তি কৰোঁতে) মাই খঙৰ সুৰত কয় — গ'লতে নেওতা নাই দোলাদি যাবা খোজা — (আমাৰ লিখিত ভাষাত এই বাক্যটোৰ সমাৰ্থক এনে পটন্তৰ পাওঁ - ভাল ভাল ঘোঁৰাই নেপায় ঘাঁহ/বটুৱা ঘোঁৰাই বিচাৰে মাহ) ভুল কাম কৰি শুধৰাব খুজিলে বা অবহেলাত হেৰুওৱা কিবা পিছত বিচাৰিলে মায়ে হুমুনিয়াহ কাঢ়ি 'ডাকৰ বচন' মাতি ক'ব — পোহৰত হৰে আন্ধাৰোত বিচ্‌ৰাহ, খোৱাৰ সময়ত বাছ-বিচাৰ কৰিলে সেই 'বচন' মাতি বুজাবৰ চেষ্টা কৰিব শাকে শুক্তাই ভক্ষণ সি পুৰুষোৰ লক্ষণ (এই জ্ঞানী বচনে জানো আমাক সুষম আহাৰ খাই সুস্বাস্থ্যৰ অধিকাৰী হোৱাৰ শিক্ষা নিদিয়ে?), মই ভুল বন্ধু নিৰ্বাচন কৰি বিপদত পৰাত মাই হুমুনিয়াহ কাঢ়ি এই 'ডাকৰ বচন' মাতি কৈছিল — 'বেবেজাক নেদবি ঠাই বেবেজাই লাৰিচাৰি খায়' — আমি কাৰোবাক কিবা বিলোৱাত নীচতা দেখুৱালে কয় — 'বাটি খালে আটি যায়, লুকাই খালে ঢুকাই যায়'...

মাৰ এই ডাকৰ বচনৰ কথাৰে আচলতে মই আমাৰ দিনৰ মাতৃসকলৰ শিক্ষাহীনতা সত্ত্বেও প্ৰকৃত শিক্ষিতাৰ ভুমিকাৰ কথাকে ক'ব খুজিছোঁ। এইসকলৰ মাজত যে বহুতো অসম ৰত্নৰ গৰ্ভধাৰিণী মাতৃ আছিল তাকতো আমি জানোই, এই সন্তানসকলৰ 'সুশিক্ষা'ৰ ক্ষেত্ৰত জানো মাতৃসকলৰ কোনো ভূমিকা নাছিল? তেওঁলোক আজিৰ বহুতো মাতৃৰ দৰে উচ্চ-শিক্ষাত শিক্ষিতা নহ'ব পাৰে, কোনো ডিগ্ৰী নেথাকিব পাৰে, কিন্তু সন্তানক মানুহ কৰাৰ কৰ্তব্য তেওঁলোকে নিষ্ঠাৰে পালন কৰিছিল। কিতাপৰ বিদ্যা নহ'লেও তেওঁলোকৰ আছিল যুগ যুগ ধৰি সঞ্চিত হৈ অহা পূৰ্বপুৰুষৰ পৰা অধীত এইবোৰ জ্ঞান, এই উইজডম (জ্ঞানক মই বহল অৰ্থতহে ব্যৱহাৰ কৰিছোঁ বাবে Wisdom শব্দটো ব্যৱহাৰ কৰিলোঁ)। যিবোৰ তেওঁলোকে শুনি আহিছে, শিকি আহিছে পিতৃ-মাতৃৰ যোগেদি, এই 'ডাকৰ বচন' আদিকে কৰি নানা ফকৰা-যোজনা, পটন্তৰ, নীতিমূলক সাধুকথাৰ যোগেদি। এইবোৰ তেওঁলোকৰ মজ্জাগত হৈ গৈছিল — অন্ততঃ কিছু মাতৃৰতো হৈছিলেই, সেয়ে তেওঁলোকে সন্তানক সুশিক্ষা দিছিল, নিজৰ বিদ্যায়তনিক জ্ঞান নাথাকিলেও সন্তানৰ পঢ়া-শুনাৰ ক্ষেত্ৰত সদা-সচেতন হৈ থাকিছিল। এইখিনিতে মই এগৰাকী মাতৃৰ কথা উল্লেখ কৰোঁ যাৰ লগত মই পৰোক্ষভাৱে জড়িত — অৱশ্যে তেওঁৰ স্মৃতিৰ লগত বুলি ক'লেহে শুদ্ধকৈ কোৱা হ'ব। এই গৰাকী মাতৃ হ'ল নবিনীবালা দেৱী, দুৰ্ঘটনাত মৃত্যু হোৱা অসম গণ পৰিষদ চৰকাৰৰ মন্ত্ৰী নগেন শৰ্মাৰ মাতৃ। পিছে এই বহল অন্তৰৰ মাতৃগৰাকী তেওঁ বাস কৰা

তেজপুৰ চহৰৰ আন বহুতৰে 'মাতৃ' হ'ব পাৰিছিল, বৰ্তমান গণ পৰিষদ দলৰ সভাপতি বৃন্দাবন গোস্বামীৰো হেনো তেওঁ মাতৃৰ দৰে আছিল। এই নবিনীবালা দেৱীৰ নিজৰ শিক্ষা-দীক্ষা নাছিল, কিন্তু পাকঘৰত ভাত ৰান্ধি ৰান্ধিও যেন তেওঁ অদৃশ্য ৰিম'ট্ কণ্ট্ৰোলেৰে ল'ৰা-ছোৱালীয়ে পঢ়ি আছে নে নাই তাৰ ওপৰত কঢ়া নজৰ ৰাখিছিল। এইগৰাকী সুযোগ্যা মাতৃৰ স্মৃতিত তেওঁৰ পুত্ৰ-কন্যা-জোঁৱায়ে মিলি এটা পুঁজি আগবঢ়াইছে, তাৰ পৰা মেট্ৰিকত অসমীয়াত সৰ্বোচ্চ নম্বৰ পোৱাসকলক বছৰি দহ হেজাৰ টকা পুৰস্কাৰ দিয়া হয়, এই পুৰস্কাৰটোৰ এই লেখাৰ লগত ঠিক প্ৰাসংগিকতা নাই, কিন্তু তাত মই জড়িত বাবেহে উল্লেখ কৰিলো, অৱশ্যে সেই বাবেও যে মই নবিনীবালা দেৱীৰ কথা জানিছিলোঁ সেই কথাই বোধহয় এক প্ৰকাৰ প্ৰাসংগিকতা আনি দিয়ে।

আমাৰ নিজৰ মাৰ বিষয়েও অলপ কোৱাৰ লোভ সামৰিব নোৱাৰিলোঁ, আজিৰ পত্নী তথা মাতৃৰ অপৰিসীম বিলাসৰ, ভোগৰ লালসাই পুত্ৰ বা মাতৃকো নানা ধৰণৰ অনৈতিক কামৰ পৰা বিৰত কৰিবতো নোৱাৰেই বৰং উচটায়হে। আমাৰ মাইঁতে দুৰ্নীতিৰ কথা কল্পনাই কৰিব নোৱাৰিছিল, পিতাৰ সাধুতাকে মনে প্ৰাণে মানি লৈ জীৱনত চলি গৈছিল। মোৰ সৰু ভাই মাৰ পেটমোচা সন্তান অজিতে গুৱাহাটী বিশ্ববিদ্যালয়ৰ পৰা পদাৰ্থ বিজ্ঞানত এম এছ চিত প্ৰথম শ্ৰেণীত পাছ কৰিছিল। তেতিয়া দাদা বিনয় কুমাৰ তামুলী তাত অংক শাস্ত্ৰত মুৰব্বী অধ্যাপক আছিল। পিছদিনা ঘোষণা কৰিব লগা খবৰবোৰ দাদাই বিশ্ববিদ্যালয়তে গম পাই আহিছিল। কিন্তু ঘৰত একো কোৱা নাছিল। মাই তেওঁক কেতিয়া পুতেকৰ পৰীক্ষাৰ খবৰ ওলাব, তেওঁ কিবা গম পাইছে নে বুলি সুধিলত কেৱল কৈছিল পিছদিনা খবৰ ওলালে জানিবতো পাবই। মায়ো আৰু দ্বিতীয়বাৰ দাদাক কোনো প্ৰশ্ন নকৰিলে। দাদাই ভাইটোৰ ৰিজাল্ট জানি অহা সত্ত্বেও আমি ঘৰখনে পিছদিনা বাতৰি কাকতৰ পৰাহে খবৰটো জানিলোঁ।

তেতিয়াৰ দিনত মাইঁতৰ দৰে তথাকথিত এনে 'অশিক্ষিতা' মাতৃ বহুতেই আছিল যাৰ প্ৰকৃত 'শিক্ষা'ই অসমক বহুতো ৰত্ন সদৃশ পুত্ৰ-কন্যা উপহাৰ দিব পৰাৰ ক্ষমতা ধাৰণ কৰিছিল।

অলপতে শুনা আন এগৰাকী মাতৃৰ সৰু কাহিনী এটা কৈ এই লেখাটো শেষ কৰো। ড° নিখিলেশ পুৰকাইত গুৱাহাটী বিশ্ববিদ্যালয়ৰ বাংলা বিভাগৰ অৱসৰপ্ৰাপ্ত অধ্যাপক। অতি পণ্ডিত মানুহ, অসমীয়া ভাষাতো লিখালিখি কৰে। এওঁক মই 'গৰীয়সী' আৰু এখন-দুখন বাতৰি কাকতৰ যোগেদি জানি আহিছিলো, চাক্ষুষ পৰিচয় নাছিল, সিদিনা উত্তৰ-পূব গ্ৰন্থমেলাত গ্ৰন্থ উন্মোচনী সভা এখনতহে চিনাকি হ'ল। তেওঁৰ গুৰুত্বপূৰ্ণ গ্ৰন্থ 'প্ৰবন্ধ সাহিত্য আৰু গৱেষণা গ্ৰন্থৰ ৰচনা পদ্ধতি' সেই গ্ৰন্থমেলাতে প্ৰকাশক 'জিজ্ঞাস প্ৰকাশন'ৰ দ্বাৰা আয়োজিত উন্মোচনী সভাত ড° নবীন চন্দ্ৰ শৰ্মাৰ দ্বাৰা উন্মোচিত হৈছিল। ময়ো 'জিজ্ঞাস'ৰ আন দুখন গ্ৰন্থ উন্মোচিত কৰিলো বাবে মঞ্চতে সেই বিশিষ্ট গৱেষকজনক লগ পাইছিলোঁ, তেওঁৰ গ্ৰন্থখন লাভ কৰিছিলো।

ড° নবীন চন্দ্ৰ শৰ্মাই গ্ৰন্থকাৰৰ পৰিচয় দি তেওঁৰ অন্যান্য গুণাৱলীৰ কথাও কৈছিল যে মানুহজনে খুব ভাল গানো গায়, ৰবীন্দ্ৰ সংগীতৰ পৰা গোৱালপৰীয়া সংগীতলৈকে সকলোতে তেওঁৰ অবাধ বিচৰণ। ড° পুৰকাইতে তেওঁৰ ভাষণৰ মাজত প্ৰসংগক্ৰমে আমাক সুললিত কণ্ঠেৰে গোৱালপৰীয়া গীত গায়ো শুনালে, কিন্তু লগতে এইদৰে ক'লে — 'সৰুতে মোৰ গান-বাজনাতো খুব ৰাপ আছিল, কিতাপ পঢ়াতো খুব ৰাপ আছিল, গতিকে মোৰ মাই মোক কৈছিল - 'বাছা শিক্ষা বিষয়ত সৰস্বতীৰ হাতৰ পৰা বৰদান গ্ৰহণ কৰিব লাগে, তেওঁৰ এখন হাতত আছে বীণা আৰু আনখন হাতত আছে এখন কিতাপ। একাগ্ৰতীয়া সাধনাৰ বাবে এটা বিষয়কে বাছি ল'ব লাগে, তুমিও সংগীত আৰু পঢ়া-শুনাৰ ভিতৰত এটা বাছি লোৱা।'

তেতিয়াৰ দিনৰ অশিক্ষিত মাতৃৰ মুখত কি জ্ঞান-গৰ্ভ কথা, সন্তানক কি গাইডেন্স। এতিয়াৰ যুগটো হ'ল স্পেচিয়েলাইজেচনৰ যুগ, সেই যুগৰ লগত খাপখোৱা শিক্ষা পুৰকাইতৰ মাতৃয়ে তেওঁৰ জ্ঞানী মনেৰে নিজৰ অজানিতে বোধহয় পুতেকক দি গ'ল।

— ২০০৩



# 'পূৰ্বদেশ' আৰু ৰাধা দত্ত

কেইদিনমান আগতে মালিগাঁৱৰ পৰা শ্ৰীমতী ৰাধা দত্তই মোক ফোন কৰি সুধিছিল — মোৰ পোষ্টেল এড্ৰেছ কি, কাৰণ নৱেশ্বৰ মাহৰ 'পূৰ্বদেশ' ওলাল, এইবাৰ তেওঁ নিজে আহি সেইখন দিব নোৱাৰে বাবে ডাকতে পঠাব খোজে।

মই তেওঁক ঠিকনাটো দিলো আৰু তাৰ পাছত আপচোছ কৰি ভাবিলো - এই মানুহজনীক আমি অতদিনে সম্বৰ্ধনা এটাও জনাব নোৱাৰিলো। এই বিষয়ে মই অৱশ্যে লেখিকা সন্থাৰ বিষয়ববীয়াসকলক কৈও থৈছিলো, মোৰ কথা শুনি তেওঁলোকে ৰাধা দত্তক সম্বৰ্ধনা জনাব বুলিও কৈছিল, কিন্তু আজিলৈকে সেই কামটো দেখোন হৈ উঠা নেদেখিলো। এটা কথাও ঠিক, মোৰ মনতো প্ৰথমতে এই ভাবটো খেলোৱা নাছিল, পাছত সুলেখক দেবব্ৰত দাসৰ এবাৰ 'অসমবাণী'ৰ পাতত এই বিষয়ে লেখা এটা পঢ়ি ময়ো ভাবিলো - ঠিকেইতো, আমি আজিকালি নানাজনক নানা কথা লৈ সম্বৰ্ধনা জনায়ে থাকো, ৰাধা দত্তকো এটা সম্বৰ্ধনা জনোৱা উচিত।

ৰাধা দত্ত কোন, 'পূৰ্বদেশ' কি, আমি কিয় মহিলাগৰাকীক সম্বৰ্ধনা জনাব লাগে এতিয়া সেই কথালৈ আহো। গুৱাহাটীৰ মালিগাঁৱৰ বঙালীসকলৰ এটা সাংস্কৃতিক গোষ্ঠীয়ে প্ৰতি বছৰে 'পূৰ্বদেশ' নামৰ একোখনলৈ আলোচনী তথা সাহিত্য-সংকলন উলিয়ায়। যথেষ্ট উচ্চমানৰ আলোচনী। তাত ঘাইকৈ গল্প আৰু গল্পৰ আলোচনা প্ৰকাশ কৰা হয়। সেইখনিৰ বিশেষত্ব অন্ততঃ আমি অসমীয়া মানুহৰ বাবে এয়ে যে তাত

প্ৰতিবাৰে অসমীয়া লেখকৰ একোটাকৈ গল্প প্ৰকাশ কৰা হয়; কেৱল সেয়ে নহয়, সেই লেখকজনকো তেওঁৰ লেখক জীৱন তথা তেওঁৰ গল্প-সৃষ্টি সম্পৰ্কে প্ৰবন্ধ এটা লিখি দিবলৈ অনুৰোধ কৰা হয়। এই সুন্দৰ কাৰবাৰটোত আটাইতকৈ ভাল লগা কথা অন্ততঃ মোৰ মনত এয়ে যে 'পূৰ্বদেশ'ৰ সম্পাদকেই বা সম্পাদনা মণ্ডলীয়েই অসমীয়া লেখকজনৰ গল্পবোৰ পঢ়ি লয় আৰু তাৰ পৰা তেওঁলোকৰ ৰুচি অনুযায়ী এটা বাছনি কৰে। কেৱল সেয়েই নহয়, অসমীয়াৰ পৰা তেওঁলোকেই অনুবাদ কৰে। এইটোও মোৰ বাবে ভাল লগা কথা, তেওঁলোকে যে এই ছেগতে অসমীয়া গল্প লেখকসকলৰ গল্প পঢ়ে আৰু তাৰ পৰা নিজেই বাংলালৈ অনুবাদ কৰি লেখকজনক আছকালত নেপেলায়। অৱশ্যে ইয়াত এটা বেয়া দিশো নথকা নহয় — সেইটো হ'ল লেখকৰ লেখাৰ সম্পূৰ্ণ ভাবাৰ্থ বুজি উঠিব নোৱাৰিলে সেই অনুবাদত ত্ৰুটি থাকিব পাৰে। মই বহুতো বাংলা লেখাৰ অসমীয়ালৈ কৰা এনে অনুবাদ দেখিছো য'ত অনুবাদকে সম্পূৰ্ণভাৱে বাংলা ভাষা বুজি পায় বুলি ধাৰণা নহয়। কেইটামান উদাহৰণ দিওঁ — জেলে, পুৰুত, ডিঙ্গি, চুমুক, খোঁজ এনেবোৰ শব্দ অনুবাদকে অনুবাদ কৰিছে — 'জেলে' 'পুৰুত' — অৰ্থাৎ সেইকেইটা তেওঁলোকে নামবাচক বিশেষ্য কৰিয়ে থ'লে। আকৌ ডিঙ্গিক কৰিলে ডিঙি (আচলতে নাও), চুমুকক কৰিলে চুমা খোৱা (আচলতে সোহা মৰা), খোঁজক কৰিলে খোজ (আচলতে বিচৰা)।

'পূৰ্বদেশে'ও দেখিলো অসমীয়াৰ পৰা বাংলা অনুবাদ কৰিবলৈ গৈ একে নহ'লেও প্ৰায় একে ভুলেই কৰিছে, অন্ততঃ মোৰ 'আকাশ ছোঁৱা' নামৰ গল্পটোৰ ক্ষেত্ৰত। সেইটোৰ অৰ্থ হ'ল — আকাশক স্পৰ্শ কৰা, কিন্তু অনুবাদিকাই কৰিলে — 'আকাশ দেখা'; তেওঁ ইয়াত কৰা ভুলটো উপৰোক্ত ভুলবোৰৰ লগত একে নহয়, প্ৰায় একে বুলিহে কোৱাৰ কাৰণ হ'ল — চোৱা মানে দেখা হয়, কিন্তু মই বানানটো যে সেইটো নিলিখি অলপ বেলেগ লিখিছিলো — অসমীয়া ভাষাত সিমান বেছি সিদ্ধহস্ত নহয় বাবেই তেওঁ বুজিব নোৱাৰি এই ভুলটো কৰিলে।

মই অনুবাদিকা শব্দটো ব্যৱহাৰ কৰাৰ বাবে পাঠকে নিশ্চয় বুজি পাইছে যে অনুবাদ কৰিছে এগৰাকী মহিলাই, হয় অনুবাদক এই মহিলাই, তেওঁৰ নাম হ'ল বুলা দত্ত (মোৰ সন্দেহ ৰাধা দত্তৰ নাম)। যোৱা বছৰ পূৰ্বদেশত মোৰ গল্প সংগ্ৰহ এখনৰ গল্পবোৰ পঢ়ি সম্পাদিকা ৰাধা দত্তই তাৰ 'আকাশ ছোঁৱা'টোকে বোলে সকলোতকৈ ভাল পালে, গতিকে 'অনুবাদ'ৰ বাবে সেইটোকে বাছি লৈছিল।

এইখিনিতে মই মূল বক্তব্যৰ পৰা অলপ প্ৰসংগান্তৰৈ যাব খুজিছো? সেই প্ৰসংগটো হ'ল 'আকাশ ছোঁৱা'কলৈ। অৱশ্যে এই ঘটনাটো মই আগতেও আন কাকতত বৰ্ণাইছো — কিন্তু বহুত পাঠকে সেই কাকত হয়তো পঢ়া নাই, গতিকে তেওঁলোকৰ কথা ভাবিয়ে এই একপ্ৰকাৰ মনোৰঞ্জনকাৰী 'কাহিনী'টো ক'ব খুজিছো। তেতিয়া বোধহয় '৯১ চন মান আছিল, দূৰদৰ্শনৰ জাতীয় চেনেলৰ ৰাতি ন-বজাত ড° ভূপেন হাজৰিকাৰ দ্বাৰা পৰিচালিত 'লোহিত

কিনাৰে' নামৰ অসমীয়া গল্পকাৰৰ আধাৰত নির্মাণ কৰা তেৰ খণ্ডৰ এখন হিন্দী ধাৰাবাহিক চলি আছিল। তাৰ বাবে কল্পনা লাজমীয়ে গল্প বিচাৰি আমাৰ কলকাতাৰ ঘৰলৈও (তেতিয়া আমি সেই চহৰৰ বাসিন্দা) গৈছিল। সেই সময়ত সুলেখিকা প্রীতি বৰুৱা তেওঁৰ পুত্র ডাঃ শান্তনু বৰুৱাৰ লগত আমাৰ আলহী হৈ আছিল, তেৱোঁ গল্প দি কল্পনাক সহায় কৰিছিল। ইতিমধ্যে কল্পনা লাজমীয়ে কষ্ট নকৰাকৈ ইংৰাজীৰ পৰাই পঢ়িব পাৰিব বুলি 'Modern Assamese Short-stories' নামৰ দিল্লীৰ এক প্রকাশকে উলিওৱা গল্প সংগ্রহখনত সন্নিবিষ্ট হোৱা, মোৰ পুত্র প্রদীপেই কৰা 'আকাশ ছোঁৱা'ৰ পৰা অনুবাদ কৰা 'A Touch of sky' নামৰ গল্পটোকে দিছিলো। গল্পটোৰ পটভূমি আছিল ব্রহ্মপুত্রৰ পাৰৰ হস্পিতাল এখন, গাড়ীৰ দুর্ঘটনাত পতিত হৈ থকা এজন ব্যবসায়ী বুঢ়াৰ কাহিনী। পাছত 'নন্দন'ত কিবা এটা অনুষ্ঠানত মোক লগ পাই ড° হাজৰিকাই উচ্ছ্বসিত হৈ কৈছিল যে তেওঁ মোৰ গল্পটো খুব ভাল পাইছে, 'লোহিত কিনাৰে'ৰ লগত একেবাৰে খাপ খোৱা, তেওঁ নিজেই সেইটোৰ নির্দেশ দিব — পুৱাৰ আকাশ, আবেলিৰ আকাশ, ব্রহ্মপুত্র সকলোৰে বিভিন্ন দৃশ্য দেখুৱাব। কল্পনা লাজমীয়ে মোক টকা এহেজাৰ দি চুক্তিবদ্ধও কৰি গৈছিল। পিছে মুৰকত দেখা গ'ল প্রীতি বাইদেউৰ 'কয়দী' নামৰ গল্পটোও ধাৰাবাহিকত সোমাল, মোৰটো হ'লে নোসোমাল।

পুনৰ 'পূর্বদেশ'লৈ ঘূৰি অহা যাওক। এই আলোচনীখন ১৯৮৩ চনৰ পৰা ১৯৮৮ চনলৈ প্রকাশিত হৈ থকাৰ কালছোৱাত সেইখন কেৱল বিভিন্ন গল্পৰ এক অনুবাদ পত্রিকাই হৈ আছিল, তাত প্রথম অসমীয়া অনুদিত গল্প আছিল ড° ভগৱান শর্মাৰ 'তমসা', অনুবাদক আছিল সুভাষ কর্মকাৰ, ১৯৮৩ চনত প্রকাশ হৈছিল। ১৯৮৪ চনত চৈয়দ আব্দুল মালিকৰ 'চিকাৰ' নামৰ গল্পটোও সুভাষ কর্মকাৰেই অনুবাদ কৰি দিছিল।

ইয়াৰ পাছত ১৯৮৫, ১৯৮৬, ১৯৮৭, ১৯৮৮ চনত ক্রমে শীলভদ্রৰ 'প্রতীক্ষা' (অনুবাদক দীপংকৰ কৰ), সৌৰভ কুমাৰ চলিহাৰ 'গোলাম' (অনুবাদক সুভাষ কর্মকাৰ), মহিম বৰাৰ 'এক জেনেৰেচন গল্প লেখক' নামৰ প্রবন্ধ (অনুবাদক সুভাষ কর্মকাৰ) আৰু সুভাষ কর্মকাৰে ড° ভবেন্দ্রনাথ শইকীয়াৰ গল্প সম্পর্কে কৰা আলোচনা প্রকাশ হৈছিল।

তাৰ পাছত কিবা কাৰণত ১৯৮৯ চনৰ পৰা ১৯৯২ চনলৈকে অসমীয়া গল্পৰ অনুবাদ বা অসমীয়া গল্পকাৰ সম্পর্কে আলোচনা প্রকাশ হোৱা নাছিল। ১৯৯৩ চনৰ পৰা এই প্রক্রিয়া পুনৰ আৰম্ভ কৰা হৈছিল সৌৰভ কুমাৰ চলিহাৰ এটা সাক্ষাৎকাৰৰ বাংলা অনুবাদৰ যোগেদি, লগতে দীপংকৰ কৰে তেওঁৰ 'এহাত দাবা' নামৰ গল্পটোও অনুবাদ কৰি প্রকাশ কৰিছিল। ১৯৯৪, ১৯৯৫, ১৯৯৬, ১৯৯৭, ১৯৯৮, ১৯৯৯, ২০০০, ২০০১, ২০০২ আৰু ২০০৩ চনত এইসকল গল্পকাৰৰ যথাক্রমে এইকেইটা গল্প অনুবাদ কৰা হৈছিল — হোমেন বৰগোহাঞিৰ 'ভাৰতবর্ষ : ১৯৪৭-৬৫ (অনুবাদক সুভাষ কর্মকাৰ), শীলভদ্রৰ 'তৰুৱা কদম' (অনুবাদিকা বুলা দত্ত। দেখা গ'ল যে শীলভদ্রৰে দুবাৰকৈ গল্প অনূদিত

হৈছে), লক্ষ্মীনন্দন বৰাৰ 'বাঁহী আৰু বিলাহী' (অনুবাদিকা বুলা দত্ত), যোগেশ দাসৰ 'কালিম আলি মোল্লা' (অনুবাদিকা বুলা দত্ত), মামণি ৰয়ছম গোস্বামীৰ 'যাত্ৰা' (অনুবাদিকা বুলা দত্ত), অৰূপা পটঙ্গীয়া কলিতাৰ 'মা' (অনুবাদিকা বুলা দত্ত), দেৱব্ৰত দাসৰ 'পংকিলতাৰ এদিন' (অনুবাদিকা বুলা দত্ত) এই লেখিকাৰ 'আকাশ ছোঁৱা (অনুবাদিকা বুলা দত্ত) আৰু মনোজ কুমাৰ গোস্বামীৰ 'মোক জুইশলা বাহটো দিয়ক' (অনুবাদিকা বুলা দত্ত)। ১৯৯৩ চনৰ পৰা ২০০৩ চন পৰ্যন্ত প্ৰতিজন গল্পকাৰেই তেওঁলোকৰ লেখাৰ অন্তৰালৰ কাহিনী বৰ্ণাইছে আৰু সেইবোৰৰ অনুবাদ কৰিছে বুলা দত্তয়েই। শেষত গল্পকাৰসকলৰ একোটা চুটি পৰিচিতিও আগবঢ়োৱা হৈছে।

মই জনাত 'পূৰ্বদেশ'ৰ সম্পাদনাত আছিল অখিল দত্ত। দুবছৰমান আগতে তেওঁ স্বৰ্গী হ'ল, আলোচনীখনৰ তেওঁৰ সহযোগী পত্নী ৰাধা দত্তয়ে বৰ্তমান সেইখন নিষ্ঠাৰে চলাই আহিছে। তেওঁলোকে যে অসমীয়া গল্পকাৰসকলৰ এনেদৰে গল্পবোৰ অনুবাদ কৰি প্ৰকাশ কৰি আছে আৰু বাংলাভাষী সমাজক এনেকৈ অসমীয়া গল্পৰ সোৱাদ দি আহিছে তাৰ বাবে আমি কৃতজ্ঞ হোৱা উচিত। দেৱব্ৰত দাসে সঠিকভাৱেই লিখিছে যে আমি ৰাধা দত্তইঁতক সম্বৰ্ধনা জনোৱা উচিত। দুখৰ বিষয় যে আজিকোপতি আমি সেই কামটো কৰিব পৰা নাই বা কৰা নাই। সম্প্ৰীতিৰ সেতু গঢ়াত এই অনুবাদ কৰ্মৰো এক বিশেষ ভূমিকা আছে।

মোৰ গল্পটো প্ৰকাশ হোৱাৰ পাছত ৰাধা দত্তই প্ৰকাণ্ড এথোপা ৰজনীগন্ধা ফুলৰ লগতে মোক দুকপি 'পূৰ্বদেশ' দি গৈছিল। সেই ফুলৰ সৌৰভে আজিও মোৰ মন-প্ৰাণ আচ্ছন্ন কৰি ৰাখিছে।

— ২০০৩



# মঙ্গল গ্ৰহ আৰু মই

কি আফচোচৰ কথা যে মই এইবাৰ মঙ্গলবাৰৰ আগদিনা অৰ্থাৎ বুধবাৰৰ দিনা (২৬/৮/২০০৩ চন) পৃথিৱীৰ অতি কাষলৈ অহা (অতি কাষ মানে ৫৫,৭৬০,০০০ কিলোমিটাৰৰ দূৰত্ব — সঁচায়ে, সকলো কথাই যেন 'Relative', 'Absolute' বুলি কোনো কথাই নাই!) মঙ্গল গ্ৰহটোক দেখা নাপালো, তাৰ বাবে নানা কাৰণ ঘটিল, তথাপি এইটো কথা বোধহয় স্বীকাৰ কৰাই ভাল যে মোৰ আকাশৰ প্ৰতি আমাৰ বহুতৰ দৰেই আগৰ দৰে আকৰ্ষণ নোহোৱা হ'ল, মই বৰ বেছি 'পাৰ্থিৱ' হৈ গ'লো, যদিও এতিয়া এই বয়সত মোৰ এখন ভৰি আছে পৃথিৱীত আৰু এখন ভৰি আকাশত অৰ্থাৎ স্বৰ্গত — অৱশ্যে কোনে জানে নৰকতো থাকিব পাৰে!

কিন্তু সি যিয়েই নহওক, নিষ্ঠুৰ সত্যটো হ'ল — যোৱা ৬০,০০০ বছৰৰ ভিতৰত পৃথিৱীৰ ইমান ওচৰলৈ (!) অহা, মই যৌৱনতে আবেগিকভাৱে জড়িত গ্ৰহটোক সিদিনা দেখা নাপালো আৰু তাৰ পিছৰে পৰা আকাশ মেঘাচ্ছন্নই হৈ আছে।

মই ১৯৫৬ চনত 'ৰামধেনু'ত দুটা নামেৰে দুটা খণ্ডৰ এটা গল্প লিখিছিলো, প্ৰথম গল্পটোৰ নাম আছিল 'অযোগ্যতা' আৰু দ্বিতীয় গল্পটোৰ নাম আছিল 'জীৱন জীয়াই থাকে।' মোক মঙ্গল গ্ৰহটো চিনাই দিছিল এজন 'আকাশ চোৱা' সাহিত্যিক বন্ধুৱে, লগতে তেওঁ মোক এই কথাও কৈছিল — 'মোৰ গ্ৰহটো ভাল নালাগে, ই বোলে বৰ অমঙ্গলীয়া গ্ৰহ'। মোৰ গল্পৰ ট্ৰেজিক নায়িকাজনীক অসমৰ এখন পিছপৰা ঠাইলৈ নিছিলো, য'ত তাই থকা ঠাইখনৰ ওচৰত বন্ধ হৈ যোৱা এটা ধানৰ মিল আছিল,

সেইটোক মই 'মৰা মিল' বুলি অভিহিত কৰিছিলো। তাৰ পৰা দুটামান বাক্য উদ্ধৃত কৰি দিলো : '...পিছফালে বিৰাট স্তম্ভৰ দৰে কিবা এটা, কুতুবমিনাৰৰ কথাই প্ৰথমে মনলৈ আহে। তৰা-ভৰা আকাশখন। এটা তৰা তাৰ মাজত সকলোতকৈ ডাঙৰ আৰু অলপ ৰঙচুৰা ধৰণেৰে উজ্জ্বল হৈ থকা ৰাণুৱে দেখা পালে। মঙ্গল গ্ৰহ। মনটো বেয়া লাগি গ'ল — নামত মঙ্গল হ'লেও গ্ৰহটো হেনো অমঙ্গলীয়া...' '...সেই কুতুবমিনাৰটো মৰা মিলৰ মৰা চিমনি। তাৰেই ওচৰৰ অধিবাসী হ'লহি কেইটামান জীয়া প্ৰাণ, ইয়াত এনেকৈ থাকিলে সেই প্ৰাণবোৰো মৰিবলৈ কেইদিন লাগিব? অমঙ্গলীয়া মঙ্গল গ্ৰহটো একেদৰে উজ্জ্বল হৈ আছেই। মাথোঁ ঠাই সলনি কৰিছে তেতিয়া। পৃথিৱী ঘূৰি আছে, মঙ্গল গ্ৰহও বৈ থকা নাই।...' '...আকাশত তৰাবোৰ জিলিকিছে। তাৰ মাজত সেই ৰঙচুৰা তৰাটো — ৰাতি আকৌ কুতুবমিনাৰৰ যুগান্তৰৰ অপাৰ্থিৱতাই অধিকাৰ কৰা মৰা মিলটোৰ পিছফালে জিলিকি আছে। খুব চিনাকি ৰাণুৰ। মন বেয়া লগাই দিয়া মঙ্গল গ্ৰহ। সেই অমঙ্গলীয়া তৰাটোৰ পিনে চাই চাই ৰাণুৰ মনত পৰে বন্ধু জনলৈ। গ্ৰহটো তেওঁৱে প্ৰথম চিনাই দিছিল তাইক। জীৱনক সহজভাৱে গ্ৰহণ কৰাৰ সাধক।...' '...আকাশত এটা-দুটাকৈ বহুত তৰা। এন্ধাৰত অপাৰ্থিৱ ৰূপ ধৰা সেই মৰা মিলটো, ৰাণুৰ কুতুবমিনাৰটো ঠিকেই আছে। আজি কিন্তু তাৰ পিছফালে মঙ্গল গ্ৰহটো নাই। ঠাই সলনি কৰিছে। ৰাণুৰ এনেয়ে এবাৰ মনত খেলাই গ'ল — এটা শুভ মুহূৰ্ত আহিছে তাইৰ জীৱনলৈ, মঙ্গল গ্ৰহৰ অস্তিত্ব তাততো আৰু থাকিব নোৱাৰে। মনটো যে ইমান পাতল লাগি গৈছে।...'

এই উদ্ধৃতিখিনি পঢ়ি পাঠকে নিশ্চয় পতিয়ন যাব পাৰিছে যে সেই প্ৰায় অৰ্ধশতিকা আগতেই আজিৰ জ্যোতিৰ্বিজ্ঞানৰ জগতখনক উত্তেজিত কৰি ৰখা ৰঙচুৰা তৰাটো মোৰ গল্পৰ এটা প্ৰধান চৰিত্ৰৰ দৰেই হৈ পৰিছিল। পিছে এনেয়েও আমি সৰুৰে পৰা 'আবাহন' পঢ়া পাঠক হিচাপে মঙ্গল গ্ৰহক লৈ খুব কৌতূহলী হৈ থাকিছিলো — আমাৰ সৌৰজগতৰ একমাত্ৰ সেই গ্ৰহটোৱেই আছিল আটাইতকৈ চৰ্চিত গ্ৰহ, তাৰ কাৰণ হ'ল তাত পানী আৰু প্ৰাণী আছে বুলি বিজ্ঞানীসকলৰ মাজত নানা জল্পনা-কল্পনাও চলিছিল। আনকি তেতিয়া আমি সেই 'আবাহন'ৰ পাতত মঙ্গল গ্ৰহৰ চিত্ৰ দেখিছিলো য'ত কিছুমান দাগ দেখা গৈছিল আৰু গ্ৰহ-নক্ষত্ৰ নিৰীক্ষণ কৰাৰ আজিৰ দৰে উন্নত বৈজ্ঞানিক ব্যৱস্থা নথকাত সেইবোৰ সাগৰ বা তেনে পানীৰ ভাণ্ডাৰ হ'ব পাৰে বুলিও জ্যোতিৰ্বিজ্ঞানীসকলে ভাবিছিল। গতিকে তাত প্ৰাণীও থাকিব পাৰে বুলি ভবা হৈছিল আৰু সেই প্ৰাণীবোৰৰ নানা কাল্পনিক চিত্ৰও অংকন কৰা হৈছিল। এসময়ত মঙ্গল গ্ৰহৰ তাপমাত্ৰা পৃথিৱীৰ সমানেই আছিল বাবে তেতিয়া হয়তো তাত পানীও আছিল, কিন্তু এতিয়া ৰঙচুৰা গ্ৰহটোৰ তাপমাত্ৰা কম বাবে তাত পানী নাই বুলি বিজ্ঞানীসকল স্থিৰ সিদ্ধান্তলৈ আহিছে, লগতে এই কথাও বিনাদ্বিধাই ক'ব পৰা হৈছে যে মঙ্গল গ্ৰহত প্ৰাণীও নাই।

কিন্তু এসময়ত মঙ্গল গ্ৰহৰ প্ৰাণীক লৈ কত যে জল্পনা-কল্পনা কৰা নহ'ল আনকি তাৰ আধাৰত হলিউডৰ বিখ্যাত চিনেমা নিৰ্মাতা অৰছন্ ৱেলছে (বিখ্যাত চিনেমা Citizen Kane অৰ নিৰ্মাতা) 'War of the Worlds' নামৰ এখন অতি ৰোমহৰ্ষক চিনেমাও কৰিছিল। শুনামতে সেইখন চিনেমা এনে বাস্তৱসম্মতভাৱে বিজ্ঞাপিত হৈছিল যে (মঙ্গল গ্ৰহৰ পৃথিৱী আক্ৰমণ, অমুক ঠাইত সিহঁতৰ যুদ্ধযানৰ অৱতৰণ আদি নানা ধৰণৰ লেখা আৰু ছবিৰ পোষ্টাৰেৰে) সেই বিশেষ ঠাইৰ মানুহবোৰ বোলে ঘৰ এৰি পলাবলৈও ধৰিছিল।

মোৰ সৌভাগ্য যে ময়ো সেই বিখ্যাত চিনেমাখন চাবলৈ পাইছিলো। তেতিয়া মই কলকাতাত পঢ়িছিলো - চনটো বোধহয় ১৯৫৩ আছিল। এই বিখ্যাত চিনেমাখন প্ৰদৰ্শিত হৈছিল কলকাতাৰ 'টাইগাৰ' নামৰ সৰু চিনেমা হল এটাত, সেইটো প্ৰধান এটা ৰাস্তা চৌৰঙ্গী ৰোডতে অৱস্থিত আছিল (এতিয়া সেইটোৰ নাম বোধহয় জবাহৰলাল নেহৰু ৰোডেৰে নতুনকৈ নামকৰণ কৰা হৈছে)। আমি হোষ্টেলৰ ছাত্ৰীকেইজনীমানে মাজে সময়ে ভাল ইংৰাজী চিনেমা বা সুচিত্ৰা-উত্তমৰ চিনেমা চাবলৈ যোৱাৰ দৰে (সুচিত্ৰা-উত্তমৰ চিনেমা চাবলৈ ওলালে আমাৰ ৰসিক বন্ধু গীতা বসুৱে দিয়া উপদেশো মনত পৰি গৈছে — এই, তোৰা ভালোকৰে পাউডাৰ আৰ সেণ্ট্ মাখ্‌বি - উত্তমেৰ বই বলে কথা।) সেইখন চাবলৈও দলবল বান্ধি ওলাইছিলো। তাৰ পাছত প্ৰায় দুঘণ্টা নে আঢ়ৈ ঘণ্টা আমি যেন বাহ্যজ্ঞান ৰহিত মানুহৰ দৰে হৈ পৰিছিলো — চিনেমাতো দেখা নাই, আমি যেন চকুৰ আগত বাস্তৱ কাহিনী প্ৰত্যক্ষ কৰি আছো, নহয় তাতোকৈ ভয়ংকৰ কথা, লাহে লাহে এনে লাগি আহিবলৈ ধৰিলে আমিও চিনেমাত দেখা মানুহবোৰৰে একোজন, আমাৰো আতংকত দিন পাৰ হ'ব ধৰিছে, মঙ্গল গ্ৰহৰ যান আহি পৃথিৱীত নামিছে, সেইবোৰ আমাতকৈ বৈজ্ঞানিক কাৰিকৰী দিশত বহুত বেছি আগবঢ়া, আমাক তাৰ পৰা ওলোৱা জুয়ে এফালৰ পৰা দহি আনিছে, আমাৰ কোনো অস্ত্ৰ-শস্ত্ৰই সিহঁতক প্ৰতিৰোধ কৰিব পৰা নাই, সিহঁতে ক্ৰমে গোটেই পৃথিৱীখনকে এফালৰ পৰা ধ্বংস কৰি আনিছে, সিহঁতৰ যানবোৰৰ পৰা মাৰি পঠোৱা 'অগ্নিবানে' গাঁও-নগৰ-পথাৰ-সমাৰ-গছ-বননি জ্বলাই আহি আছে, ডাঙৰ ডাঙৰ অট্টালিকা বাগৰি পৰিছে, চাৰিওফালে কেৱল 'Death and Destruction'!

আমি এক প্ৰকাৰ ৰুদ্ধশ্বাস হৈ চিনেমাখন চাই আছিলো, কাৰো মুখৰ পৰা এটা টু শব্দও ওলোৱা নাছিল, সকলোৰে যেন মুখৰ মাত হৰি গৈছিল। প্ৰথমৰ পিনৰ এটা দৃশ্যই মোৰ নাস্তিক মনটোকো এক ধৰণৰ দুখ দিছিল — মঙ্গল গ্ৰহৰ আক্ৰমণকাৰী শত্ৰুৰ পৰা ধৰ্মীয় বিশ্বাসেৰেই জয়ী হ'ব পাৰিব বুলি ধৰ্মযাজক এজনে মানুহবোৰক পতিয়ন নিয়াই এটা সমদল কৰি যানকেইখন থকা ঠাইলৈ আগবাঢ়ি গৈ আছিল — তেওঁ হাতত লোৱা এডাল ক্ৰছ সন্মুখলৈ আগুৱাই দি সকলোতকৈ আগে আগে গৈ আছিল — অন্তৰত কি গভীৰ বিশ্বাস। আমাৰ অন্তৰবোৰ ধ্বক কৈ উঠিল যেতিয়া দেখিলো যে মঙ্গল গ্ৰহৰ যানখনৰ পৰা অহা 'অগ্নিবানে' মুহূৰ্ততে সকলোকে পুৰি ছাইভস্মত পৰিণত কৰি পেলালে। ক্ৰছটো

পুৰি যোৱা সেই দৃশ্যটোৰ কথা ভাবিলে আজি মোৰ মনত পৰে মোৰ এখন প্ৰিয় গ্ৰন্থ ডষ্টয়েভস্কিৰ 'ইডিয়ট'ৰ এইকেইটা বাক্য : That picture ? Why, it is capable of destroying faith in some people!' (ইয়াত ক্ৰছৰ ছবিখনৰ কথা কোৱা হৈছে) পিছে আমাৰ বিশ্বাস ইমান গভীৰলৈ প্ৰোথিত যে তথাপি আমাৰ অচলা বিশ্বাস আৰু ভক্তিত ফাট নেমেলে।

যি হওক, শেষত কিন্তু মঙ্গল গ্ৰহৰ অভিযান ব্যৰ্থ হৈছিল, কাৰণ পৃথিৱীৰ এক ধৰণৰ বেক্টেৰিয়া সেই প্ৰাণীবোৰৰ তেজত সোমাই সিহঁতক লাহে লাহে ধ্বংস কৰি পেলাইছিল। কি যে বীভৎস দৃশ্য, কিম্ভূত-কিমাকাৰ মঙ্গল গ্ৰহৰ প্ৰাণীবোৰ দ'ম বান্ধি মৰি পৰি আছিল।

সিদিনা চিনেমাখনে আমাক এনেকৈয়ে আচ্ছন্ন কৰি পেলাইছিল যে সেইখন শেষ হোৱাৰ পাছত আমি যেতিয়া হলটোৰ পৰা আহি বাহিৰত ভৰি দিছিলো আৰু আমাৰ সম্মুখত আলোকোজ্জ্বল চৌৰঙ্গী, বহল ৰাস্তাটোৰে আহি গৈ থকা গাড়ীৰ লানি, মানুহ-দুনুহ দেখিছিলো, হাই-উৰুমি শুনিছিলো তেতিয়া যেন আমাৰ বিশ্বাসেই হোৱা নাছিল যে এই দৃশ্যহে সঁচা, সঁচায়ে পৃথিৱীখন ধ্বংস হৈ যোৱা নাই! অন্তৰখন যে কি স্বস্তিৰে ভৰি গৈছিল! আমি সঁচায়ে জীয়াই আছো, পৃথিৱীখন জীয়াই আছে!

পিছে আজি আৰু কোনো চিনেমা নিৰ্মাতাই মঙ্গল গ্ৰহৰ লগত যুদ্ধ লগা চিনেমা নিৰ্মাণ নকৰে, স্পীলবাৰ্গৰ দৰে 'ষ্টাৰ-ৱাৰ্ছ' আদিহে নিৰ্মাণ কৰিব পাৰে। এতিয়া আমাৰ একেবাৰে ওচৰ আহি পোৱা মঙ্গল গ্ৰহৰ পৰা আমাৰ আৰু কোনো ভয় নাই, আমি এতিয়া জানো যে সি হ'ল পানী বা প্ৰাণী নথকা এটা একধৰণৰ মৃত ৰঙচুৱা গ্ৰহহে, নাই তাত আগতে ভবাৰ দৰে সাগৰ, খাল-বিল, নাই ৰহস্যময় 'মানুহ'। ই একপ্ৰকাৰ স্বস্তিৰ কথাও কিন্তু জল্পনা-কল্পনাৰ মৃত্যু হোৱা ঘটনাও যে কম দুখৰ নহয়।

(মণিকুন্তলা ভট্টাচাৰ্যৰ অনুৰোধ পালি মঙ্গল গ্ৰহৰ বিষয়ে এই লেখাটো লিখি উঠি তেওঁৰ নামতে উছৰ্গা কৰিলো।)

— ২০০৩



# সোণাপুৰৰ সোণালী স্মৃতি

আজিকালি অ'ৰ ত'ৰ সভা-সমিতিলৈ যাবলৈ প্ৰায়ে অনীহা প্ৰকাশ কৰো, তাৰ নানা কাৰণৰ ভিতৰত এটো হ'ল ভগ্ন-স্বাস্থ্য। পিছে কিছুদিন আগতে সোণাপুৰ উচ্চতৰ ছোৱালী হাইস্কুলৰ পৰা অহা নিমন্ত্ৰণ এইবাৰ প্ৰত্যাখ্যান নকৰিলো, কাৰণ শৰীৰৰ অসুস্থতা সত্ত্বেও এইবাৰ যেন মনটোৱে কিছু সময়ৰ বাবে পৰিচিত বন্ধনৰ পৰা মুক্তি বিচাৰিছিল।

সোণাপুৰলৈ যোৱাৰ আৰু এটা কাৰণ আছিল মই সোণাপুৰৰ পৰা উজনিলৈ গৈ থকা ৩৭নং ৰাষ্ট্ৰীয় ঘাই পথতে পৰা নগাঁও আৰু কামৰূপৰ সীমান্তৰ টোপাতলী নামৰ ঠাই এখনৰ বঙালী বিহুৰ উৎসৱৰ এটা অনুষ্ঠান বোৱাৰী মেলত সঞ্চালিকা হিচাপে লগ পোৱা বীণা দেৱী (সোণাপুৰ হাইস্কুলটোৰ তেতিয়াৰ প্ৰধান শিক্ষয়িত্ৰী)। মই সেই মেলৰ মুখ্য অতিথি হিচাপে গৈ বীণা দেৱীক লগ পাই, তেওঁৰ লগত দিনটো কটাই, কিলিং নামৰ নৈখনৰ (যাৰ নামটোৰ ইংৰাজী অৰ্থৰ লগত মিলায়ে যেন সেই নদী হত্যাকাৰী নদী, কাৰণ বহুতো পিকনিক খাবলৈ যোৱা ডেকা ল'ৰাৰ বোলে সলিল সমাধি ঘটিছে) গা ছমছমাই যোৱা পাৰৰ অঞ্চলটোত ঘূৰি পকি তেওঁৰ লগত এটা যেন হৃদয়তা গঢ় লৈ উঠিছিল। গতিকে তেৱেঁ যেতিয়া তেওঁলোকৰ সোণাপুৰ হাইস্কুলৰ ৰূপালী জয়ন্তী উপলক্ষে পতা অনুষ্ঠানটোলৈ মাতি, মোৰ অনুমতি বিচাৰি ফোন কৰিলে, মই লগে লগে সন্মত হৈ গ'লো।

পহিলা অক্টোবৰৰ দিনা এই উৎসৱ অনুষ্ঠিত হৈছিল। ঘাই ৰাস্তাৰ দাঁতিতে থকা স্কুলটোলৈ সোমাই গৈয়ে মোৰ মনটো উৎফুল্লিত হৈ উঠিল।

চহৰৰ কংক্ৰিটৰ জংঘলত থকা মোৰ হাবি-জংঘল আকলুবা মনটোৱে দেখিছিল যে শাৰী শাৰী থকা ঘৰবোৰৰ সন্মুখতে এখন আহল-বহল ফিল্ড যাক ঘেৰি ৰাখিছে ঘন গছৰ লানিয়ে।

তেতিয়া সেই পাহাৰত ভেশচন প্ৰতিযোগিতা চলি আছিল-চলি আছিল মানে শেষেই হৈছিল, কিন্তু আগ্ৰহত প্ৰতিযোগীসকলক আকৌ এবাৰ এটা পেৰেড কৰোৱা হৈছিল। মই মুগ্ধ হৈ চাই ৰৈছিলো, সকলোৰে ভেশচন এনে নিখুঁত যেন লাগিছিল যে মই যদি বিচাৰক হ'লোহেতেন তেন্তে হয়তো সকলোকে ব্ৰেকেটৰ ভিতৰত প্ৰথম কৰি থ'লোহেতেঁন। তথাপি ইয়াকো স্বীকাৰ কৰো যে পিছফালে কেঁচুৰা এটা বান্ধি লোৱা আৰু চৌ (অৰ্থাৎ পথাৰৰ শস্যবাৰীৰ পাছলি ভক্ষণ কৰিবলৈ অহা চৰাই চিৰিকটিক ভয় খুৱাই খেদাবলৈ থিয় কৰাই ৰখা কিম্ভুত কিমাকাৰ মূৰ্তি যাক-ইংৰাজীত Scare-crow বুলিয়েই কোৱা হয়) হৈ পথাৰৰ এমূৰে থিয় হৈ ৰোৱা ছাত্ৰী দুজনীয়ে মোৰ মন কাঢ়িছিল। ক'ৰ পৰা যে কেঁচুৰাটো যোগাৰ কৰিলে, কেনেকৈ যে মুখখন ভূতৰ দৰে মূৰ্তি আঁকা মাটিৰ পাত্ৰটোৱে পুৰাপুৰি ঢাকি ছোৱালীজনী লৰচৰ নকৰাকৈ প্ৰাণহীন প্ৰাণীৰ দৰে থিয় হৈ আছে। ভেশচন প্ৰতিযোগিতাত ভাগ লোৱা ছোৱালীবোৰৰ নামবোৰ শুনি মই আৰু এটা কথা বিস্ময় আৰু পুলকেৰে আৱিষ্কাৰ কৰিছিলো যে স্কুলখনত অসমৰ বিভিন্ন জনগোষ্ঠীৰ ছোৱালীয়ে পঢ়ি আছে, টোপাতলীত দেখাৰ দৰেই জনজাতি, অজনজাতিৰ মানুহেৰে ঠাইখন যেন সমৃদ্ধ। এই স্কুলত সকলোৱে অসমীয়া মাধ্যমতে পঢ়া-শুনা কৰিছে। বীণা দেৱীহঁতেও মোক ক'লে যে ঠাইখনত বিভিন্ন জনগোষ্ঠী আছে আৰু তেওঁলোকৰ মাজত সম্প্ৰীতি বিৰাজ কৰিছে।

ভেশচন প্ৰতিযোগিতা চাই আমি স্কুল ঘৰৰ এটা কোঠালিলৈ গৈ তাত পাৰি থোৱা শাৰী শাৰী কাঠৰ চকীবোৰৰ এখনত বহিছিলো আৰু মই মন্তব্য দিছিলো যে এনেকুৱা কাঠৰ চকী আমাৰ মাইতৰ ঘৰতহে আছিল, আজিকালিতো এইবোৰ যাদুঘৰৰ বস্তুৰ নিচিনাই হ'ল, এতিয়া গাঁৱে-ভূঞে, চহৰে-নগৰে সকলোতে প্লাষ্টিকৰ চকীয়ে হ'ল। মোৰ কথা শুনি তাত থকা এগৰাকী কম বয়সীয়া শিক্ষকে তপৰাই মাত দি উঠিছিল — 'বাইদেউ, এই চকীবোৰ যেন আপোনালোকৰে প্ৰতীক, গজগজীয়া, প্লাষ্টিকৰ চকীৰ দৰে পাতল নহয় - যি প্ৰজন্মৰ মানুহ এতিয়া শেষ হৈ আহিছে, মোৰ কিয় জানো মনটো অলপ যেন সেমেকিও গ'ল, মনলৈ আহি গ'ল জেমছ ফেনিমুৰ কুপাৰৰ বিখ্যাত আমেৰিকান গ্ৰন্থ Last of the Mohicans খন।

নিৰ্দিষ্ট অনুষ্ঠান আৰম্ভ হৈছিল, যথা নিয়মত নিয়ম ভাঙি দেৰিকৈ সভা আৰম্ভ হৈছিল, বঁটা বিতৰণীও একেলগে সমাপন হৈছিল। মোৰ বাহিৰেও ঠাইখনৰ বাহিৰৰ অতিথিৰ ক্ষেত্ৰত ভবানীপ্ৰসাদ সৌকাধৰা উপস্থিত আছিল। বিভিন্ন বক্তাই কোৱা কথাবোৰৰ মাজত স্থানীয় বিশিষ্ট ব্যক্তি, লেখক শচীন দাসে কোৱা কথা এষাৰ শুনি মোৰ ভালো লাগিছিল, আচৰিতো হৈছিলো। সোণাপুৰৰ সেই স্কুলখনৰ নানা কাৰণত অনুষ্ঠিত হোৱা সভাবোৰলৈ হেনো ছাত্ৰীসকলৰ অভিভাৱকৰ ক্ষেত্ৰত পুৰুষতকৈ মহিলাৰহে বেছি সমাগম হয়।

আমাক যিখন মেজৰ কাষত চকী পাৰি বহিবলৈ দিছিল সেই দীঘলীয়া মেজখন ফুলজালি কটা এমব্ৰইডাৰীৰ সুন্দৰ নক্সা থকা টেবুল ক্লথেৰে ঢকা আছিল। মই সুধি গম পাইছিলোঁ যে বিদ্যালয়খনৰ ছাত্ৰীসকলেই সেইখন চিলাই কৰা, ছাত্ৰীসকলৰ এনে নানাধৰণৰ হাতৰ কামৰো নমুনা আছে যাৰ আন এবিধ সভা ঘৰতে লগে লগে প্ৰত্যক্ষ কৰিলো। সিদিনাও যথেষ্ট গৰম আছিল আৰু অসমৰ স্বাভাৱিক নিয়মতে বিদ্যুৎ কৰ্তন হৈ যোৱাত যেন বতাহ চলাচল বন্ধ হৈ গ'ল, কিন্তু মই চমৎকৃত হৈ দেখিলো দাঁতিবোৰত কাপোৰৰ ফ্ৰিল লগোৱা কাগজৰ কেইবাখনো বিচনী লগে লগে সৰবৰাহ কৰা হ'ল। ইমান বিচনী তৎক্ষণাতে ক'ত যোগাৰ হ'ল বুলি সোধাত কোনোবা এজনে ক'লে যে সেইবোৰ ছাত্ৰীবোৰেই কৰা। পিছত স্কুলৰ পৰা নানা আনন্দৰ স্মৃতি লৈ ঘৰলৈ ওভোতাৰ সময়ত ছাত্ৰীসকলে দিয়া নানা উপহাৰো আনন্দ মনেৰে কৃতজ্ঞতাৰে কঢ়িয়াই লৈ আহিছিলো। সেইবোৰৰ ভিতৰত আছিল চিকচিকিয়া তৰা, ফুল আদি কাটি লগাই দিয়া বতৰৰ ফুলৰ কাগজৰ ঠোঙা, এখন এমব্ৰইডাৰী কৰা টেবুল ক্লথ আৰু ৰুমাল। সকলো ছাত্ৰীসকলৰ হস্ত-শিল্পৰে নমুনা আছিল। আৰু তেওঁলোকে দিছিল তেনে দুখন বিচনীও, ফ্ৰিল লগোৱা, কিন্তু মূল বিচনীখন ধুপৰ বাকচ এটা দীঘে ফালি লৈ চেপেটা কৰি বনোৱা হৈছিল, ফলত সেই বিচনী ফ'ল্ডিঙো কৰিব পৰা গৈছিল। মই আগতে ক'তো এনে অভিনৱ বিচনী দেখা নাছিলো।

স্কুলখনৰ পৰা 'সোণপাহী' নামৰ আলোচনী এখনো প্ৰকাশ পায়, মোক কেইখনমান 'সোণপাহী' আৰু ১৯৭৫ চনত প্ৰতিষ্ঠা হোৱা স্কুলখনৰ ২০০০ চনৰ ৰূপালী জয়ন্তী উপলক্ষে প্ৰকাশিত স্মৰণিকা এখনো দিয়া হৈছিল। সেইখন পঢ়ি গম পালো যে স্কুলখনৰ প্ৰতিষ্ঠাপক প্ৰধান শিক্ষয়িত্ৰী আছিল চন্দ্ৰপ্ৰভা শইকীয়া (চন্দ্ৰপ্ৰভা শইকীয়ানী নহয়!)

এতিয়া সোণালী স্মৃতি কঢ়িয়াই অনা স্কুলখন যিখন ঠাইত প্ৰতিষ্ঠিত সেই সোণাপুৰ চহৰখনৰ আঁতিগুৰিৰ বিষয়ে অলপ লিখা যাওক। এইখিনি কথা মই শচীন দাস সম্পাদিত স্মৃতিগ্ৰন্থখনত ড° মণিৰাম কলিতাই লিখা 'সোণাপুৰৰ ঐতিহ্যত এভুমুকি' নামৰ প্ৰবন্ধটোৰ পৰা সংগ্ৰহ কৰিছো।

ডিমৰীয়াৰ এটা অঞ্চল সোণাপুৰৰ নাম সম্পৰ্কে চাৰিটা অভিমত আছে। এটা বুৰঞ্জীবিদ বেণুধৰ শৰ্মাই আগবঢ়োৱা : 'ৰাজেশ্বৰ সিংহ স্বৰ্গদেউৰ সমসাময়িক হেৰম্বৰাজ আছিল ৰামচন্দ্ৰ। এওঁৰে উজীৰ বা নাজিৰৰ পুতেক সোণাৰাম নাজিৰৰ নামানুসাৰে সোণাপুৰ নামৰ উৎপত্তি হ'ল।'

আন তিনিটা অভিমত কিম্বদন্তীমূলক। এটা হ'ল খাছীয়া ৰজা ষ্ট্ৰীমৰেচ'ই বৰ্তমানৰ এই সোণাপুৰত এতোলা সোণ পুতি সীমা বান্ধি দিয়া বাবে ঠাইখনৰ এই নাম হ'ল, কোনো কোনোৰ মতে খাছীয়া ৰজাই সোণ পুতি বেহা-বাণিজ্যৰ বাবে সোণাপুৰক ঠাই বাছি লয়। বাকী দুটা মতৰ এটা হ'ল ঠাইখনত প্ৰচুৰ সোণাৰু গছ আছে বাবে সোণাপুৰ নাম হ'ল আৰু

আনটো হ'ল সুমথিৰা বা সোণতৰা ফল (মই নিজে কমলা টেঙাৰ নাম সোণতৰা জনা নাছিলো। পিছে নামটোৰ লগত ছানথাৰাৰ মিলটো মন কৰিবলগীয়া। হিন্দীত কমলাক ছানথাৰা বুলি কোৱা হয়।)

পিছে ড° কলিতাই খাছীয়া ৰজাই সোণ পুতি বেহা-বেপাৰৰ পাতনি মেলা কিম্বদন্তীটোৱে সত্যৰ অধিক ওচৰ চপা বুলি মত পোষণ কৰিছে আৰু ময়ো তেওঁৰ যুক্তিত পতিয়ন গৈছো। তেওঁৰ মতে অতীতত কছাৰীসকলক হেড়ম্ব বা হিড়ম্ব বোলা হৈছিল যদিও কছাৰী ৰজাৰ কোনো নাম ৰামচন্দ্ৰ বুলি বিচাৰি পোৱা নাযায়, আনহাতে স্বৰ্গদেউ ৰাজেশ্বৰ সিংহৰ ৰাজত্ব কালতো ক'তো কোনো সমসাময়িক ৰজাৰ নাম ৰামচন্দ্ৰ আছিল বুলি জনা নাযায়। আকৌ সোণাৰু কেৱল সোণাপুৰতে নাই, সমগ্ৰ ডিমৰীয়া অঞ্চলতে সোণাৰু গছৰ প্ৰাচুৰ্য। (সোণাৰু বুলি ক'লে মোৰ সদায়ে নৱকান্ত বৰুৱাই লিখা আৰু বীৰেন দত্তই গোৱা আৰু সুৰ দিয়া সুন্দৰ গীত এটিৰ এই শাৰীকেইটা মনলৈ আহি যায় - গোট গোট গোট মণি/বতাহে দিয়েহি গণি/কজলা কুঁহিপাতৰ আঙুলিত/এটি দুটি সৰি পৰে বননিত...)। একেদৰে গোটেই ডিমৰীয়া অঞ্চলটোৱে এসময়ত সুমথিৰাৰ বাবে বিখ্যাত আছিল। কিন্তু সোণ পুতি খাছীয়া ৰজাই পৰ্বত আৰু ভৈয়ামৰ মাজত বেহা-বেপাৰৰ শুভাৰম্ভ কৰা কথাটো এইবাবেই বিশ্বাস কৰিব পাৰি, কাৰণ সোণাপুৰৰ ঐতিহ্য বুলিবলৈ বোলে 'সোণাপুৰ বজাৰ'খনৰ বাহিৰে একোৱে অৱশিষ্ট নাই। এনেকি স্বৰ্গদেউ জয়ধ্বজ সিংহৰ ৰাজত্ব কালৰ বুৰঞ্জীতো সোণাপুৰ বজাৰৰ উল্লেখ পোৱা যায়।

এতিয়াৰ প্ৰজন্মৰ বাবে হয়তো সোণাপুৰখন ওচৰে পাঁজৰে পতা ন ন বহুতো সুন্দৰ সুন্দৰ ধাবাৰ বাবেই বিখ্যাত হৈ ৰ'ব।

— ২০০৩



# সময় য'ত স্তব্ধ হৈ ৰয়

ভাৰতবৰ্ষৰ ভিতৰত অসম হ'ল এনে এখন ৰাজ্য য'ত সময় স্তব্ধ হৈ ৰয়, এই স্থবিৰতাৰ চালিকা শক্তি হ'ল অসমৰ মানুহৰ আবেগ, স্বকীয় চিন্তাশূন্যতা। এই আবেগৰ সূতাডালেৰে অসমৰ মানুহক পুতলাৰ দৰে নচুৱা এক অদৃশ্য শক্তিৰ উপস্থিতি আমাৰ বাবে এক ভয়াবহ সংকেত। ইয়াৰ লগতে যোগ হৈছে আন এটা দোষ, কৰ্মবিমুখতা।

অসমৰ বিদেশী বিতাড়ন আন্দোলনে সমগ্ৰ ৰাজ্যখনক কঁপাই তুলিছিল আৰু শেষত তাৰ ফলাফলে ৰাজ্যখনৰ পৰা বিদেশীকতো আঁতৰাব নোৱাৰিলেই বৰং অসমৰ অৰ্থনীতি, সংস্কৃতি, শিক্ষাক এক স্থবিৰতাত পতিত কৰিলে। আজি পূৰাপূৰি তেনে দিন ঘূৰি নাহিলেও পুনৰ যেন অসমৰ মানুহক তাহানিৰ দৰেই আবেগেৰে কঁপাই তুলিলে; ফলত অসমত পুনৰ নিৰীহ মানুহৰ তেজৰ সোঁত বলে। তেতিয়াৰ লগত অৱশ্যে এটা পাৰ্থক্য লক্ষ্য কৰা যায় — শুভ আৰু অশুভৰ তুলাচানীত আজি শুভৰে ওজন বেছি। শুভ হ'ল এয়েই যে তেতিয়া অসমৰ প্ৰায় সৰ্বস্তৰৰ মানুহক যেনে — শিক্ষাবিদ, সাহিত্যিক, শিল্পী, ৰাজনীতিবিদ আদি প্ৰায় সকলো মানুহকে আবেগত একপ্ৰকাৰ অন্ধ কৰি তোলাৰ বিপৰীতে আজি আৰু সাধাৰণ, অবুজ, যুক্তিবিবৰ্জিত মানুহৰ লগত এওঁলোকৰ কোনো চমিল হোৱা নাই — এওঁলোক সকলোৱে আজিৰ এই বৰ্বৰতাক একমুখে গৰিহণা দিছে, প্ৰতিবাদৰ অৰ্থে হাতত কলম তুলি লৈছে, মেল-মিটিং কৰিছে, শান্তি সভা পাতিছে, শান্তি শোভাযাত্ৰা উলিয়াইছে। বাতৰি কাকতবোৰেও শুভ ভূমিকা গ্ৰহণ কৰিছে, যুক্তিৰ পথেৰে গৈছে, নানা দিশৰ পৰা ইচ্ছুটোক চালিজাৰি চাইছে বহুত লেখকে।

কিন্তু এইবাৰৰ অশুভ দিশটো হ'ল আৰু ভয়ংকৰ — এইবাৰৰ বিতাড়নৰ লক্ষ্য দেশী নাগৰিকহে , অবৈধ বিদেশী নহয়। এই দেশী লোকসকলে আমাৰ থলুৱা লোকৰ চাকৰিত ভাগ বহুৱাবলৈ আহিছে, গতিকে সিহঁতক নির্বিচাৰে মাৰ-কাট কৰ — আমাৰ ৰাজ্যৰ পৰা বাহিৰ কৰি দে; সাধাৰণ বৃত্তিবোৰতো সিহঁতক নিযুক্ত হৈ থকাৰ পৰা পৰোক্ষে বাহিৰ কৰি দে, মাৰ-কাট কৰি অসমত থাকিব নোৱাৰা অৱস্থাৰ সৃষ্টি কৰ। কিছুমান কাম আমাৰ অসমীয়াই কৰিব নোৱাৰে বা কৰা নাই, তাৰ বাবে সেই বিষয়ত অসম অচল হৈ গলেও পৰোৱা নকৰিবি, হৈ যাওক অসমৰ জনজীৱন স্তব্ধ, হৈ যাওক জীৱন-ধাৰণৰ অতি আৱশ্যকীয় সামগ্ৰী অহা ট্ৰাকবোৰ বন্ধ, হৈ যাওক মানুহৰ মূৰ-মুখ ডাঢ়ি-চুলিয়ে ভোবোকাৰ, হওক কাপোৰ লেতেৰা, জোতা লেতেৰা, তুলি-লেপ ফাটি যাওক, দৰ্জীৰ দ্বাৰা কাপোৰ চিলাই বন্ধ হৈ যাওক, ইটাৰ ভাটা বন্ধ হৈ যাওক, হস্পিতাল আদিৰ চাফাই কাম বন্ধ হৈ যাওক, ঘৰ বন্ধা বন্ধ হৈ যাওক — তথাপি এই বিহাৰী বা হিন্দীভাষী ভাৰতীয়সকল আমাৰ ৰাজ্যত থাকিব নোৱাৰে, থাকিব নিদিওঁ ইহঁতক। নানা ভীতি প্ৰদৰ্শন কৰি, মাৰি ধৰি তেজৰ নৈ বোৱাই অসমৰ পৰা বাহিৰ কৰি দিমেই দিম সিহঁতক। আৰু আমাৰ চিন্তা কৰিবৰ বিশেষ কাৰণ নায়ো, আমি ধোদৰ দেশৰ কানিৰে পুষ্ট অসমীয়াৰ উত্তৰাধিকাৰীসকলে 'এলাহ নিহালি' নথ'লেও হ'ব, আমি বিহাৰীকহে অসম ত্যাগ কৰিবলৈ নিৰ্দেশ দিছো, বাংলাদেশীকতো দিয়া নাই, গতিকে অসম আন্দোলনৰ বিদেশী বিতাড়নৰ ফলত পংগপালৰ দৰে ছাটি থকা বাংলাদেশীয়েই আমাৰ সকলো কাম কৰি দিব। এওঁলোক আচলতে কোন আমি নাজানো (ৱাংলাদেশী নে চৰৰ মানুহ)। কিন্তু এটা কথাতো লক্ষ্য কৰিছো যে আনহে নালগে আমাৰ উজানবজাৰতে আজিকালি আগৰ খাচ অসমীয়া বেপাৰীবোৰক দেখিবলৈ নোহোৱা হ'ল — যি উজানবজাৰেই এদিন গুৱাহাটীৰ বিদেশী বিতাড়নৰ কাৰ্যসূচীৰ একপ্ৰকাৰ নেতৃত্বই লৈছিল — এতিয়া তাৰ ঠাইত চৰবাসীয়েই হওক বাংলাদেশীয়েই হওক, তেনে বেপাৰীয়েই গিজগিজাই বহিছে। কিন্তু কেৱল কি তাতেই? এতিয়া ঘৰ বন্ধা কামতো তেওঁলোক নিযুক্ত, ৰিক্সাও তেওঁলোকে চলাবলৈ লৈছে। মই নিজে সকলো তেনে বঙালী মুছলমানক 'বাংলাদেশী' নামেৰে অভিহিত কৰিব নোখোজো, মই বিদেশী হ'ল বুলিয়েই তেওঁলোকক অমানৱীয় পদ্ধতিৰে আমাৰ দেশৰ পৰা খেদি পঠিওৱাৰ ঘোৰ বিৰোধীয়েই, এই কথাও স্বীকাৰ কৰো যে যোগ্যভোগ্যা বসুন্ধৰা, এইসকল চৰবাসী অসমীয়াই হওক বা বাংলাদেশৰ পৰা অহা অবৈধ অনুপ্ৰবেশকাৰীয়ে হওক, তেওঁলোকে যেনেকৈ কপালৰ ঘাম মাটিত পেলাই কাম কৰিব পাৰে অসমীয়াই নোৱাৰে, গতিকে তেওঁলোকে survival of the fittest আপ্তবাক্যত কোৱাৰ দৰে survive নকৰি আমাৰ অসমীয়াই কৰিবনে, যি অসমীয়াই কেৱল সৰু-সুৱা হ'লেও চাকৰিকেইটাকে ধিয়াই থাকে, যি অসমীয়াৰ চকুৰ

আগেৰে বাহিৰৰ পৰা মাছ, কণী, গামোচা, মেখেলা-চাদৰ, শৰাই-বঁটা আদি অসমলৈ আমদানি হৈয়ে আছে, চেনি-চাউল-দাইল-নিমখ-তেল-আলু-পিয়াঁজ, ফলমূল আদিৰ কথা নকলোৱেই জানিবা।

আবেগৰ দ্বাৰা চালিত অসমীয়াই বাৰে বাৰে একেটা ভুলকে কৰি আহিছে — নিজৰ কৰ্মৰ যোগ্যতাৰে বিদেশী বহিৰাগত কাকো অসমৰ মাটিত কাম কৰাৰ সুযোগ নিদি তথা অসমলৈ অহাৰ সুযোগ নিদি অসমলৈ অহাৰ বাট বন্ধ কৰিব পৰা নাই (যিটো হেনো সকলো বিষয়তে স্বাবলম্বী হোৱা মিজোৱামে কৰিছে)। অৰ্থাৎ অসমীয়াই আপোন যোগ্যতাৰে তথা কৰ্মসংস্কৃতিৰে নিজৰ হক প্ৰতিষ্ঠা কৰাৰ চেষ্টা নকৰি হত্যা-সন্ত্ৰাসেৰেহে বিদেশী আৰু বহিৰাগতক খেদি আত্ম-অধিকাৰ সাব্যস্ত কৰাৰ চেষ্টা কৰিছে — যিটো হৈছে আচলতে আত্মঘাতী হোৱাৰে নামান্তৰ। অসমে আৰু কেইটামান কাম কৰি আছে — সেই অসম আন্দোলনৰ দিনৰ দৰেই — কেন্দ্ৰক গালি পাৰি আছে, ৰাষ্ট্ৰযন্ত্ৰক গালি পাৰি আছে, অসম-বিৰোধী চক্ৰক গালি পাৰি আছে; কেন্দ্ৰৰ মাহী আই সুলভ বঞ্চনা আৰু অত্যাচাৰ, অসম বিৰোধী চক্ৰৰ ষড়যন্ত্ৰ — এই নানা কথাৰ বাবেহে যেন অসমীয়াৰ উন্নতি নহ'ল। এইবোৰ বাৰু ভালেখিনিয়ে সঁচা — অসমক খুবেই বঞ্চনা আৰু অৱহেলা কৰা হৈছে, কিন্তু কেৱল তাৰ বাবেই ভাৰতৰ ভিতৰতে অসম পিছপৰা ৰাজ্যৰ দৰে হৈছেনে? আন কথা বাৰু বাদেই, ভাৰতত গুৱাহাটীৰ দৰে নৰকসদৃশ ৰাজধানী চহৰ আৰুতো দ্বিতীয়খন নাই — তাৰ বাবেও কেন্দ্ৰই দায়ীনে?

অসমত সঁচায়ে তেনে কোনো পৰিবৰ্তন পৰিলক্ষিত হোৱা নাই, অসম আন্দোলনৰ সময়ত, আলফাৰ অভ্যুত্থানৰ পাছৰে পৰা এই ৰাজ্যত যি নজিৰবিহীন হত্যালীলা চলি আছে — তাৰ যেন শেষ নহ'ব। অসমীয়া মানুহ যে এনেকৈ হত্যাকাৰীত পৰিণত হ'ল ভাবি লাজত অধোবদন হওঁ, দুখত ম্ৰিয়মান হওঁ, ক্ৰোধত ফাটি পৰো। অসমৰ বাহিৰত নিজকে অসমীয়া বুলি পৰিচয় দিবলৈ লাজ লগা হ'ল। ন্যায্য-অন্যায্য যি হকৰ বাবেই অসমীয়া জাতিয়ে আন্দোলন নকৰক কিয়, তেওঁলোকে 'অহিংস, শান্তিপূৰ্ণ' আন্দোলন কৰিবই দেখোন নোৱাৰে, তেজৰ বন্যা বোৱাবই, নিৰীহ, দৰিদ্ৰ মানুহক মাৰ-কাট কৰিবই, তেওঁলোকৰ ঘৰ-দুৱাৰত জুই লগাই দিবই, মাকসকলক পুত্ৰহাৰা-স্বামীহাৰা কৰি এৰিবই। সঁচায়ে — অসমত সময় কেনেকৈ স্তব্ধ হৈ আছে। মোৰ মনলৈ আহিছে অসম আন্দোলনৰ সময়ত উত্তৰ কামৰূপত নিজে চকুৰে দেখি অহা 'বাংলাদেশী' বুলি উদ্বাস্তু মানুহবোৰক (যি আদিতে বঙালী হ'লেও এতিয়া অসমীয়াই হৈ গৈছিল) মাৰ-কাট কৰা, ঘৰ-দুৱাৰ জ্বলাই পুনৰ উদ্বাস্তু কৰা দৃশ্যলৈ, মনত পৰি গৈছে সেই আন্দোলনৰ সময়তে 'গোহাঁনী আই, গোঁসানী আই' নামেৰে লিখা উপন্যাসিকাখনৰ এনেবোৰ কথা য'ত আজি ৰক্তৰ

আলী নামটোৰ ঠাইত 'ৰামু প্ৰসাদ' জাতীয় নাম এটা ভৰাই দিলেই বা আৰু অলপ অদল-বদল কৰি দিলেই তেতিয়াৰ সময়-আজিৰ সময় একাকাৰ হৈ যাব '...অপু আৰু ৰুণীৰ তৰ্কৰ তাৎপৰ্য অনুযায়ী ৰজব আলী এটা ভুলৰ বলি হৈ তাৰ ভঙা জুপুৰিটোৰ পৰা উৎখাত হৈ যাব পাৰে, বিতাড়িত হৈ যাব পাৰে তাৰ বাগিচা আৰু পথাৰৰ পৰা - যাৰ বালিভৰা চৰ মাটি এদিন তাৰ অমানুষিক হাড়ভঙা পৰিশ্ৰমত হৈ পৰিছিল শস্য-শ্যামলা, যি বাগিচাৰ টাটকা মণ্ডহাল ফুলকবি-গাজৰ-মটৰ-আলু-পালেং-বীটে তেওঁৰ অকণমানি পুত্ৰৰ দেহত তেজৰ সঞ্চাৰ কৰিছিল। কিন্তু কেৱল সেয়ে নহয়, আৰু বেছি ভয়ংকৰ ঘটনা ঘটি যাব পাৰে। হলধৰ আৰু ৰজব আলী - যি দুটা ডেকা মানুহে দুটা কেঁচুৱা ককাই-ভাইৰ দৰে তেওঁৰ মাতৃ হৃদয়ৰ মৰমৰ ভাগ বেছিকৈ পোৱাৰ বাবে কঢ়া-আঁজোৰাখন লগাই মাৰিছিল — আজি বুঢ়া হৈ যোৱা সেই ককাই-ভাই দুটাই হেনো পৰস্পৰৰ বুকুত ছুৰীও বহুৱাব পাৰে।...'[৭]

মনত পৰি যায় পুত্ৰহাৰা মাতৃৰ দুখৰ বিষয়ে সেই উপন্যাসত লিখা এই কথাখিনিও ঃ শ্ৰীমতী গোস্বামীৰ চকুৰ আগত ভাহি উঠে এক্ষে একোজনী মাতৃৰ যন্ত্ৰণাদগ্ধ মুখ — ...চকুৰে কোনোদিনে নেদেখিলেও মনৰ চকুৰে সেই প্ৰত্যেকজনী পুত্ৰহাৰা মাতৃৰ মুখেই দেখা পায় আৰু অহৰহ সেই মনৰ চকুৰ আগত ওলমি থকা যন্ত্ৰণাত বিকৃত মুখকেইখনে এক অদ্ভুত বোবা ভয়ত তেওঁৰ অন্তৰেই নহয়, সমস্ত সত্তা অসাৰ কৰি তোলে...।

সঁচায়ে, অসমত সময় যেন লৰচৰ কৰিব নোখোজে, একে ঘটনাৰে যেন পুনৰাবৃত্তি হৈ থাকে। মোৰ অশুভ দিশটোৰ বিষয়েই আৰু অলপ লিখিবৰ মন গৈছে কাৰণ মই ভাবো যে অসমত বৰ্তমান এই কথাটোৰেই প্ৰাধান্য পোৱা উচিত। শুভচিন্তক সকলোৰেই এই সৰ্বনাশৰ সংকেত-ধ্বনি শুনা উচিত, তাৰ প্ৰতিকাৰৰ বাবে সজোৰে উচ্চাৰিত কৰিব লাগে প্ৰতিবাদৰ ভাষা। আমি এতিয়া বুজিব পৰাকৈ তাৎপৰ্যপূৰ্ণ ঘটনাবোৰ ঘটিছে। বিহাৰীসকল আটাইতকৈ বেছিকৈ নিধন হোৱা ঠাইবোৰ হ'ল উগ্ৰপন্থীসকলৰ ঘাটি অঞ্চলবোৰ — যি উগ্ৰপন্থী তথা আলফাই বিহাৰৰ ৰেলগাড়ীত অসমীয়াৰ ওপৰত বৰ্বৰ অত্যাচাৰ কৰাৰ সুৰুঙাৰে (সেই সুৰুঙা বা কোনে সৃষ্টি কৰিছিল, তাৰ আঁৰত বা কোন আছে।) অসমীয়াৰ হিতাকাংক্ষীৰ বেশত সমাজ জীৱনত প্ৰৱেশ কৰি শ্লোগান দিছে — হিন্দীভাষী, বিহাৰীয়ে অসম ত্যাগ কৰিব লাগিব। বিহাৰৰ ৰেলত প্ৰথম অৱস্থাত অসমীয়াৰ ওপৰত চলা বৰ্বৰতাৰ বিৰুদ্ধে গুৱাহাটীত যি শোভাযাত্ৰা হৈছিল (ছাত্ৰ-ছাত্ৰীৰ) তাত প্লেকাৰ্ডত লিখা আছিল — বিহাৰী হটাও, অসম বাচাও...। সময় স্তব্ধ হোৱাৰ কথানো এনেয়ে লিখিছোনে — পঁচিশ বছৰৰ আগৰ অসম আন্দোলনতো এনে শ্লোগানেই চলিছিল, অৱশ্যে তেতিয়া কেৱল বিহাৰী শব্দটোৰ সলনি সকলোকে সামৰি ধ্বনি দিয়া হৈছিল (নিজ কাণেৰে শুনা) — আলী, কুলী, নেপালী-কুকুৰৰ পোৱালি, ক'ৰ পৰা আহিলি...' ইত্যাদি ইত্যাদি।

এই অশুভ পুনৰাবৃত্তিত আছুৱে কিন্তু আলফাৰ জেহাদৰ বিপক্ষে সিমান সোচ্চাৰ হোৱা দেখা নাই, ইয়াত জড়িত অন্যান্য সৰু-সুৰা কথাবোৰকে যেন ডাঙৰ ইছ্যু কৰি হৈছে। কিন্তু তেওঁলোকে আৰু অসমৰ শুভ শক্তিটোৱে এই কথাটোতহে বেছি গুৰুত্ব দিয়া উচিত, তেওঁলোকে 'before it is too late' গভীৰভাৱে ভাবি চাওক — আলফাই বিদেশীৰ বিৰুদ্ধে জেহাদ ঘোষণা নকৰি দেশীৰ বিৰুদ্ধে কৰাৰ আঁৰত কি ষড়যন্ত্ৰ লুকাই আছে। সঁচায়ে, সময় থাকোতে এই বিষয়ত সতৰ্কতা অৱলম্বন নকৰিলে অসমৰ খোপনি অতীতৰ ৰক্তাক্ত দিনবোৰতহে দৃঢ় হৈ পৰিব, যি আলফাই জনসমৰ্থন হেৰুৱাই কিছুদিন আঁতৰি থাকিবলৈ বাধ্য হৈছিল, সেই আলফাই কিন্তু এইবাৰ হিন্দী-বিহাৰীৰ বিৰুদ্ধে অসমীয়াৰ আবেগক জগাই তুলি পুনৰ অসমীয়াৰ বুকুত আশ্ৰয় ল'বহি আৰু তেতিয়া অসম পুনৰ ৰক্তাক্ত বধ্যভূমিত পৰিণত হ'ব, যি বধ্যভূমিত বলি যোৱাৰ পৰা অসমীয়াও সাৰি নাযাব।

— ২০০৩



# নাৰী স্বাধীনতা ঃ এক অন্য মত

মোৰ লেখাৰ এই শিৰোনাম দেখি বাংলা নাটকৰ বিখ্যাত বাক্য এষাৰিয়ে (প্ৰায় আপ্তবাক্যৰ দৰেই হৈ পৰা) বোধহয় বহুতৰ মুখলৈ আহি যাব 'একি শুনি মন্থৰাৰ মুখে'? নাৰী স্বাধীনতা, নাৰী নিৰ্যাতন আদি শব্দ যাৰ মুখত এতিয়া প্ৰায় 'জাৰ্গন'তে (Jargon) পৰিণত হৈছে, সেই গৰাকী লেখিকাই এয়া আৰু কি অন্যমতৰ কথা কয়?

পিছে মই মাজে মাজে অন্যমতো পোষণ কৰো, নানা প্ৰসংগত, যুক্তিৰ খাতিৰত, অৱস্থাই বাধ্য কৰাৰ ফলত। তেনে এক অন্যমত এবাৰ ব্যক্ত কৰিছিলো 'সাদিন'ৰ পাততো, ৰূপম বাজাজ দেউলক বিখ্যাত (বা কুখ্যাত) পুলিচ বিষয়া কে পি এছ গিলে এখন পাৰ্টিত শৰীৰৰ মঙহাল নিম্নাংশত টিপি অপমান কৰাৰ কথাত। তেতিয়া মই এই কথাও লিখিছিলো যে এতিয়া অতি বেছি সুবিধা ভোগ কৰা, একধৰণৰ শক্তিশালী নাৰীসকলে সামান্য অপমানতে হৈ-চৈ কৰি পুৰুষক শাস্তি দিয়াব পাৰে, কিন্তু সমাজৰ অতি নিম্নশ্ৰেণীৰ, দৰিদ্ৰ মহিলাসকলে তাতকৈও ডাঙৰ অপমান-অত্যাচাৰৰ চিকাৰ হৈ আহিছে, সেই অসহায় মহিলাসকলে হ'লে কোনো প্ৰতিকাৰ নাপায়। মই এই কথাও লিখিছিলো যে এতিয়া নাৰীবাদ, নাৰী স্বাধীনতাৰ নামত কিছুমান তিৰোতাই তাৰ অতি অপব্যৱহাৰ কৰি আছে, ফলত পুৰুষসকলে নাৰীৰ দুখত, নাৰীক অত্যাচাৰ কৰাৰ ক্ষেত্ৰত সহানুভূতি হেৰুৱাই পেলাব ধৰিছে, অৰ্থাৎ সুবিধাভোগী নাৰীয়ে পৰোক্ষভাৱে নিজৰ ভৰিত নিজেই কুঠাৰ মৰাৰ বাট কাটিব ধৰিছে।'

এই কথাখিনিৰ অলপ দীঘলীয়াকৈ ব্যাখ্যা কৰা যাওক, কাৰণ ই আজিৰ পৰিপ্ৰেক্ষিততো অতি প্ৰাসংগিক হৈ পৰিছে, বৰং তাৰ প্ৰাসংগিকতা বাঢ়িহে গৈ আছে। এতিয়া আনহে নালাগে সমাজৰ ভদ্ৰলোক নামধাৰী মধ্যবিত্ত, নিম্ন মধ্যবিত্ত ঘৰৰ ছোৱালীবোৰে — আনকি মহিলাসকলেও নিজৰ শাৰীৰটোৰ ক্ষেত্ৰত শালীনতাবোধ হেৰুৱাই আহিব ধৰিছে; যিমান পাৰে চুটি স্কাৰ্ট পিন্ধি, পিঠি, বুকুৰ ভালেখিনি অংশ প্ৰকট কৰা ব্লাউজ পিন্ধি, নাভি দেশ ওলোৱা শাৰী-মেখেলা চাদৰ পিন্ধি, গাত লিপিট খাই থকা গেঞ্জী, টপ আদি পিন্ধি তেওঁলোকে নিজৰ শৰীৰক ৰাস্তাই-ঘাটে, বিয়াই-সবাহে এনেকৈ প্ৰদৰ্শন কৰি থকা হৈছে যে সি ক্ৰমাৎ পুৰুষৰ যৌন-উত্তেজনা বৃদ্ধি কৰি আনিছে। কিন্তু সিহঁতে কোনো ফিল্ম-একট্ৰেছ, কোনো উচ্চ পৰ্যায়ৰ নাৰীৰ ওচৰ চপাৰ সাহ কৰিব নোৱাৰে, ফলত সিহঁতৰ দ্বাৰা ধৰ্ষণ আদিৰ চিকাৰ হৈছে ঘাইকৈ অসহায় নাৰী - যি ভয়ংকৰ অত্যাচাৰৰ পৰা এতিয়া সাৰি যাব পৰা নাই বৰ্ণালীহঁতৰ দৰে কণমানি ছোৱালীও, অৰ্থাৎ কেৰ্কেটুৱাই তামোল খায়, নেউলক বান্ধি কিলায়। নাৰীৰ এই দেহ-প্ৰদৰ্শন প্ৰৱণতাৰ বৰ্ধিত ৰূপেই (চিনেমা, টিভি, বাটে-ঘাটে সকলোতে) যে সমাজত ধৰ্ষণৰ ঘটনা দিনক দিনে বৃদ্ধি কৰিছে তাত মোৰ বিন্দুমাত্ৰও সন্দেহ নাই।

মোৰ এটা কথা ভাবি খুবেই আচৰিত লাগে যে পুৰুষৰ পোছাক-পৰিচ্ছদ একে থকাৰ বিপৰীতে নাৰীৰ পোছাক-পৰিচ্ছদতহে এনে বৈপ্লৱিক পৰিৱৰ্তন আহিছে, নাৰীয়ে ৰাজহুৱা স্থানত নিজকে ক্ৰমে অৰ্ধনগ্ন কৰি আনিছে; 'লজ্জা নাৰীৰ ভূষণ' — মই এনে কথা নামানো, লজ্জা যদি নাৰীৰ ভূষণ হয়, পুৰুষৰো ভূষণ। নাৰী-পুৰুষৰ সমান মৰ্যাদা, সমান স্বাধীনতাত মই সদায় সোচ্চাৰ হৈ ৰ'ম। কিন্তু লাজ থকাটো শৰীৰৰ শালীনতা থকাটো এতিয়াৰ তথাকথিত আধুনিক নাৰীসকলৰ বাবে যেন মূল্যহীন আদৰ্শৰ কথা হৈ আহিব ধৰিছে। বৰ দুখেৰে মনত পৰে ৰবীন্দ্ৰনাথৰ সেই 'আগুণেৰ পৰশমণি ছোঁয়াও আমাৰ প্ৰাণে'ৰ অপূৰ্ব কথাষাৰেৰে আৰম্ভ হোৱা 'পৰশমণি' নামৰ পদ্যটোৰ এইফাকি কথা — 'আমাৰ এ দেহ খানি তুলে ধৰো/তোমাৰ ঐ দেবালয়েৰ প্ৰদীপ কৰো...।' পিছে এতিয়া আমি আমাৰ লজ্জাহীনতা, শালীনতাহীনতাৰ ফলত সেই দেহ দেবালয়ৰ প্ৰদীপ নকৰি পুৰুষৰ লালসাৰ বলি কৰাতহে যেন ব্ৰতী হৈছো।

আজি এইবোৰ কথা মনলৈ অহাৰ কাৰণ হ'ল অলপতে ঘটা এটা ঘটনা। নিৰ্যাতনবিৰোধী ঐক্যমঞ্চলৈ নানা নিৰ্যাতনৰ প্ৰতিকাৰ বিচাৰি আবেদন আহে। অলপতে গুৱাহাটীৰ পৰা দূৰৈত থকা গাভৰু এজনীয়ে যৌন-নিৰ্যাতনৰ বলি হৈ প্ৰতিকাৰ বিচাৰি আহিছিল। অবিবাহিতা গাভৰুজনীৰ শৰীৰৰ যৌনাঙ্গত কিবাকিবি ৰোগ হৈছিল। গুৱাহাটীলৈ

স্ত্ৰীৰোগ বিশেষজ্ঞ ডাঙৰ ডাক্তৰৰ সন্ধানত আছি তাই প্ৰথমতে মহিলা ডাক্তৰৰ ওচৰলৈকে গৈছিল, কিন্তু সিদিনা ডাক্তৰণীক নেপাই পুৰুষ ডাক্তৰ এজনৰ ওচৰলৈহে বোলে যাব লগা হ'ল। তেওঁ তাইক অকলে লৈ গ'ল একেবাৰে লেবাৰ ৰুমলৈকে, লগত আত্মীয়কো যাব নিদিলে, নাৰ্ছকো উলিয়াই দিলে। ইয়াৰ পাছত ডাক্তৰজনে তাইৰ গাৰ কাপোৰ খোলায়, শৰীৰটোৰ নানা ঠাইত টিপাটিপি কৰি শেষত উত্তেজিত হৈ তাইক ধৰ্ষণকে কৰি পেলালে (ডাক্তৰজনৰ তাইৰ ৰোগ নিৰাময়ৰ সেইটোৱে বাৰু চিকিৎসা নেকি?)। এতিয়া তাই আহি ঐক্যমঞ্চত এই নিৰ্যাতনৰ সুবিচাৰ বিচাৰিছে, লগত অনা পুৰুষ আত্মীয়জনৰ (?) উপস্থিতিতে ঐক্যমঞ্চৰ এগৰাকী সদস্যাৰ আগত গোটেই ঘটনাটো বৰ্ণাই গ'ল। (অৰ্থাৎ ডাক্তৰজনে তাইক কি কি কৰিলে)।

এই সকলোবোৰ কথা শুনি মই 'সহানুভূতিহীনা'ৰ প্ৰতিক্ৰিয়া হ'ল চেখভৰ এটা গল্পৰ তিৰোতা এজনীৰ লেখীয়া। তেওঁৰ আশ্ৰিত আত্মীয় ল'ৰাটোৱে বৰ মদ খায় আৰু ৰাতি মদ খাই মাতাল হৈ খুব চিএৰ-বাখৰ কৰে। এদিন সি মাতাল অৱস্থাতেই নেকি ভুলতে মদ বুলি গৃহকৰ্ত্ৰীৰ কেৰাচিন তেলৰ বটলটোৰ তেলবোৰকে নিঃশেষ কৰি গিলি দিলে আৰু পাছত দেদাউৰি পাৰিব ধৰিলে। পিছে মানুহজন কিবাকৈ নমৰি বাচি উঠিল। তেতিয়া মহিলাই এনেদৰে নাভাবিলে — উঃ, ভাগ্যে যে কেৰাচিন খাই মোৰ বাছাটো নমৰিল, তেওঁ কেৱল এনে ওভোটা চিন্তাহে কৰিবলৈ ধৰিলে — উঃ, দিনকাল কি হ'ল, সকলোতে কেৱল দুৰ্নীতি।। বস্তু-বাহানিও ইমান ভেজাল হ'ব ধৰিছে — এই কেৰাচিনৰ কথাকে ভাবাচোন, কি ভেজাল — কি ভেজাল হ'ল, এবটল কেৰাচিন খায়ো সি নমৰিল, ইমানেই ভেজাল হ'ল কেৰাচিন, মোক এনে ভেজাল কেৰাচিন দি দোকানীয়ে ঠগিলে — উস্ উস্...।

ময়ো গাভৰুজনীৰ হিষ্ট্ৰি শুনি ভাবিলো — দিনকাল কি হ'ল, এজনী অবিবাহিতা ছোৱালীৰ এনেকৈ লাজ-চৰম নোহোৱা হ'ল নে যে এদিন স্ত্ৰীৰোগ বিশেষজ্ঞ ডাক্তৰজনীক নাপাই পিছদিনালৈ বাট নাচাই পুৰুষ ডাক্তৰ এজনৰ ওচৰলৈকে গৈ নিজৰ গাৰ কাপোৰ খুলিব পাৰিলে, কথাবোৰ এজন পুৰুষৰ আগতে 'আমাক' এনে সহজভাৱে মুকলিকৈ বৰ্ণাব পাৰিলে... উস্ উস্... সঁচায়ে দিনকাল কি হ'ল।

প্ৰিয় পাঠক, মোৰ উপৰিউক্ত কথাবোৰ পঢ়ি ভুলতেও যেন আপোনালোকে নেভাবে যে মই ডাক্তৰজনৰ পক্ষ লৈছো; ডাক্তৰৰ এনে সুযোগ-সন্ধানী স্বৰূপ মই জানো (যদিও সকলো ডাক্তৰ একে মনোবৃত্তিৰ বুলিও মই ক'ব খোজা নাই) জালুকবাৰীৰ শিশু সদনত এজনী সৰু ছোৱালী আছে যি এজন কামুক ডাক্তৰে সদন আবাসী এজনী কম বয়সীয়া

ছোৱালীক ধৰ্ষণ কৰাৰ ফলত জন্ম লোৱা। মোৰ 'ডাক্তৰৰ চেম্বাৰ'ত নামৰ 'গৰীয়সী'ত প্ৰকাশ হোৱা এটা গল্প আছে য'ত মই বহুত ডাক্তৰৰ এনে প্ৰবৃত্তিৰ বৰ্ণনা কৰিছো (যদিও মূল গল্পটো এজন মানবদৰদী ডাক্তৰকে লৈয়ে লিখা)। পিছে মোৰ প্ৰতিপাদ্য ঘাই বিষয়টো হ'ল — আজিৰ প্ৰজন্মৰ বহুতো ছোৱালী কিয় এনে লজ্জাহীনা হ'ল, কিয় আমাৰ 'আধুনিকা'ই শৰীৰটোক বজাৰৰ পণ্যৰ দৰে প্ৰদৰ্শন কৰি পুৰুষৰ যৌন উত্তেজনা তথা লালসাত ইন্ধন যোগাব ধৰিছে? কিয় আমাৰ মধ্যবিত্ত সমাজৰ এতিয়াৰ অভিভাৱক-অভিভাৱিকাসকলে (সকলোৱে নহ'লেও) এনেকৈ সন্তানসকলক নানা দুষ্কৃতিৰ পথত ভৰি দিয়াত পৰোক্ষভাৱে উৎসাহ-উদ্দীপনা যোগাব ধৰিছে?

— ২০০৩



## *বাংলা টি ভি ছিৰিয়েলৰ এটা কাহিনীৰে...*

যোৱা ১৬ জুলাই তাৰিখে উত্তৰ-পূৰ্বাঞ্চলৰ প্ৰথমখন বৃদ্ধাশ্ৰমৰ উদ্বোধন কৰা হৈছিল। এইখন স্থাপন হ'ল গুৱাহাটীৰ পাথৰকুৱেৰীত। ২০০১ চনৰ ১৮ ডিচেম্বৰ তাৰিখে, অম্বিকাগিৰী ৰায়চৌধুৰীৰ ১১৬ বছৰীয়া জন্মদিন উপলক্ষে এই বৃদ্ধাশ্ৰম স্থাপনৰ বাবে এখন কাৰ্যকৰী সমিতি স্থাপন কৰা হৈছিল য'ৰ সভাপতি হৈছিল শুচিব্ৰতা ৰায়চৌধুৰী আৰু কাৰ্যকৰী সভাপতি হৈছিল ধীৰেন্দ্ৰ নাথ চক্ৰবৰ্তী। এই কাৰ্যকৰী সমিতিৰ সকলো সদস্য — ঘাইকৈ শুচিব্ৰতা ৰায়চৌধুৰী আমাৰ অতি শলাগৰ পাত্ৰ, কাৰণ আজিৰ সমাজৰ এক ডাঙৰ চাহিদা তেওঁলোকে পূৰণ কৰিলে। এতিয়া আমি এই কথা স্বীকাৰ নকৰি নোৱাৰো যে আজিৰ নগৰীয়া সমাজ ব্যৱস্থাত, নিউক্লিয়াৰ পৰিয়ালৰ মাজত যেন বৃদ্ধ-বৃদ্ধাৰ বাবে ক্ৰমে স্থান সংকুচিত হৈ আহিছে, তেওঁলোক একপ্ৰকাৰ অপাংক্তেয় হৈ পৰিব ধৰিছে, আনহাতে আধুনিক জীৱনত মানুহৰ আয়ুসৰেখাডালো দীৰ্ঘতৰ হৈ গৈ আছে, ফলত এনে কোনো কোনো বাৰ্ধক্যপীড়িত লোকৰ বাবে বিকল্প বাসস্থানৰ বৰ প্ৰয়োজন হৈ পৰিছে। এই পৰিপ্ৰেক্ষিতত শুচিব্ৰতা ৰায়চৌধুৰীহঁতে বৃদ্ধাশ্ৰম পাতি এক ডাঙৰ সমাজিক চাহিদা পূৰণ কৰিছে। এই কামটো সফল কৰিবলৈ তেওঁলোকে অতি অহোপুৰুষাৰ্থ কৰিব লগা হৈছে — মই নিজেই শুচিব্ৰতা বাইদেউৰ এই প্ৰচেষ্টাৰ কোনো কোনো ক্ষেত্ৰত সাক্ষী হৈ আছো, একো সহায় কৰিব নোৱাৰিলেও।

আমাৰ চকুৰ আগতে গুৱাহাটী চহৰৰ বহুত পৰিবৰ্তন হৈ গ'ল, আগতে আমি দেখা পৰিয়ালবোৰত বৃদ্ধ-বৃদ্ধাসকলেই ঘৰখনৰ মুখীয়াল

হৈ থকা দেখিছিলো, পুত্ৰ-বোৱাৰী তেওঁলোকৰ অধীনত থাকে। লাহে লাহে সেই দৃশ্যপটৰ আমূল নহ'লেও যথেষ্ট পৰিবৰ্তন হ'ল, এতিয়া বুঢ়া মাক-দেউতাকৰ মৰ্যাদা যেন সংসাৰখনৰ দ্বিতীয় স্থানলৈ অৱনমিত হৈ গ'ল, এতিয়া যেন তেওঁলোক পুত্ৰ-বোৱাৰীৰ অনুগ্ৰহৰ ওপৰতহে বৰ্তি থাকিব লাগে। এতিয়াৰ নাতি-নাতিনীয়ে আইতাক-ককাকৰ পৰা আগৰ দৰে সাধুকথাও যেন শুনিব নোখোজে, ক'ব খুজিলেও সিহঁত 'ব'ৰ্দ্' হৈ যায়, এতিয়া আগৰ দিনৰ সাধুতকৈ সিহঁতৰ বাবে টিভিৰ কাৰ্টুন, কমিক্‌ছ আদি বহুত বেছি আকৰ্ষণীয়। মোৰ নাতিনীৰ ক্ষেত্ৰতো এই প্ৰৱণতা দেখিছো; অলপতে দুলীয়াজানলৈ গৈয়ো এনে এক অভিজ্ঞতাৰ কথা শুনি আহিলো অসীমা দেৱচৌধুৰীৰ মুখত। সুলেখক ফণীন্দ্ৰ কুমাৰ দেৱচৌধুৰীৰ পত্নী অসীমাহঁতৰ 'শিল্পীঘৰ' নামৰ এটা অনুষ্ঠান আছে, তাত অসমীয়া ভাষা-সাহিত্যৰ উন্নতিৰ বাবে নানা কাম কৰা হয়, নানা আঁচনি লোৱা হয়। সপ্তাহত পাঁচদিন আবেলি ল'ৰা-ছোৱালীৰ বাবে অসমীয়া সাধু, গীত-নাচ আদি শিকাৰ ব্যৱস্থা আছে। কিন্তু অসীমাই কৈছিল — ইংৰাজী মাধ্যমত পঢ়া ল'ৰা-ছোৱালীবোৰক এইবোৰৰ প্ৰতি ইণ্টাৰেষ্ট লগোৱা কঠিন কাম হৈ পৰে, অসমীয়া সাধু কথাবোৰ শুনিবলৈও মন নকৰে।

অৰ্থাৎ, এক কথাত ক'বলৈ গ'লে আইতাৰ সাধুও আজিৰ নৱ-প্ৰজন্মৰ মাজত অপাংক্তেয় হৈ গ'ল। গতিকে আৰু এক ধৰণেও তেওঁলোক মূল্যহীন হৈ গ'ল।

অৱশ্যে যুগধৰ্মৰ উপৰি চহৰীয়া জীৱনত বৃদ্ধ-বৃদ্ধাক ৰাখিবলৈ ঠাইৰো সংকুলান হৈ আহিছে, বিশেষকৈ ফ্লেট আদিত। সেইটোও এটা সমস্যা। সেইটো বাৰু বোধগম্য বা বিবেচনাৰ যোগ্য। কিন্তু মোক ব্যথা দিয়ে আধুনিক আত্মসৰ্বস্ব জীৱনৰ পৰা লাহে লাহে হৃদয়ৰ প্ৰয়োজন শেষ হৈ আহিব ধৰা বাবে। বৃদ্ধ-বৃদ্ধা অপাংক্তেয়, কাৰণ মৰম-চেনেহো এতিয়া অপাংক্তেয়, অপ্ৰয়োজনীয় চেণ্টিমেণ্ট। এতিয়া এনে পৰিয়ালো দেখো য'ত ল'ৰাই বিয়া কৰাই মাক-দেউতাকক এৰি বেলেগে ঘৰ লৈ থাকেগৈ — ঘৰত যথেষ্ট ঠাই থকা সত্ত্বেও। মোৰ বাবে আটাইতকৈ দুখ লগা কথা হ'ল — এনেকৈ যে আমাৰ মাজৰ পৰা চেনেহৰ নিজৰা শুকাই আহিব ধৰিছে! আৰু তাৰ ফলত কেৱল বোৱাৰীয়েকৰে নহয়, মাক-বাপেক বৃদ্ধ বয়সত পুত্ৰৰ বাবেও যেন অলপ হ'লেও বোজাৰ দৰে হৈ আহিব ধৰিছে।

এই কথাবোৰ ভাবোতে ভাবোতে মোৰ মনলৈ আহি গ'ল কেইবাবছৰ আগতে কলকাতাত থকা সময়ত তাৰ টিভিত দেখা এটা ছিৰিয়েল যাৰ নাম হ'ল 'যদি এমন হতো'। নানা কাহিনী, তাৰে এটা হ'ল এজনী বিধৱা বুঢ়ীৰ কাহিনী। তিনিটা ল'ৰা, মাকক পাল পাতি পাতি লগত ৰাখে। এই কাহিনী উপস্থাপন কৰে এতিয়া প্ৰয়াত বঙ্গৰ বিখ্যাত কমেডিয়ান ৰবি ঘোষে। তেওঁৰ উপস্থাপনায়ো ছিৰিয়েলটোক বিশেষ আকৰ্ষণীয় কৰি তুলিছিল। এই বিধৱাৰ কাহিনীটোক তেওঁ কৰুণ-ৰসৰ মাজতো হাস্যৰস মিহলাই বুঢ়ীৰ আলাই-আথানি দেখুৱাইছিল। বৃদ্ধাৰ ভূমিকাত অভিনয় কৰিছিল একালৰ বিখ্যাত অভিনেত্ৰী ভাৰতী দেৱীয়ে।

বেচেৰী বৃদ্ধা, এজন পুতেকৰ ঘৰত আকৌ লিফ্‌ট নাই, কাষলতিৰ তলত টোপোলাটো লৈ বৰ কষ্টেৰে চিৰিৰে ওপৰলৈ উঠে। তেওঁৰ টোপোলাটোত আছে পৰিয়ালৰ প্ৰাচীন আৰাধ্য দেৱতা কৃষ্ণৰ পিতলৰ মূৰ্তি। তেওঁক এমাহ লগত ৰাখিবলগীয়া সময়বোৰত বোৱাৰীয়েকবোৰৰ মুখ ফুলি থাকে। এজনী বোৱাৰীয়েকে এদিন গিৰিয়েকক কোৱা শুনিলো — এইটো একত্ৰিশ দিনীয়া মাহ, আগৰটো ত্ৰিশ দিনীয়া আছিল, মোৰ ভাগতহে এইবাৰ একত্ৰিশ দিনীয়া মাহটো পৰিল...।

এইখিনিলৈকে ৰবি ঘোষে কোৱা কাহিনী ছবিৰ মাধ্যমত দেখুওৱাৰ পাছত কমেডিয়ানজনে তেওঁৰ বিশেষ অনবদ্য মুখভংগীৰে এটা আমোদৰ হাঁহি মাৰি কৈছিল — 'বেচেৰী বুঢ়ীজনীৰ পুতেক-বোৱাৰীয়েকৰ লগত থকাৰ বাবে এই বুঢ়া বয়সত এনে আলাই-আথানি হোৱা দেখি মই ভাবিলো — যদি এনে হ'লহেঁতেন যে বুঢ়ীয়ে লগত লৈ ফুৰা পিতলৰ কৃষ্ণ মূৰ্তিটো সদায় টোপোলাতে বান্ধি ৰাখে, কাৰণ বিগ্ৰহ থোৱাৰ সামান্য ঠায়ো ঘৰখনত নাই। আনকি টোপোলাটোতনো কি আছে কোনেও জনাৰো কৌতূহল নেদেখুৱায়। হঠাতে এদিন বুঢ়ীৰ মূৰত এটা বুদ্ধি খেলালে, বোৱাৰীয়েক কিবা কাৰণত তেওঁৰ কোঠালিত সোমোৱাত তেওঁ খপজপকৈ কৃষ্ণ মূৰ্তিৰ টোপোলাটো বুকুত সাবটি ধৰিলে। তেতিয়া সন্দেহ হোৱাত বোৱাৰীয়েকে সুধিছিল - তাত কি আছে। শাহুৱেকে ফুচফুচাই এটা ডাঙৰ সত্য বাহিৰ কৰি দিয়াৰ দৰে ক'লে যে পৰিয়ালৰ সোণৰ বিগ্ৰহটোকে তেওঁ সদায় অতি আতোলতোলকৈ ৰাখে, নিজৰ পৰা কেতিয়াও 'হাতছাড়া' নকৰে।

বুঢ়ীৰ বুদ্ধিয়ে কাম দিলে। তাৰ পাছৰ পৰাই তেওঁ কেৱল ভি আই পিৰে নহয়, একেবাৰে ভি ভি আই পিৰে ষ্টেটাছ পাই গ'ল, কৃষ্ণৰ সোণৰ মূৰ্তিটোৰতো কম মূল্য নহ'ব — বুঢ়ী মৰাৰ পাছত... গতিকে এতিয়াৰ পৰা ৰাখ বুঢ়ীক আতোলতোলকৈ — তেহে সোণৰ কৃষ্ণ মূৰ্তিটোৰ সিহঁতক উত্তৰাধিকাৰী কৰি থৈ যাব।

তাৰ পাছত ৰবি ঘোষে মোখনি মাৰে — যদি এমন হতো, যদি এনেকুৱা হ'লহেঁতেন, কিন্তু নহয়, জীৱনৰ সমস্যাবোৰ এনে ধৰণে সমাধান কৰিব পৰা গ'লেতো কথাই নাছিল।

বৰ্তমান পাথৰকুৱেৰীত পতা বৃদ্ধাশ্ৰমত থকা এগৰাকী বুঢ়ীৰ কাহিনী শুনিহে ঘাইকৈ মোৰ অত দিনৰ আগতে কলকাতা দূৰদৰ্শনত দেখা ছিৰিয়েলটোৰ এই কাহিনীটো মনলৈ আহিল। সেইগৰাকী বৃদ্ধাই হেনো অকালতে বিধৱা হৈ একমাত্ৰ পুতেকক বুকুত সাবটি সংসাৰৰ সমুদ্ৰত অকলে কষ্টকাই সাঁতুৰি সাঁতুৰি কোনোমতে ঠাউনি পাইছিল, ল'ৰাক মানুহ কৰিছিল কিন্তু ল'ৰাই ডাঙৰ হৈ বিয়া কৰাই ঘৈণীয়েকৰ লগ লাগি মাকে বন্ধা ঘৰৰ পৰাই মাকক উৎখাত কৰাত তৎপৰ হ'ল। অগত্যা মাক গৈ সেই বৃদ্ধাশ্ৰমত আছে।

অৱশ্যে এইটো মই এটা অস্বাভাবিক ঘটনা বুলিয়েই ভাবো। কিন্তু এটা কথাত কোনো সন্দেহ নাই যে বৰ্তমানৰ পৰিয়ালবোৰত, অন্ততঃ বহুতো পৰিয়ালত এতিয়া বৃদ্ধ-বৃদ্ধাসকলৰ প্ৰতি আগৰ শ্ৰদ্ধা, সমীহ, কৰুণা আদি অন্তৰ্হিত হৈ আহিব ধৰিছে। এনে পৰিয়ালৰ বোৱাৰীসকল শিক্ষিতা আৰু উপাৰ্জনশীল হোৱা বাবেও আগৰ বোৱাৰীৰ দৰে তেওঁলোকে শাহুৱেক-শহুৰেকক মান-সন্মান নকৰা হৈছে, গ্ৰাহ্য নকৰা হৈছে। ল'ৰায়ো আজিৰ স্বাবলম্বী স্বাধীন পত্নীৰ ওচৰত সেও মানি থাকিব লগা হৈছে। নাৰীবাদৰ কিছু কিছু কুফলৰ ভিতৰত ইও এটা।

প্ৰিয় পাঠক, নাৰীবাদ সম্পৰ্কে মোৰ এই মন্তব্য শুনি আপোনালোকে হয়তো চক খাই উঠিছে — নাৰীবাদী লেখিকাৰ মুখত আকৌ এয়া কি কথা, একেবাৰে ভূতৰ মুখত ৰাম নাম দেখোন! পিছে ভূতৰ মুখতো নিশ্চয় কেতিয়াবা ৰাম নাম ওলায়, নহ'লে এই প্ৰবাদ বাক্যটোনো কেনেকৈ প্ৰচলিত হ'লহেঁতেন, নহয় জানো?

— ২০০৩



# স্বদেশ-বিদেশ

এতিয়া শৰতৰ ঋতুত মই লিখিবলৈ ওলাইছো বাৰিষাৰ কথা, বীভৎস বাৰিষাৰ কথা, কাৰণ আমাৰ বাবে এতিয়া আকাশত শৰতৰ ব'ৰাগী ডাৱৰৰ সলনি ভয়ংকৰ জলবাহী মেঘহে ওপঙি আছে — অন্ততঃ যোৱা কেইদিন ধৰি যি বৃষ্টিৰ ধাৰা নামিল, সি অসমৰ চহৰ-গাঁও জীৱন বিপৰ্যস্ত কৰি পেলালে, অজস্ৰ মানুহক বানৰ গৰাহত পেলাই মৃত্যুমুখলৈ ঠেলি দিলে, ভূমিস্খলনত প্ৰাণ হৰণ কৰিলে, গতিকে ৰবীন্দ্ৰনাথৰ কবিতাৰ ভাষাকে ধাৰ কৰি অলপ অইন ধৰণে কওঁ— এতিয়া শৰতৰ শুভ্ৰ সুকোমল মেঘৰ সলনি আকাশত বজ্ৰ-বিদ্যুৎভৰা ভয়ংকৰ মেঘেৰে নিজকে সজ্জিত কৰিলে, গতিকে এই সময়ত শৰৎ-বন্দনা ব্যৰ্থ পৰিহাসৰ দৰে নালাগিবনে? (ৰবীন্দ্ৰনাথৰ কবিতা : ডাকিনীৰা দিকে দিকে ফেলিতেছে বিষাক্ত নিশ্বাস/শান্তিৰ ললিত বাণী শোনাইবে ব্যৰ্থ পৰিহাস...।

আলোচনাটো চমু পৰিসৰলৈ অনা যাওক, গতিকে এই বৰ্ষাই গুৱাহাটী নগৰীক আৰু কিমান বেছি নৰক-তুল্য কৰি পেলালে সেই আলোচনাকে কৰা যাওক। প্ৰবল বাৰিষাতে আগতে যি ধ্বংসলীলা চলাইছিল এইবাৰ যেন সেই ক্ষেত্ৰত অভিলেখৰহে সৃষ্টি কৰিলে, এইবাৰ ভূমিস্খলনত আগৰ কেইবাৰতকৈও অধিক ঘৰ-দুৱাৰ পাহাৰৰ পৰা খহি পৰিল, পূৰ্বতকৈ তাত বেছি মানুহ মৰিল, আগতকৈও বেছি ঠাই বানপানীয়ে বুৰালে, বেছি গভীৰ হ'ল সেই পানীভাগ।

এই সম্পৰ্কে নানাজনে নানা আলোচনা কৰিছে, নানা মন্তব্য দিছে। চহৰখনৰ এই দুৰৱস্থা সম্পৰ্কে কোনোবাই চৰকাৰক বেছি জগৰীয়া কৰিছে,

কোনোবাই ৰাইজক আৰু কোনোবা কোনোবাই বা উভয়পক্ষকে। ঘাইকৈ ৰাইজকে দোষাৰোপ কৰা মোৰ এগৰাকী বান্ধৱীয়ে ক'লে— 'ৰাজগড়ত থকা মাহী এগৰাকী আহি সপৰিয়ালে আমাৰ ঘৰত আশ্ৰয় লৈছে (তেওঁৰ ওখ ঠাইত ঘৰ, বানপানীৰ বিভীষিকাৰ পৰা ৰক্ষা পৰি আছে), আগৰ কেইবাৰ তেওঁলোকৰ ঘৰত পানী উঠা নাছিল— তাৰ মানে গুৱাহাটী চহৰত বানপানীৰ সমস্যা কমক ছাৰি বৃদ্ধিহে পাইছে, দিনে দিনে নিশ্চয় আৰু বাঢ়ি যাব, কি ভয়ংকৰ কথা, কি ভয়ংকৰ ভৱিষ্যৎ। পিছে ইয়াৰ কাৰণে মই ঘাইকৈ আমাৰ মানুহকহে দায়ী কৰিব খোজোঁ, চৰকাৰক নহয়। চানমাৰিৰ নলাবোৰ পকীও কৰিলে, বহলো কৰিলে। কিন্তু তাত কিয় ইমান ডাব নাৰিকলৰ বাকলি ওপঙি থাকে, পলিথিনৰ মোনা ওপঙি থাকে? আমি ৰাইজেই অলপো ভাবচিন্তা নকৰি, আগপাছ নুগুণি সেইবোৰ নেপেলাওঁনে? এনে সামান্যও চিভিক ছেন্স নথকা, আত্মঘাতী জাতি এটা এই ভূ-ভাৰতত নাই'— বান্ধৱীয়ে বিৰাগ-বিতৃষ্ণাত মুখ কোঁচাই কৈছিল।

তেওঁৰ কথা শুনি আন এগৰাকী বন্ধুৱে ঘাইকৈ চৰকাৰকে দোষাৰোপ কৰিছিল— 'প্ৰধান দোষ অকৰ্মণ্য, দুৰ্নীতিপৰায়ণ চৰকাৰৰ। জি এম চিয়ে যদি নিয়ম মতে ডাষ্টবিনবোৰ চাফা কৰিলেহেঁতেন তেন্তে এই ডাবৰ বাকলি, পলিথিনৰ বেগ কেনেকৈ ওপঙিব পাৰিলেহেঁতেন কোৱাচোন? তাৰ পাছত তেওঁ মোক পোনে পোনে ক'লে— 'তুমিয়েইতো তোমালোকৰ অঞ্চলৰ ডাষ্টবিনৰ কথা, গৱৰ্ণৰৰ জেনেৰেটৰৰ বিকট আৱাজৰ কথা লিখি লিখি এই 'খবৰ'ৰে পাঠকৰ চকু বিষালা, কিবা প্ৰতিকাৰ হ'লনে?'

মই ক'বলৈ বাধ্য হ'লোঁ যে প্ৰায় পূৰ্ববৎ আমাৰ ডাষ্টবিনটো চাফা নকৰাকৈ আৱৰ্জনাৰে স্তূপীকৃত হৈ থাকে, মোৰ এই 'অৰণ্য ৰোদন' পঢ়ি পাঠকৰ চকু সঁচায়ে বিষাইছে নে নাই ক'ব নোৱাৰোঁ, কিন্তু গৱৰ্ণৰৰ জেনেৰেটৰৰ আৱাজ শুনি শুনি হ'লে মোৰ কাণ বিষাইছে, মূৰ বিষাইছে—'

গুৱাহাটীৰ বানপানীৰ কবলত পৰা মাহীয়েক তেওঁৰ ঘৰত আশ্ৰয় লোৱা বান্ধৱীয়ে সুযোগ পাই মাত লগাইছিল— 'আমাৰ ৰাইজ জগৰীয়া নহয়নে? জেনেৰেটৰৰ শব্দ কেৱল তুমিহে শুনি থাকানে, তোমালোকৰ অঞ্চলটোৰ আৱাসীসকলে নুশুনেনে? তেওঁলোকে কেতিয়াবা এই বিষয়ে কিবা উচ্চবাচ্য কৰেনে? দল বান্ধি গৱৰ্ণৰৰ ওপৰত আপত্তি কৰিছেগৈনে? মোৰ মামা এজনৰ কথা মনত পৰিছে, তেওঁ সকলো ধৰণৰ অপমান, অত্যাচাৰ বিনা প্ৰতিবাদে হজম কৰি থয়, আমাৰ পৰিয়ালৰ দুষ্ট 'কাজিন' কেইটাই ৰগৰ কৰে বোলে মামাক কোনোবাই চৰ খুৱালে ৰসগোল্লা খুউৱা বুলি কয়, তোমালোকৰ চুবুৰিৰ ৰাইজো বোধহয় একেধৰণৰ সহনশীল, তেওঁলোকে জেনেৰেটৰৰ শব্দক সুমধুৰ সংগীত শুনা বুলিহে বোধহয় ক'বলৈ ভাল পাব।'

চৰকাৰকে ঘাই জগৰীয়া কৰা বন্ধুৱে ক'লে— 'তুমি ভাই যিমানেই যি নোকোৱা মই হ'লে চৰকাৰকে ঘাই 'কালপ্ৰিট' বুলি ভাবোঁ। কিয়, পলিথিন নিষিদ্ধ কৰিব নোৱাৰিলে

কিয়? অন্ততঃ চৰকাৰৰ হাতত ক্ষমতা আছে, ৰাইজৰ হাতত নাই। ক্ষমতাই কি কৰিব নোৱাৰে কোৱা— অন্ততঃ ই ভাল মানুহক বেয়া কৰিব পাৰে।' এবোঁ ৰগৰ কৰাৰ চেষ্টা কৰি ক'লে। আকৌ ক'লে— 'পাহাৰ কটা বন্ধ কৰিব নোৱাৰিলে কিয়, চলাবিল পুতি ঘৰ বন্ধা বন্ধ কৰিব নোৱাৰিলে কিয়, জধে-মধে য'তে-ত'তে হাইৰাইজ বিল্ডিংবোৰ উঠোৱা বন্ধ কৰিব নোৱাৰিলে কিয়? এই ঘটনাবোৰেই আজি গুৱাহাটীৰ ভূমিস্খলন, বানপানীৰ প্ৰধান কাৰণ নহয়নে? এহ্ ৰাইজকে দোষ দি নাথাকিবা, দুৰ্নীতিত পোত খাই থকা চৰকাৰ হোৱা বাবেইতো আমাৰ গুৱাহাটী এদিনৰ কেৱল নৰকৰ পৰা এতিয়া বৌ-বৌ নৰকত পৰিণত হৈছে—'

মই পিছে মধ্যমপন্থী, অৰ্থাৎ মোৰ বিচাৰত চৰকাৰো দায়ী আমি ৰাইজো দায়ী, যেনে চৰকাৰ তেনে ৰাইজ বা যেনে ৰাইজ তেনে চৰকাৰ। এয়ে আমাৰ স্বদেশৰ চিত্ৰ।

আৰু বিদেশৰ? মোৰ মনলৈ আহিল আমাৰ ইয়াৰে, এই গুৱাহাটী চহৰৰে বহুত বছৰৰ আগৰ এজন বিদেশীৰ কথা, বিদেশী শাসক। এওঁ গুৱাহাটীৰ ডেপুটী কমিছনাৰ আছিল, আমি স্বাধীন হ'লোঁ, এওঁলোক আমাৰ দেশ এৰি যাবলৈ বাধ্য হ'ল। কিন্তু আমাৰ স্বদেশৰ চিন্তাত এওঁ এনেকুৱা টোকাও লিখি গৈছে য'ত এই কথা আছে— গুৱাহাটী প্ৰকৃতিৰ আশীৰ্বাদধন্য এখন চহৰ, ইয়াৰ যেন কেতিয়াও পাহাৰ কটা নহয়, খাল-বিলবোৰ পুতি পেলোৱা নহয়। হায় কপাল! আমাৰ মংগল চিন্তা কৰিব লগা হয় শোষক বিদেশীয়ে, আমি স্বদেশীয়ে নহয়। বিদেশী চৰকাৰে, স্বদেশী চৰকাৰে নহয়। পিছে সেই উপদেশো আমি নামানো ফলত গুৱাহাটীক ধ্বংস কৰিলোঁ।

মোৰ আকৌ মনত পৰিল বিদেশৰ এটা দৃশ্যলৈও, তিনি বছৰমান আগতে সমগ্ৰ জীৱনৰ লেখাৰ সঞ্চয়েৰে প্ৰথমবাৰৰ বাবে বিদেশ ভ্ৰমণলৈ গৈছিলো। শ্বেফিল্ডত নিগাজিকৈ থকা মোৰ সৰু ভাই অজিত তামুলীয়ে (এই ভ্ৰমণৰ কথা যোৱা বছৰ 'বনলতা'ই প্ৰকাশ কৰা 'এই দ্বীপ, এই নিৰ্বাসন' নামৰ মোৰ ভ্ৰমণ কাহিনীখনত সবিস্তাৰে বৰ্ণাইছোঁ) মোৰ হেঁপাহতে আমাক এমিলি ব্ৰণ্টে আৰু চাৰ্লট ব্ৰণ্টে (বিশ্ববিখ্যাত গ্ৰন্থ 'উইদাৰিং হাইটছ' আৰু 'জেন আয়াৰ'ৰ লেখিকা ভগ্নীদ্বয়) স্মৃতিসম্বলিত য়ৰ্কশ্বায়াৰৰ হেৱৰ্থলৈ লৈ গৈছিল। আমি ব্ৰণ্টেহঁতৰ ঘৰ-দুৱাৰ, তেওঁলোকক সমাধিস্থ কৰা গীৰ্জা ইত্যাদি চোৱাৰ পাছত তেওঁলোকৰ গ্ৰন্থত বৰ্ণিত বিখ্যাত মুৰ অঞ্চল (moorland) চাবলৈ গৈছিলো— জনমানৱহীন, আনকি চৰাই-চিৰিকটি, কুকুৰ-শিয়ালো নথকা বিস্তাৰিত, বিশাল অঞ্চল। আমি লগত নিয়া কল, চেণ্ডুইচ, ফলৰ ৰস আদি খাই তাতে আমাৰ দুপৰীয়াৰ আহাৰ সমাপন কৰিলোঁ। গাড়ীখন মুৰৰ ওচৰৰ ৰাস্তাতে থমাইছিল, মই দুৱাৰ খুলি কলৰ বাকলিটো সেই মুৰলৈ দলিয়াই পেলাব খোজোঁতে মোৰ ভায়ে বাধা দি কৈছিল— 'ওহো, বাকলিটো তেনেকৈ নেপেলাবা, মই লেতেৰা বস্তু পেলোৱা বেগ লগত আনিছোঁ।' মই অলপ প্ৰতিবাদ

কৰি কৈছিলো— ময়ো খুব চাফা দে, কিন্তু জনমানৱহীন, সৰু সৰু গছেৰে ভৰা এই বিশাল ঠাইত এটা কলৰ বাকলি পেলালে নিশ্চয় একো মহাভাৰত অশুদ্ধ নহয়'—

কিন্তু অজিতে মোক কলৰ বাকলিটো পেলাবলৈ নিদিলে— 'আমাৰ ইয়াত এয়ে নিয়ম, এই নিয়ম সকলোৱে মানি চলে বাবেই এইখন ইমান চাফা দেশ'—

ইয়াৰ পাছত বিদেশ নৰক হৈ স্বদেশ স্বৰগ হ'বনে, অথবা অইন ধৰণে ক'বলৈ হ'লে— ইয়াৰ পাছত স্বদেশ নৰক নহৈ বিদেশ নৰক হ'বনে?

— ২০০৪



# আমাক পাঠিকা সংস্থাও লাগে

অলপতে উজানবজাৰত অৱস্থিত শ্বহীদ ভৱনত ড° নিৰ্মলপ্ৰভা বৰদলৈৰ স্মৃতিত শ্ৰদ্ধাঞ্জলি জনাবলৈ অসম লেখিকা সংস্থাৰ সভা এখন অনুষ্ঠিত হৈ যায় (যোৱা ১০/০৭/০৪ তাৰিখে)। তাৰ দুদিন আগতে এলি আহমেদৰ একক প্ৰচেষ্টাত লক্ষ্মীৰাম বৰুৱা সদনতো নিৰ্মলপ্ৰভাৰ গীতৰ বিভিন্ন ন-পুৰণি শিল্পীয়ে গোৱা এটি সফল অনুষ্ঠানো অনুষ্ঠিত হৈ যায়, য'ত আঁত ধৰে বিশিষ্ট শিল্পী লোকনাথ গোস্বামীয়ে। মুষলধাৰ বৰষুণৰ মাজতো তাত দৰ্শকৰ উপস্থিতি আছিল অতি উৎসাহজনক।

লেখিকা সংস্থাৰ এই অনুষ্ঠানটোত নিৰ্মলপ্ৰভাৰ গীত গোৱা হৈছিল, মাজে মাজে তেওঁৰ গীতৰ ছেৱে ছেৱে নৃত্যও প্ৰদৰ্শিত হৈছিল, তেওঁৰ কবিতা আবৃত্তি কৰা হৈছিল আৰু তেওঁৰ স্মৃতিৰ প্ৰতি শ্ৰদ্ধা জনাই কেইবাগৰাকী মহিলাই স্ব-ৰচিত কবিতাও আবৃত্তি কৰিছিল।

কিন্তু সিদিনাৰ সেই দীঘলীয়া অনুষ্ঠানটোক বিশেষত্ব প্ৰদান কৰিলে লণ্ডন নিবাসী কমল হাজৰিকাই যাৰ লিখিত আৰু সুৰাৰোপিত গীত 'চেনাই মই যাওঁ' গানটো দিপালী বৰঠাকুৰৰ কণ্ঠত শুনি এক অজানা সুখানুভূতি আৰু দুখানুভূতিত মনটো ডুবি যায়। অসমীয়া প্ৰিয় গীতবোৰৰ ভিতৰত ইও মোৰ অন্যতম। সি যি কি নহওক ঘটনাক্ৰমে গুৱাহাটীত উপস্থিত থকা কমল হাজৰিকাই সিদিনা অনুষ্ঠানত নিৰ্মলপ্ৰভা ৰচিত আৰু তেওঁৰ নিজৰ সুৰাৰোপিত গীত এটা গাই দৰ্শকক অতি আপ্লুত কৰিলে। তাৰ পাছত অৱশ্যে আমাৰ অনুৰোধত 'চেনাই মই যাওঁ...' গীতটোও গাই শুনাইছিল। নিৰ্মলপ্ৰভা ৰচিত গীত গোৱাটো বা তেওঁৰ গীতত সুৰ দিয়াটো

একো বিশেষ কথা নহয়, কিন্তু সিদিনাৰ বিশেষত্বটো আছিল এইটো কথাতহে যে ১৯৭৯ চনত নির্মলপ্রভা বৰদলৈ লণ্ডনলৈ যাওঁতে কমল হাজৰিকাহঁতৰ ঘৰত আলহী হৈ আছিল আৰু তেওঁলোকৰ ঘৰত দহ-বাৰ দিনমান থকাৰ পাছত উক্ত গীতটো লিখি উপহাৰ দি আহি বোলে সেইটো হাজৰিকাক সুৰ দি গাবলৈ অনুৰোধ কৰিছিল। কমল হাজৰিকাই দর্শকক সেই গীতটো দেখুৱাইছিলো, যিটোৰ কাগজখিলা এতিয়া হালধীয়া পৰি গৈছে।

সেই গীতটোকে সিদিনাৰ সভাত গাই শুনোৱাটোৱে জানো গতানুগতিক অনুষ্ঠানটোক বিশেষত্ব প্রদান কৰা নাছিল?

অনুষ্ঠানটোত এটা বিতর্কৰ সৃষ্টি কৰি ময়ো বোধহয় অলপ বিশেষত্বৰ সূচনা কৰিছিলো। ঘটনাটো এনেধৰণৰ— তাত উপস্থিত থকা সুলেখিকা পুতলী কায়স্থই খেদ প্রকাশ কৰি কৈছিল যে নির্মলপ্রভাই মেলে-মিটিঙে কোৱা সুন্দৰ কথাবোৰ হেৰাই গ'ল, কোনেও সেইবোৰ ৰেকর্ড কৰি নাৰাখিলে, কিন্তু ভৱিষ্যতে যাতে তেনে আপচোছ কৰিব লগা ঘটনা নহয়, তাৰ বাবে তেওঁলোক তৎপৰ হোৱা উচিত, অন্ততঃ তেওঁ ইয়াৰ পাছত উদ্যোগ লৈ এতিয়াও জীৱিত থকা লেখিকাসকলে মেলে-মিটিঙে বা নানা উপলক্ষে কোৱা সুন্দৰ কথাবোৰ লিপিবদ্ধ কৰি ৰাখি সেইবোৰ ছপাই উলিওৱাৰ ব্যৱস্থা কৰিব, নিশ্চয় এনেধৰণৰ কামত লেখিকা সংস্থায়ো আগভাগ ল'ব। পুতলী কায়স্থৰ কথাবোৰ মই আখৰে আখৰে উদ্ধৃত কৰিব নোৱাৰিলেও প্রায় এনেধৰণৰ কথাই কৈছিল তেওঁ।

পুতলীৰ কথাত সভাঘৰত জাউৰিয়ে জাউৰিয়ে হাত চাপৰি পৰিছিল। পুতলী কায়স্থ অতি নিষ্ঠাবান, উদ্যোগী ছোৱালী। তেওঁৰ এই উৎসাহ আৰু সদিচ্ছাত আছিল সন্দেহাতীত আন্তৰিকতা। তথাপি তেওঁৰ কথাৰ পাছত মই তেওঁৰ 'মূৰত চেঁচা পানী ঢলা' কথা কেইষাৰমান ক'বলৈ থিয় হৈছিলো— মোৰ বক্তব্যৰ সাৰমর্ম আছিল এই : পুতলী কায়স্থই এই জীৱিত লেখিকাসকলৰ কথা কওঁতে নিশ্চয় মোৰ কথাও মনত ঠাই দিছিল। পিছে মই নিজে সভা-সমিতি, আলোচনাচক্র আদিত যিবোৰ কথা কৈ আহিছোঁ তাক বাতৰি কাকত কেতবোৰত মোৰ নিজস্ব শিতান আৰু নানা আলোচনীতো প্রকাশ কৰি আহিছোঁ আৰু পাছত সেইবোৰ থুপ খুৱাই আজিলৈকে মুঠ নখন সংকলনেই প্রকাশ কৰিছো— (তাত অৱশ্যে আইন বিষয় সন্নিবিষ্ট কৰা ৰচনাও আছে) গতিকে মোৰ 'অমূল্য' (!) ভাষণবোৰ থুপ খুৱাই কষ্ট কৰি, ধন ভগন কৰি কোনোৱে উলিওৱাৰ প্রয়োজন নাই। কিন্তু এতিয়া ডাঙৰ প্রশ্নটো হ'ল— আমাৰ আজিৰ সভাত গোট খোৱা লেখিকাসকলে জানো মোৰ সেই কিতাপ পঢ়িছে? ইয়াত উপস্থিত থকা কোনোবা এগৰাকী লেখিকাই সেই কিতাপবোৰৰ এখনৰো নাম ক'ব পাৰিবনে?

কোৱা বাহুল্য, কোনেও নোৱাৰিলে। অৱশ্যে এইটো কথাও মই জানো যে আমি পঢ়া বহুতো কিতাপৰ নামবোৰ আমাৰ মনত নাথাকে। কিন্তু এই ক্ষেত্রত মই ডাঠি ক'ব পাৰোঁ যে মোৰ কিতাপৰ নাম মনত নথকা কথাটো এওঁলোকৰ কাৰো গাত নাখাটে, কাৰণ

প্ৰকাশকে দিয়া হিচাপ মতে সমগ্ৰ অসমত যোৱা বছৰটোত মোৰ সৰ্বশেষ প্ৰবন্ধ সংকলনখন বিক্ৰী হৈছে মাত্ৰ এশ ত্ৰিশ কপী— প্ৰায় তিনি কোটি মানুহৰ দেশত আমাৰ দৰে একপ্ৰকাৰ প্ৰতিষ্ঠিত আৰু মানুহে কোৱা মতে জনপ্ৰিয় লেখকৰ এবছৰত মাত্ৰ সেইকেইখন কিতাপ বিক্ৰী হোৱা কথাটোৱে ইয়াকে নুসূচায় নে যে আন নালাগে অসমত অকল লেখিকা সংস্থাৰেতো বহুতো শাখা আছে আৰু প্ৰত্যেক শাখাতে সদস্যাৰ সংখ্যাও উলাই কৰিব পৰা বিধৰ নহয়, কিন্তু এতিয়া প্ৰশ্ন হয়— আমাৰ দৰে বয়োজ্যেষ্ঠা লেখিকাৰ কিতাপ তেওঁলোকৰ কিমানে কিনিছে বা পঢ়িছে। (এই প্ৰসংগতে মই নিৰ্মলপ্ৰভাক শ্ৰদ্ধাঞ্জলি জনোৱা কথাটো লৈও কৈছিলো যে নিৰ্মলৰ লেখাই বা কেইগৰাকী পাঠিকাই পঢ়িছে। আমাতকৈ অৱশ্যে তেওঁ সৌভাগ্যবান, আমাৰ কাৰো লেখাৰে আমি জীয়াই নাথাকিলেও তেওঁ অন্ততঃ তেওঁৰ গানকেইটাইৰে জীয়াই থাকিব।)

নাই পঢ়া। মই কোন কোন মানুহ মোৰ পাঠক্ তাৰ এটা উমান পাওঁ— সেই পাঠকৰ বহুতে মোক অভাৱনীয়ভাৱে জনাই থাকে যে তেওঁ মোৰ অমুক কিতাপ কিনিছে, পঢ়িছে। পিছে তেনে কথা খুব কমেই আমাৰ এই লেখিকাসকলৰ মুখত শুনিছোঁ। গতিকে মোৰ ধাৰণা হৈছে যে লেখিকা সংস্থা, লেখিকা সমাৰোহ আদিয়ে লেখিকা সৃষ্টি তথা লেখিকাসকলক 'অৱহেলা', 'অবিচাৰ' আদি পুৰুষপ্ৰধান সমাজৰ নিপীড়নৰ পৰা 'উদ্ধাৰ' কৰি তেওঁলোকক একোখন প্লেটফৰ্ম দিছে। আমাৰ অসমৰ এই মানসিকতাৰ সমাজখনত অন্ততঃ সাহিত্যৰ ক্ষেত্ৰত লেখিকাসকল কেনেকৈ অৱহেলিত হৈ আহিছে,সেই কথা মই বহুত বছৰৰ পৰাই নানা তথ্যসহকাৰে লিখিয়েই আছোঁ— কোনো লেখকে প্ৰমাণ সহকাৰে সেই অভিযোগ মিছা বুলি তাক খণ্ডন কৰিব পৰা নাই। আনকি মামণি ৰয়ছম গোস্বামীয়েও অসম প্ৰকাশন পৰিষদৰ বঁটা লাভ কৰিব নোৱাৰিলে, অসম উপত্যকা সাহিত্য বঁটা লাভ কৰিব নোৱাৰিলে— কিন্তু সেই অৱহেলাৰ সমুচিত 'উত্তৰ' যেন তেওঁ জ্ঞানপীঠ বঁটাৰ দৰে সৰ্বশ্ৰেষ্ঠ ভাৰতীয় সাহিত্য পুৰস্কাৰটো পাই দিয়াৰ দৰে হ'ল। এইখিনিতে মোৰ নিজৰ খেদ এটাও প্ৰকাশ নকৰি নোৱাৰোঁ— তেৰজন পুৰুষ সাহিত্যিকে সেই মেগৰ বঁটাটো লাভ কৰাৰ পাছত এইবাৰ মই যেতিয়া পালো, যিদিনা সেই বঁটা প্ৰদান কৰিব সিদিনাই 'অসমীয়া প্ৰতিদিন' কাকতত চিঠিপত্ৰ শিতানৰ আটাইতকৈ গুৰুত্বপূৰ্ণ ঠাইত 'বক্স'ৰ ভিতৰত জনৈক হীৰেন শইকীয়াৰ চিঠি এখন প্ৰকাশ কৰা হ'ল— য'ত তেওঁ এই বঁটা পোৱা সাহিত্যিকসকল মেগৰৰ পকেটত সোমাল বুলি নানা অভিযোগ, নানা ঠাট্টা-বিদ্ৰূপ কৰিলে। যি ক্ষেত্ৰত মোক এজন বন্ধুৱে এইবাৰ সীতাৰ বনবাস অন্ত পৰিল বুলি মন্তব্য দি অভিনন্দন জনালে, ঠিক সিদিনাই সেই চিঠিখন উলিয়াই দি 'প্ৰতিদিনে' যেন মোক তেওঁলোকৰ নিজস্ব ধৰণে 'অভিনন্দন' জনালে। মোৰ সবিনয় প্ৰশ্ন— মোৰ ক্ষেত্ৰতহে সিদিনা সেই প্ৰশ্নটো কিয় তোলা হ'ল— আগৰ তেৰজন সাহিত্যিকৰ ক্ষেত্ৰত কিয় তোলা নহ'ল? আৰু এটা প্ৰশ্ন— শীলভদ্ৰ, ড° ভবেন শইকীয়া, সৌৰভ কুমাৰ চলিহা আদি মেগৰৰ জেপত সোমাইছে বা সোমাইছিল নেকি?

প্ৰসংগক্ৰমে এইখিনি কথাৰে ফালৰি কাটি যাব লগা হ'ল। হয়, লেখিকাসকল অৱহেলিত, কিন্তু যাৰ প্ৰতিভা থাকে সি সকলো প্ৰতিবন্ধকতা আঁতৰি ওলাই আহিবই— সূৰ্যক মেঘে সদায় ঢাকি ৰাখিব নোৱাৰাৰ দৰে। লেখিকা সংস্থা, লেখিকা সমাৰোহে বহুত কাম কৰিছে তাৰ বাবে তেওঁলোক ধন্যবাদৰ যোগ্য। কিন্তু লগতে এই কথাও নকৈ নোৱাৰো যে তেওঁলোকে বোধহয় পাঠিকা সৃষ্টি কৰিব পৰা নাই। আমাৰ মাজত এতিয়া অজস্ৰ লেখিকা। তালিকা যুগুত কৰিবলৈ গ'লে বোধহয় উৱাদিহ নোপোৱা হ'ম। কিন্তু পাঠিকা সৃষ্টি কৰিব নোৱাৰিলে লেখিকা হৈ কি লাভ, কোনে পঢ়িব তেওঁলোকৰ গল্প-কবিতা-প্ৰবন্ধ-উপন্যাস? আৰু এটা ডাঙৰ কথা বা সাহিত্য সৃষ্টিৰ বাবে অতি গুৰুত্বপূৰ্ণ কথা যে পঠন বিনে ভাল লেখক হ'ব নোৱাৰি (অৱশ্যে যি বিৰাট প্ৰতিভা লৈ জন্মগ্ৰহণ কৰে তেওঁলোকৰ কথা সুকীয়া), আনৰ লেখা পঢ়িলেহে তুলনাৰ দ্বাৰা নিজৰ লেখাৰ মান জুখিব পাৰি। আনৰ উৎকৃষ্ট গ্ৰন্থ পঢ়িলেহে নিজৰ মনৰ পৰিসৰ বৃদ্ধি হয়। মইতো নিজে 'God of Small Things' খন পঢ়াৰ পাছত অতি বেছি হীনমন্যতাত ভুগি ৰ'লো— এনে লেখাৰ তুলনাত আমাৰ লেখাৰ মান কিমান যে নিম্নস্তৰৰ।

গতিকে এতিয়া আমাক এখন পাঠিকা সংস্থাও লাগে, যিখনৰ কাম হ'ব আনৰো কিতাপ-পত্ৰ পঢ়ুৱাবৰ বাবে নিয়মিত অধ্যয়ন চক্ৰৰ ব্যৱস্থা কৰা। আমাৰ যিবোৰ সাহিত্যৰ বৈঠক হয় (পুৰুষ-নাৰী নিৰ্বিশেষে সকলো সদস্যৰ দ্বাৰা গঠিত) তাত সাধাৰণতে সকলোৱে নিজে লিখি অনা গল্প-কবিতা-প্ৰবন্ধকে পাঠ কৰে। তেনে গতানুগতিক অনুষ্ঠানৰ দ্বাৰা লেখকসকলৰ উত্তৰণ হয় বুলি বিশ্বাস নহয়। গতিকে কিতাপ কিনা আৰু পঢ়া তাতহে লেখিকা সংস্থা, লেখিকা সমাৰোহ বা অন্যান্য সাহিত্য-সংস্কৃতিৰ অনুষ্ঠানবোৰে গুৰুত্ব দিব লাগে। গতিকে মই বহুত ভাবি-চিন্তিয়েই পাঠিকা সংস্থা লাগে বুলি লিখিলোঁ। কথাটো যেন সংশ্লিষ্ট অনুষ্ঠানবোৰে বিবেচনা কৰে।

— ২০০৪



# এটা 'চিনিকেল' কথোপকথন

অলপতে মোৰ বান্ধৱী এগৰাকীয়ে লগ পাই মোক একপ্ৰকাৰ আক্ৰমণেই কৰিলে— অৱশ্যে কোনো ধাতৱ অস্ত্ৰৰে নহয়, তেওঁৰ চোকা কথাৰেহে। তেওঁ মোলৈ নিক্ষেপ কৰা বাক্যবাণবোৰ আৰু তাক প্ৰতিহত কৰিবলৈ ময়ো ওলোটাই নিক্ষেপ কৰা প্ৰায় একে জাতীয় বাণবোৰৰ (একপ্ৰকাৰ টি ভি ছিৰিয়েলত দেখা ধৰ্মীয় কাহিনীবোৰৰ যুদ্ধৰ সময়ত প্ৰতিপক্ষই ওলোটাই নিক্ষেপ কৰা নানা অস্ত্ৰৰ দৰেই) কথা মই সজাই-পৰাই উলিওৱা কথোপকথন তলত প্ৰকাশ কৰিলোঁ :

বান্ধৱী : 'হেৰা, তুমি এতিয়াও বৰ বেছি ট্ৰেডিছনেল লেখিকা হৈ আছাহে, উত্তৰ আধুনিকতাতো বাদেই, আধুনিকতায়ো তোমাৰ লেখাত ঠাই নাপালে, এনে পুৰণিকলীয়া মনোবৃত্তিৰে আৰু কিমান দিন চলিবাহে? আধুনিক পাঠকে তোমাৰ মান্ধাতা-আমোলৰ নৈতিকতা, আদৰ্শবাদ আদি মামৰে ধৰা লেখাবোৰ পঢ়ে বুলি ভাবা নেকি?

মই : পঢ়ে-নপঢ়ে মই নাজানো— সম্পাদকে খোজে সেইবাবে মই লিখি দিওঁ। পিছে মোৰ হ'লে এজন পাঠক আছে, সেই বিষয়ে মই নিৰংকুশ। পিছে নহয়, আৰু দুজন পাঠকো আছে, তাৰে এজন হ'ল কম্প'জিটৰ আৰু আনজন হ'ল প্ৰুফ ৰীডাৰ।

বান্ধৱী : কম্প'জিটৰে পঢ়ে বুলি তোমাক কোনে ক'লেহে? মূৰ্খৰ স্বৰ্গত নাথাকিবা দেই। উৰ্দু লেখিকা ইচমত চুগটায়ে যেতিয়া নাৰীৰ সমকামিতা লৈ 'লিহাফ' নামৰ গল্প এটা লিখিলে (উৰ্দু ভাষাৰ লিহাফ শব্দটোৰ মানে হ'ল লেপ), তেওঁৰ বিৰুদ্ধে লাহোৰ ক'ৰ্টত অশ্লীলতাৰ

অভিযোগ আনি গোচৰ তৰা হ'ল (১৯৪১ চনৰ কথা, তেতিয়া অবিভক্ত ভাৰতত লাহোৰ ভাৰতৰে চহৰ আছিল)। এজন দোষী হিচাপে কম্প'জিটৰকো অভিযুক্ত কৰা হ'ল, তেওঁ তেনে অশ্লীল গল্প কিয় কম্প'জ কৰিবলৈ ৰাজী হ'ল। তেতিয়া কম্প'জিটৰে ক'লে যে তেওঁ গল্পটো পঢ়াই নাই— আচলতে তেওঁ একো নপঢ়েই, কেৱল আখৰবোৰহে সজাই যায়, গতিকে লিহাফ অশ্লীল নে কি তেওঁ কেনেকৈ জানিব। তুমি 'লিহাফ' পঢ়িছানে?

মই ঃ নাই পঢ়া, আনকি ইচমত চুগটাইৰ নামো শুনা নাই। পিছে সেই ১৯৪১ চনতে এগৰাকী মুছলমান মহিলাই যদি ইমান সাহস দেখুৱাই তেনে গল্প এটা লিখিছিল, তেন্তে মই তেওঁৰ স্মৃতিৰ প্ৰতি শ্ৰদ্ধাঞ্জলি যাচিলো। পিছে তেওঁ সমকামিতাক সমৰ্থন কৰিছিল নেকিহে?

বান্ধৱী ঃ নাই, নাই কৰা। তেওঁ কেৱল স্বামীৰ দ্বাৰা অবহেলিতা নাৰী এগৰাকীৰ বুভুক্ষু কামনাক বৰ দৰদেৰে অংকন কৰিছিল। পিছে এটা কথা, তোমাৰ দৰে লেখিকা এগৰাকীয়ে সেই বিখ্যাত লেখিকাৰ নাম শুনা নাই, তেওঁৰ গল্পটো বা অশ্লীলতাৰ অভিযোগত অভিযুক্ত হোৱা ঘটনাৰ একোকে নাজানা, বৰ লাজৰ কথা দেই। তুমিয়েই এবাৰ আমাক পাঠিকা সংস্থা এটাও লাগে বুলি বৰ বীৰত্বেৰে লেখা নাছিলানে? নিজে ভাল পাঠিকা নহৈ আনক পাঠিকা হ'ব লাগে বুলি আহ্বান কৰাৰ তোমাৰ কি মৰেল ৰাইট আছেহে?

মই ঃ (লাজ পাই) মোৰ দোষ স্বীকাৰ কৰিছোঁ বাৰু। কিন্তু এতিয়া কোৱাচোন, মই কি পৰম্পৰাবাদী ধাৰাৰ লেখা লিখিছো বুলি তোমাৰ উষ্মা উঠিছে?

বান্ধৱী ঃ ক'ম বাৰু। কিন্তু তোমাৰ কোন কোন তিনিগৰাকী পাঠক আছে বুলি নিশ্চিত হৈছানো? প্ৰুফ ৰীডাৰ আৰু কম্প'জিটৰৰ কথা বাৰু বুজিলো, তৃতীয়গৰাকীনো কোন?

মই ঃ (অলপ হাঁহি) আগতে মাছটো, বগলীটো কণা। কিয় তুমি?

বান্ধৱী ঃ (তেবোঁ অলপ হাঁহিলে) মোক বাৰু জব্দ কৰিলা দিয়া। এতিয়া তোমাৰ পৰম্পৰাবাদী লেখাৰ কথা শুনা। এইবাৰ পূজা সংখ্যা 'গৰীয়সী'ত তুমি 'মোৰ নাম অনামিকা দাসী' নামেৰে গল্প এটা লিখিছা, য'ত বনকৰা ছোৱালী গৃহস্থৰ দ্বাৰা ধৰ্ষিতা হোৱা কথা ইনাই-বিনাই লিখিছা। এইটো এটা আধুনিক সমস্যা হ'ল নেকি?

মই ঃ (উত্তেজিত হৈ) আধুনিক সমস্যা নহয়? ডাঙৰ সমস্যা, ভয়ংকৰ সমস্যা। এতিয়া বাতৰিকাকতবোৰৰ পাত মেলিবই নোৱাৰি— কেৱল এই খবৰকে পাবা। এতিয়া মহিলাসকল কেৱল ধৰ্ষিতাই হৈছে, শিশু ধৰ্ষিতা হৈছে, বৃদ্ধা ধৰ্ষিতা হৈছে, বনকৰা ছোৱালীতো ধৰ্ষিতা হৈয়েই আছে— সিহঁতৰ বহুতক আনকি গৰ্ভৱতী হোৱাৰ পাছত গৃহস্থৰ অপৰাধৰ কোনো চিন-মোকাম নাৰাখিবলৈ হত্যাও কৰি পেলোৱা হৈছে। মোৰ বাইদেউৰ ঘৰত থকা বনকৰা ছোৱালীজনীৰ বিয়াৰ বন্দবস্ত হোৱাত বিদায় লৈ গ'ল, বাইদেউৰ বৰ বিপদ হ'ল, তেওঁৰ বোৱাৰীয়েকৰ কেঁচুৱা হোৱাৰ সময় হৈছিল, গতিকে ছোৱালী এজনী নহ'লেই

নহয়। পিছে ছোৱালী বিচৰা মানুহক দুই-এখন গাঁৱত বোলে মাৰিবই ওলাইছিল— বোলে আমাৰ ছোৱালীক নি তহঁতৰ চহৰীয়া 'ভদ্ৰলোক' সকলে কি ভয়ংকৰ কাণ্ড কৰে দেখি-শুনি আছোঁ নহয়, সেই নৰ-পিশাচহঁতৰ হাতত গতোৱাতকৈ সিহঁতক আমি ইয়াত খাব-পিন্ধিব দিব নোৱাৰি শুকাই-ক্ষীণাই মাৰিম— তথাপি সেই বাঘৰ গঁৰালত সোমাবলৈ পঠাব নোৱাৰো... বনকৰা ছোৱালীক লৈ এই সমস্যা কেৱল বাইদেউহঁতৰে হোৱা নাই, সকলোৰে হোৱাৰ দৰে হৈছে। তাৰ পাছত তুমি কোৱা— ই এটা আধুনিক সমস্যা নহয়। সঁচায়ে ইহঁৱালা দিয়া। অঁ, তুমি যদি কোৱা যে গল্পটো সুলিখিত হোৱা নাই, তেতিয়া বাৰু ক'বলগীয়া একো নাই, কিন্তু সমস্যাটো আধুনিক নহয়, সেই কথাটো মই মৰিলেও মানি নলওঁ। হাৰে, বাতৰিকাকত নপঢ়া নেকি? সেইসোপা দেখোন খুলিবই নোৱাৰি, কেৱল এই বেচেৰীহঁতৰ ওপৰত যৌন নিৰ্যাতনৰ খবৰেৰেই ভৰি থাকে। অৱশ্যে এই 'নৰ-পিশাচ' পুৰুষসকলৰ সপক্ষে এটাই মাথোঁ সহানুভূতি ভৰা কথা ক'ব পাৰি যে টিভিততো বাদেই, আনকি এই বাতৰি কাকতবোৰতো আধা নঙঠা তিৰোতাবোৰৰ ছবি দেখি দেখি বেঁচেৰাহঁত উত্তেজিত হৈ থাকে, আৰু এতিয়া ৰাস্তাই-ঘাটেও এই একেধৰণৰ পোছাক পিন্ধা ছোৱালীৰ পয়োভৰ। চকু মুদি থাকিলেহে হ'ব।

বান্ধৱী : এতিয়া মই তোমাৰ কথাৰেই তোমাক বান্ধো ৰ'বা। এতিয়া সমাজৰ এই কাণ্ড-কাৰখানা যে নিৰন্তৰ ঘটি আছে, তুমি তাক স্বীকাৰ কৰিলাই। সকলো যেন ভাতৰ লগত পানী খোৱাৰ দৰে সহজ-সাধাৰণ হ'ব ধৰিছে। মানুহবো যেন লাহে লাহে গাত নলগা হৈ আহিছে। এতিয়া যেন চাৰিওফালে প্ৰেমৰ হাটহে বহিছে, প্ৰেম অৱশ্যে এতিয়া দেহসৰ্বস্ব প্ৰেমহে। এই গুৱাহাটী চহৰৰে ক'ত তুমি যুগল মূৰ্তি নেদেখা কোৱাচোন? পাৰ্কত, ৰেস্তোৰাঁত, হোটেলত আৰু আনকি আলিবাটতো। তুমি গল্পটোত লেখাৰ দৰে গুৱাহাটীৰ ব্ৰহ্মপুত্ৰতো। ভটভটী ভাৰা কৰি ডেকা-ডেকেৰীহঁতে প্ৰেমৰ লীলা চলায়। মোৰ আন এগৰাকী বাইদেৱে চহৰৰ অলপ নিজান অঞ্চলত ঘৰ বান্ধি বাস কৰিবলৈ লৈছে— কিছুদিনৰ ভিতৰতে সিও অৱশ্যে জনাকীৰ্ণ হৈ পৰিব। যি হওক, তেওঁলোকৰ সোঁৱে-বাঁৱে কেইটামান প্লট খালী হৈ আছে, জংঘল গজিছে। বাইদেউহঁতে মন কৰিছে যে মাজে মাজে তালৈ তেনে যুগল মূৰ্তি আহি জংঘললৈ সোমাই যায় আৰু কিছু সময়ৰ পাছত ওলাই আহে। যৌনসৰ্বস্ব প্ৰেমত যেন সকলো উন্মাদ হৈ উঠিছে।

মই : (অসহিষ্ণু হৈ) অঁ, অঁ— তোমাৰ এইবোৰ কথা বাৰু মানিছোঁ। কিন্তু ইহঁতৰ লগত বনকৰা ছোৱালীৰ সমস্যাৰ কি লিংক বিচাৰি পাইছা?

বান্ধৱী (চিনিকৰ হাঁহিৰে) : লিংক বুজি পোৱা নাই? এইবোৰ ইমানকৈ সংঘটিত হৈছে কিয়? নিৰাপদ বুলিয়েই নহয় জানো? গুৱাহাটীত বহুতো প্ৰাইভেট ছোৱালী আৱাস আছে, তাৰ বহুতো ছোৱালীয়ে হোটেল আদিলৈ গৈ কলগাৰ্লৰ ভূমিকা পালন কৰে আৰু খৰিদ্দাৰৰ পৰা মোটা টকা আদায় কৰে। অসমীয়া ছোৱালীৰ এনে ইনকামৰ লোভ অলপ

বেছি নেকি। কাৰণ 'আখোঁ দেখি'ত নলিনী সিঙে দিল্লীত পঢ়ি থকা এনে দেহৰ ব্যৱসায় কৰা ছাত্ৰী ছোৱালীৰ কথাত কৈছে যে পুলিচৰ পৰা পোৱা খতিয়ান মতে এই ছোৱালীবোৰৰ ভিতৰত অসমীয়া ছোৱালীৰ সংখ্যাই বেছি।

মই : (আৰু বেছি অসহিষ্ণু হৈ) উস্ চালে-বেৰে কিমান কোবাই থাকা। এইবোৰৰ লগত বনকৰা ছোৱালীৰ সমস্যাৰ কি যোগসূত্ৰ বিচাৰি পালাহে?

বান্ধৱী : যোগসূত্ৰ বিচাৰি পোৱা নাই? বনকৰা ছোৱালীহঁততো অন্য গ্ৰহৰ প্ৰাণী নহয়, ইয়াৰে প্ৰাণী। সিহঁতে এইবোৰ খবৰ একেবাৰেই নাৰাখে বুলি ভাবা নেকি? গতিকে লাহে লাহে সিহঁতো গৃহস্থৰ দ্বাৰা ধৰ্ষিতা হোৱা কথাটো সিহঁতৰ সেই ঘৰুৱা কামৰে অন্যতম ডিউটিও বুলি ধৰি লোৱা হ'ব আৰু তাৰ দ্বাৰা সিহঁতৰ ওপৰঞ্চি লাভ হ'ব নানাধৰণে— গৃহস্থক ব্লেক-মেইলিং কৰি অৰ্থাৎ ঘৈণীয়েকক কৈ দিব বুলি ভয় দেখুৱাই টকা-সিকা সৰকাব। আকৌ এনেধৰণৰ চহৰৰ ছোৱালীৰ অভিসাৰৰ কথা দেখি-শুনি সিহঁতো সেই নিষিদ্ধ ফল ভক্ষণ কৰিবলৈ প্ৰলোভিত হ'ব, টিভি আদি দেখি দেখি বয়সৰ ধৰ্ম অনুযায়ী সিহঁতৰো যৌন উত্তেজনা জগাটো স্বাভাৱিক দিয়াচোন। আৰু ক'ত জানো কোনো বিজ্ঞ লোকে এনে Cynical উপদেশ দিয়া পঢ়া মনত পৰিছে যে ধৰ্ষণ কৰিলে— If you cannot resist it, enjoy it. আৰু এনে ঘটনাবোৰ ঘটাৰ মূল কাৰণ কি জানানে? নিৰাপত্তা। অবৈধ সন্তানৰ মাতৃত্বৰ বোজা ব'ব নল'বলগীয়া হোৱাৰ নিৰাপত্তা। বহুত দিন আগতে বাৰ্ট্ৰাণ্ড ৰাছেলে এষাৰ সঠিক কথাকে কৈ গৈছে— The invention of two things has revolutionised modern civilisation : one is wheel and other is contraceptive... তেন্তে এতিয়া কোৱাচোন, বনকৰা ছোৱালীৰ এই সমস্যাটো আধুনিক সমস্যা হৈ থাকিবনে?

মই : উস্ ভগৱান।

— ২০০৪



# সেই নদী নিৰবধি

নিজানে নদীৰ কাষত বহিব জানিলে জানিবা নদীয়ে কিমান কবিতা জানে, কিমান গান জানে, জানে কিমান অলৌকিক গল্প।

নিজানে নদীৰ কাষত থিয় দিব জানিলে শুনিবা
সুশোভিত পোহৰৰ অনুস্বৰ বিসৰ্গ।
নদীয়ে যেতিয়া স্পৰ্শ কৰে আকাশ, মোৰ বুকু তোলপাৰ কৰি
উৰি যায় সুমধুৰ গানৰ চৰাই,
হৃদয়ৰ গোটেই উপত্যকাজুৰি কঁপি উঠে সেউজীয়া পতাকা।
নদীয়ে যেতিয়া স্পৰ্শ কৰে আকাশ, মোৰ কলিজা কঁপাই
বাজি উঠে মাটিৰ মৃদং।

— 'নদী-বিলাস', বিপুলজ্যোতি শইকীয়া

নৈৰ প্ৰতি মোৰ একধৰণৰ আকুলতা আছে বাবেই নেকি এজনী চহৰীয়া তিৰোতা হৈয়ো মই বাৰে বাৰে নৈৰ ঘনিষ্ঠ সম্পৰ্কলৈ অহাৰ সুযোগ পাইছোঁ। অৱশ্যে জন্মসূত্ৰেও মই এখন নৈৰ পাৰৰ চহৰতে জন্ম লৈছোঁ, সেই জন্মস্থান গুৱাহাটীৰ ব্ৰহ্মপুত্ৰ নৈখনৰ অতি ওচৰতো আছিল। অৰ্থাৎ আমাৰ পৈত্ৰিক উজানবজাৰৰ ঘৰখন ব্ৰহ্মপুত্ৰৰ ওচৰতে আছিল। সেই ব্ৰহ্মপুত্ৰৰ বালিত সৰুতে লগৰী, ভাই-ভনীৰ লগত বালিৰ দৌল বন্ধা, নলা কাটি পানী উলিওৱা আদি নানা ধেমালি-ধুমুলাৰে সোণালী শৈশৱৰ দিন পাৰ কৰিলো আৰু এতিয়া জীৱনৰ অন্তিম সময়ছোৱাতো বাস কৰিছো গুৱাহাটীৰে খাৰঘুলিৰ এনে অঞ্চলত য'ৰ পৰা সুস্থ-সবল ভৰিৰ মানুহৰ বাবে ব্ৰহ্মপুত্ৰ দুখোজৰ বাট। ব্ৰহ্মপুত্ৰ পাৰৰ বাসিন্দা হোৱাটো

অৱশ্যে অতি সাধাৰণ-স্বাভাৱিক কথা, কাৰণ গুৱাহাটীৰ বহুতো অঞ্চলেই এই বিশাল ব্ৰহ্মপুত্ৰৰ পাৰতে অৱস্থিত।

কিন্তু মোৰ দৰে চহৰীয়া ছোৱালী এজনীৰ বাবে আন তেনে বহুতো ছোৱালীৰ বিপৰীতে বাৰে বাৰে নৈৰ সংস্পৰ্শলৈ আহিব লগা হোৱাটোহে অলপ উল্লেখযোগ্য কথা। তাতো অৱশ্যে একধৰণে অস্বাভাৱিকতা নাই-কাৰণ অসম নদীমাতৃক ঠাই-নৈয়ে ৰাজ্যখনৰ মাটিৰ বুকুত যেন চাৰিওফালে পানীৰ ৰেখা কাটি থৈছে। সেই দৃশ্য আকাশমাৰ্গৰ পৰা ভালকৈয়ে পৰিস্ফুট হয়। তথাপি মোৰ দৰে সমগ্ৰ অসমতে নৈপৰীয়া জীৱন বিভাৱিত হৈ থকা অভিজ্ঞতা খুব কমৰে বোধহয় আছে। সৰুতেই মই পিতাইঁতৰ লগত পৰশুৰামকুণ্ডলৈ গৈছোঁ আৰু তেতিয়া গোলাকৃতি পাথৰেৰে সৈতে তলিলৈকে পৰিষ্কাৰভাৱে দেখা তেজুৰ লোহিত নৈ কাঠৰ ডুঙাৰে পাৰ হৈছোঁ। প্ৰায় তেনে এক সময়তে দ্বিতীয় মহাসমৰৰ সময়ত গুৱাহাটীত জাপানী বোমা পৰাৰ ভয়ত আমি গৈ পৈত্ৰিক গাঁও নলবাৰীৰ অদূৰৰ শিমলিয়া গাঁৱত আছিলো, যাৰ গাতে গা লাগি বৈ গৈছিল পাগলাদিয়া নৈ। প্ৰায় তিনিমাহ কটোৱা ঠাইখনৰ পগলা নৈখনত সাঁতুৰি-নাদুৰি কিমান যে আনন্দ চঞ্চল সময় কটাইছিলো তাৰ লেখ-জোখ নাই। সেই নৈ মোৰ সত্তাত এনেকৈয়ে সোমাই পৰিছিল যে ল'ৰালিৰ অভিজ্ঞতাবোৰ বুকুত সাঁচি থোৱা বাবেই মই পাগলাদিয়া পাৰৰ গাঁওখনৰ কাহিনীৰে মোৰ প্ৰথম উপন্যাস 'সেই নদী নিৰবধি' লিখি উলিয়াইছিলো। চহৰীয়া ছোৱালীৰ প্ৰথম উপন্যাস খনেই হ'ল গাঁৱক লৈ লিখা, নৈক লৈ লিখা।

মোৰ বাবে নৈখন নিৰবধি বৈয়ে থাকিল, বৈয়ে আছে। স্কুলীয়া সৰু ছোৱালী হৈ থাকোঁতেই ৰঙিয়াৰ বেণু ডেকা নামৰ আমাৰ অতি চহকী ভিনিহি এঘৰলৈ গৈ মাজে মাজে পিতাই মই আলহী থাকো, পদূলিত হাতী বন্ধা, গাখীৰ-ঘিউ-মাখন-মাছ-মাংসৰে উভৈনদী হৈ থকা বাইদেউজনীৰ সেই ঘৰখনৰ মোৰ প্ৰধান আকৰ্ষণ আছিল কিন্তু ঘৰতে লাগি বৈ থকা বৰলীয়া নৈখনহে। ভাত খোৱাৰ আগলৈকে এপৰমান বেলা ভাত সাঁতুৰি-নাদুৰি অতি উত্তেজক আনন্দৰ সময় পাৰ কৰিছিলো। পাছত পিতাৰ বদলি সূত্ৰত ডিব্ৰুগড় চহৰত পঞ্চাশৰ ভূমিকম্পৰ আগতে আছিলো - অৰ্থাৎ তেতিয়াও বিশাল ব্ৰহ্মপুত্ৰৰ পাৰত থকা বিশাল পাৰ্কখন ভূমিকম্পই ধ্বংস কৰি পেলোৱা নাছিল, ব্ৰহ্মপুত্ৰ ডিব্ৰুগড় চহৰৰ পৰা দূৰলৈ আঁতৰি যোৱা নাছিল, ডিব্ৰুগড়ৰ সৌন্দৰ্য ধ্বংস হোৱা নাছিল। সেই নৱম-দশমমানৰ ছাত্ৰী মই কিন্‌কিনীয়া ৰৰষুণ, বতাহৰ প্ৰবল হেন্দোলনিৰ মাজেৰে অনতি দূৰৈৰ ব্ৰহ্মপুত্ৰৰ নিজান পাৰ্কখনলৈ গৈ ৰোমাণ্টিক ভাব-বিলাসেৰে সন্মুখৰ পাৰাপাৰ নেদেখা, ৰৰষুণে ধূসৰ কৰি তোলা নৈখনলৈ চাই থাকিছিলো, মোৰ মনে গুণগুণাইছিল শৈলজানন্দ মুখাৰ্জীৰ কাহিনীৰে নিৰ্মিত 'শহৰ থেকে দূৰে' নামৰ বাংলা চিনেমাখনৰ গান এটাৰ এইটো কলি : অ' অ' অ', কাদেৰ মেয়ে, কোন মাতাল হাওয়ায়, তোৰ মন উড়ে যায়... ইত্যাদি ইত্যাদি। এইখিনিতে আৰু এটা কথাও প্ৰাসংগিক বুলি কৈ থওঁ যে ঠিক সেইখিনি সময়তে মই প্ৰথমবাৰৰ বাবে

ডিব্ৰুগড়ত গণনাট্য সংঘৰ গান শুনি 'শ্বেড' প্লে, আদি দেখি অতিশয় মুগ্ধ হৈছিলো, ইফালে বাওঁপন্থী ভাবধাৰাৰ প্ৰতিও আকৃষ্ট হৈছিলো— গতিকে লগতে ৰোমাণ্টিক উচ্ছ্বাসেও মোৰ মন আচ্ছন্ন কৰি ৰাখিছিল বাবে সেই দুই পৰস্পৰবিৰোধী ভাবধাৰাই মোৰ মনত সদায় এটা অপৰাধবোধো জাগ্ৰত কৰি ৰাখিছিল।

সি যি কি নহওক, পুনৰ নৈৰ কথালৈ অহা যাওক। আই এছ চি পঢ়ি থকা সময়তে সহপাঠী অডাম তামুকৰ লগত তাইৰ পাছিঘাটৰ পৰা দূৰৈত থকা আদি মানুহৰ বাসভূমি পাহাৰৰ গাঁৱলৈ গৈ তাত আছিলোগৈ, পাছিঘাটৰ ডাক বাংলোত এৰাতি কটাইছিলো আৰু পুৱা গৈ অডাম, মই, নয়নবালা দেৱী (কটনৰ এই সহপাঠিনীও আমাৰ তেতিয়াৰ নেফা ভ্ৰমণৰ সংগী হৈছিল) খৰস্ৰোতা দিহিং নৈত ঢপলিয়াইছিলো, আগদিনা ৰাতি যি নদীৰ শিলৰ বুকুত ঠেকা খাই হোৱা কলোচ্ছ্বাস শুনি শুনি টোপনি গৈছিলো।

এম এ পঢ়িবলৈ যোৱা চহৰ কলকাতাও এখন নৈ হুগলীৰ পাৰত অৱস্থিত। পিছত গঙ্গাৰ বুকুৰেদি দীঘলীয়া ভ্ৰমণ কৰিছোঁ, মায়াপুৰৰ পৰা নবদ্বীপলৈ গৈছো সাধাৰণ নাৱেৰে পাৰ হৈ, সেই গঙ্গাতে বাংলাদেশৰ পৰা আহি মিলিত হোৱা গঙ্গাৰ এক প্ৰকাৰ মটিয়া ৰঙৰ পানীৰ লগত প্ৰায় সেউজীয়া পানীৰ জলাঙ্গী নৈ দেখি আচৰিত হৈছো। বিয়াৰ পাছত শহুৰৰ গাঁও ঢকুৱাখনাত পালোগৈ আৰু এখন মনোৰম বিখ্যাত নদী চাৰিকৰিয়া, তাতো যে কতদিন ঢপলিওৱা নাই, পাগলাদিয়াই মোৰ, 'সেই নদী নিৰবধি' আৰু 'ইপাৰৰ ঘৰ সিপাৰৰ ঘৰ' নামৰ উপন্যাসখনত পোৱাৰ দৰে সেই নদীয়েও বিশিষ্ট স্থান পাইছে মোৰ 'অন্য জীৱন' নামৰ উপন্যাসখনত। বিয়াৰ পাছত অসমৰ যিবোৰ ঠাইত আছিলো তাৰ ভিতৰত একমাত্ৰ লক্ষীমপুৰতহে কোনো নদী নাছিল— নহ'লে মাজুলীৰ কমলাবাৰীত টুনী নৈ আছিল, ছয়গাঁৱত ঘৰৰ সন্মুখতে কলহী নৈ আছিল, গোৱালপাৰাত ব্ৰহ্মপুত্ৰ নৈ আছিল, যোৰহাটৰ ঘৰৰ প্ৰায় কাষেৰেই বৈ গৈছিল ভোগদৈ নৈ।

এইদৰে নানা নৈৰ সৈতে একপ্ৰকাৰ 'কথা পাতি' (কোনো এক কবিৰ পৰা ধাৰ কৰা ভাষা) মোৰ জীৱন পাৰ কৰি দিলো। শৈশৱ-যৌৱনৰ বহুতো উচ্ছ্বাস, বহুতো ৰোমাণ্টিক ভাবালুতা বৃদ্ধ বয়সত আৰু অৱশিষ্ট নাথাকে। মোৰো নাই, কিন্তু নদীৰ ক্ষেত্ৰত আছে। পাগলাদিয়াৰ স্মৃতিয়ে আজিও মোক উন্মনা কৰে, কবি হীৰেণ ভট্টৰ ভাষাৰে— 'মোৰ গাঁৱৰ সেই লাৱনী নৈ/আজিও দূৰে দূৰে আছে বৈ'।

গতিকে এইবাৰ নৈ-বলিয়া মই যেতিয়া নুমলীগড় শোধনাগাৰৰ কৰ্মচাৰীসকলক লৈ গঠিত সাহিত্য সভাৰ অন্তৰংগ অনুষ্ঠান এটাত ভাগ ল'বলৈ আমন্ত্ৰিত অতিথি হৈ গৈছিলো (মোৰ লগত কবি তোষপ্ৰভা কলিতাকো লৈ গৈছিলো) আৰু তাৰ অতিথিশালাত আছিলো তেতিয়াই এক মধুৰ চমক পাইছিলো, কাৰণ সামান্য ওখ ঠাইত অৱস্থিত অতিথিশালাটোৰ সীমাৰ সিপাৰেই অৰ্থাৎ গাত লগাকৈ বৈ গৈছে কালিয়নী নামৰ এখন নৈ, খুব সৰুও নহয়, কাৰণ ছয়গাঁৱত কলহী পাৰত থকা তিনি বছৰীয়া জীৱনকালত দেখিছিলো যে খৰালি

নৈখনৰ পানী শুকাই যায়, কিন্তু আমি চ'ত মাহতো (যোৱা ২৬ মার্চৰ দিনা নুমলীগড়লৈ গৈ ২৮ মার্চৰ দিনা উভতিছিলো) কালিয়নী নৈৰ পানী শুকোৱা দেখা নাছিলো। পাৰতে বান্ধি থোৱা সৰু ছৈদিয়া নাও এখনত মানুহক পাৰাপাৰ কৰা দেখিছিলো। নৈখনৰ দুয়োপাৰে বিস্তৃত ধাননি পথাৰ, মুনিহ-তিৰোতা মিলি দূৰৈৰ পৰাই পথাৰত কাম কৰি থকা দেখি সোধা-পোছা কৰি গম পালোঁ যে তেওঁলোকে মাহ তুলি আছে। নৈখনৰ নিসৰ্গ শোভাক অপৰূপ কৰি তুলিছে সমগ্ৰ পৰিবেশটোত বিৰাজমান নিস্তব্ধতাই, যি নিস্তব্ধতা গভীৰ কৰি তুলিছিল দুই-এক নাম নজনা চৰাইৰ কাকলিয়ে। এই কথাটো বোধহয় সকলোৱে মানি ল'ব যে প্ৰকৃতিক অপৰূপ সৌন্দৰ্য দান কৰে তাৰ নিৰ্জনতাইহে, সেই নিৰ্জনতাৰো এক বিশেষ শব্দ আছে, যি শব্দ প্ৰকৃতিপ্ৰেমীয়ে শুনা পায়।

মই কালিয়নী নৈলৈ চাই আনন্দত আত্মহাৰা হৈ পৰিছিলো— মানুহৰ কোনো হাই-উৰুমি নোহোৱা ঠাইখনৰ গেষ্ট হাউছটোৰ কাষেৰে বৈ যোৱা নিজান নৈখনৰ পাৰতে মই দুটা ৰাতি থাকিবলৈ পাম, নিজস্ব ভিতৰৰা সৰু বাৰাণ্ডাখনত বহি বহি সূৰ্যোদয় বা সূৰ্যাস্তৰ শোভা চাই, শৰীৰৰ নানা ভাঁজ লগাই বৈ যোৱা নৈখনৰ পুৱাৰ জিলমিলিয়া ঢৌ, সন্ধিয়াৰ বিষণ্ণ পানীধাৰালৈ অপলকে চাই থাকিব পাৰিম?

আমাক আদৰি আনি নিজৰ কোঠালি দেখুৱাই দিয়া মহিলাকেইগৰাকীক মই কৈছিলো— জীৱনত মই কাষেৰে এনে সুন্দৰ নৈ বৈ থকা কোনো গেষ্ট হাউছত থাকি পোৱা নাই, মোক এনে এখন ঠাইলৈ আমন্ত্ৰণ কৰি আনি এনে ঘৰত থাকিবলৈ দিয়া বাবে আপোনালোকক গভীৰ কৃতজ্ঞতা জনালোঁ।

হয়, নুমলীগড় শোধনাগাৰলৈ মোক তাৰ শাখা সাহিত্য সভায়ো নিমন্ত্ৰণ কৰি নিছিল, পিছে তাৰ আঁৰৰ মানুহজন আছিল পৰিচালন সঞ্চালক ভূপতি দাস, তেৱেঁই মোক নুমলীগড়লৈ নিয়াৰ প্ৰধান উদ্যোক্তা আছিল।

সি যি কি নহওক, নৈখনৰ প্ৰতি মোৰ উচ্ছ্বাস দেখি পাছত সাহিত্য সভাৰ কৰ্মীসকলে কৈছিল— বাইদেউ, আপুনি সৰিয়হ ফুলৰ দিনত আহিলে আৰু মুগ্ধ হ'লহেঁতেন, কাৰণ নৈখনৰ দুয়োপাৰৰ দিগন্ত বিস্তৃত পথাৰ একেবাৰে হালধীয়া কাৰ্পেটৰ দলিচাৰ দৰে হৈ পৰে। কিন্তু হায়, কেতিয়াবা যোৱা হ'ব জানো?

— ২০০৪



# হীৰুৰ লগত ভ্ৰমণ আৰু চি পি এম

অসমত হীৰেণ ভট্টাচাৰ্যই বোধহয় একমাত্ৰ লেখক, যিজনৰ বিষয়ে মানুহৰ মাজত নানা মুখৰোচক কাহিনী প্ৰচলন আছে (তাৰে কিছুমান নিশ্চয় সঁচা নহয়) আৰু লগতে এই কথাও ক'ব লাগিব যে অসমৰ মানুহে ভালপোৱা সাহিত্যিকো হীৰুৰ লেখীয়া প্ৰায় নাই বুলিয়েই ক'ব লাগিব। আৰু তেওঁৰ কবিতা ? অসমৰ জনগণৰ মুখে মুখে সেই কবিতাৰ মৌ-মাখিয়ে গুণগুণাই থাকে অদ্ভুত জনপ্ৰিয় এইজন কবি। হীৰুৰ সান্নিধ্যও সকলো ৰসগ্ৰাহী মানুহেই বিচাৰে, কাৰণ তেওঁৰ লগত কথা-বতৰা পাতিলে মানুহে মৌলিক কিবা এষাৰ কথা শুনাৰ সৌভাগ্যৰ পৰা বঞ্চিত নহয়, 'উইট' (wit) যেন তেওঁৰ জিভাৰ আগত লকলকাই আছে। মানুহ হিচাপেও তেওঁ অতি নিৰ্বিৰোধী, সেয়ে বোধহয় তেওঁ অজাতশত্ৰু, তেওঁক ভাল নোপোৱাকৈ থাকিব নোৱাৰি, মানুহজনৰ প্ৰতি মায়া নালাগি নোৱাৰি, ইংৰাজীত যাক কয় 'মাই ডিয়েৰ' মানুহ হ'ল হীৰেণ ভট্টাচাৰ্য।

হীৰুৰ সৈতে মই একেখন গাড়ীত কেইবাবাৰো ভ্ৰমণ কৰিছোঁ, প্ৰত্যেকটো ভ্ৰমণেই আনন্দদায়ক, কিবা নহয় কিবা নতুন কথা তেওঁৰ মুখত শুনো, নতুন তথ্য গম পাওঁ। এবাৰ তেওঁৰ লগত যোৰহাটলৈ গৈছিলো— পাৰ হৈ যোৱা ঠাইবোৰৰ নামৰ তেওঁ ইতিবৃত্ত কৈ গৈছিল। সেইবাবেই তেওঁৰ লগত বাটৰ নানা ঠাইত Join ULFA এই দেৱাল-লিপি পঢ়িবলৈ পাইছিলো। এবাৰ হীৰুৱে মন্তব্য কৰিলে এইবুলি— Join ULFA, কিন্তু ক'ত জইন কৰিব লাগিব ? কংগ্ৰেছ, কমিউনিষ্ট, এজিপিত

যোগ দিব খুজিলে তেওঁলোকৰ কাৰ্যালয়লৈ গৈ জনালেই হ'ল, কিন্তু আলফাত যোগ দিব খুজিলে ক'ত গৈ যোগ দিম? ক'ত বিচাৰি পাম তেওঁলোকৰ কাৰ্যালয়?

আৰু এবাৰ তেজপুৰলৈ গৈছিলো— মই, হীৰু আৰু তোষপ্ৰভা কলিতা। কিবা এখন সভাত যোগ দিবলৈ গৈছিলো, আলহী আছিলো ডাঃ লক্ষ্মী গোস্বামীৰ ঘৰত। হীৰুৰে অৰুণাচলৰ টিপিলৈ যোৱা নাছিল, অসম-অৰুণাচলৰ সীমামূৰীয়া টিপিত আছে এখন বিখ্যাত অৰ্কিড উদ্যান, আমাক লক্ষ্মীয়ে সেইখন ঠাই চাবলৈ লৈ গৈছিল (মই অৱশ্যে আগতে তেওঁৰ লগত কেইবাবাৰো সেই ঠাইলৈ গৈছিলো, কিন্তু হীৰু আৰু তোষপ্ৰভা যোৱা নাছিল) আমি ঠিক কৰিছিলো যে টিপিৰ পৰা আহি সংলগ্ন ঠাই অসমৰ ভালুকপুঙৰ ধাবা এখনত দোছা খাই দুপৰীয়াৰ ভোজন-পৰ্ব সমাপন কৰিম। তেতিয়া ভালুকপুঙৰ তেনে দোছাৰ দৰে অপূৰ্ব দোছা মই আৰু ক'তো খাই পোৱা নাছিলো (এতিয়া কিন্তু তাৰ সেই পূৰ্বৰ সুনাম অক্ষুণ্ণ নাই)।

পিছে ভালুকপুঙৰ ওচৰ পাই গম পালো যে জীয়া ভৰলীয়ে বাটটোৰ এছোৱা এনেকৈ খহাই পেলাইছে যে সেইদিনা ভালুকপুং-টিপি ক'লৈকো যাব নোৱাৰি। অগত্যা আমি ঠোঁট-মুখ চেলেকি উভতি আহিলো আৰু বালিপাৰাত ধাবা এখনতে দুপৰীয়াৰ আহাৰ খাবলৈ সোমাই পৰিলোঁ। অলপ পৰৰ পিছত দেখিলো ওচৰৰে চাইকেল মেৰামতিৰ দোকান এখনত কাম কৰি থকা মানুহ এজন আমি বহি থকা ঠাইলৈ আগবাঢ়ি আহি হীৰুক সম্বোধন কৰি সুধিলে— 'আপুনি হীৰুদা নহয়নে?' হীৰুৱে যেতিয়া হয় বুলি ক'লে তেতিয়া সেই হীৰু-ভক্তই আকৌ সুধিলে— 'এইফালে ক'লৈ আহিছিল'? হীৰুৱে ক'লে— 'টিপিত টিপা এটা মাৰি আহিলোঁ ৰ'বা'—। হীৰুৱেতো এক ধৰণৰ নতুন কথা ক'বই। যিহওক, হীৰুৰ লগত ভ্ৰমণ কৰি সিদিনাও দেখিলো অসমৰ চুকে-কোণে থকা মানুহেও হীৰুক চিনি পায়, ভাল পায়।

মোৰ শিৰোনামৰ বিষয়টো আছিল হীৰুৰ ভ্ৰমণ কাহিনী আৰু চি পি এম। পিছে প্ৰিয় পাঠকে যেন নাভাবে যে মই হীৰুৰ লগত ভাৰতৰ মাৰ্ক্সচিষ্ট কমিউনিষ্ট পাৰ্টিৰ কিবা সম্পৰ্কৰ কথা লিখিবলৈ ওলাইছো— হীৰুৰ যদি কিবা সম্পৰ্ক আছে সেই সম্পৰ্ক চি পি আইৰ লগতহে, চি পি এমৰ লগত নহয় (হীৰুৰ দৰে নিশকতীয়া শৰীৰৰ মানুহৰ বাবে কাঁচিখন দণ্ডাই সহজ, হাতুৰীটো বোধহয় অলপ গধুৰ হ'ব।), মই ক'বলৈ ওলাইছোঁ অইন চি পি এমৰ কথাহে। হয়, মই হীৰুৰ অসমৰ ভিতৰুৱা অঞ্চলৰ লাইন বাছত ঘূৰি ফুৰাৰ নানা আমোদজনক কাহিনীৰ কথাকে কৈছোঁ। হীৰুৱে বাছৰ ছিট নম্বৰৰ টিকটৰ লগত 'এম' আৰু 'চি' লগাই থোৱা দেখি তাৰ অৰ্থ জানিব খোজাত বাছৰ কণ্ডাক্টৰে কৈছিল যে 'এম' মানে 'মূঢ়া' আৰু 'চি' মানে 'কেবিন' (অৱশ্যে হীৰুৱে হেনো ভাবিছিল যে 'এম' মানে যেতিয়া মূঢ়া হয় 'চি' মানেও হয়তো কঠ জাতীয় কিবা হ'ব পাৰে)। পিছে এবাৰ হেনো হীৰুৱে টিকটৰ মূল সংখ্যাটোৰ লগত 'পি' শব্দটোও সংযোজিত হৈ থকা পাইছিল আৰু

সেইটো টিকট লৈ কোন ষ্টিটত বহিব পাৰি বুলি সোধাত কণ্ডাক্টৰে হেনো অলপ তাচ্ছিল্যৰেই কৈছিল— 'আপুনি পি পাইছে যেতিয়া পীৰাত বহি যাব লাগিব.....'।

## হীৰুৰ লগত যোৰহাট যাত্ৰা

ভ্ৰমণক যিকেইটা কথাই আনন্দদায়ক কৰি তোলে, তাৰ ভিতৰত এটা হ'ল বাটৰ লগৰী। এই অনবদ্য বাটৰ লগৰীৰ বাবেই এদিন আমাৰ যোৰহাট যাত্ৰা বৰ মধুৰ হৈছিল— নানা সৰস কথা-বতৰাই যোৰহাটৰ দীৰ্ঘ বাটটো যেন চমুৱাই পেলাইছিল। মোৰ উদ্ভট চিন্তা কৰা মনটোলৈ সিদিনা বহুত বছৰ আগতে পঢ়া 'সচিত্ৰ ভাৰত' নামৰ এখন ব্যংগভৰা বাংলা কাৰ্টুন আলোচনীৰ দুটা চিত্ৰ মনলৈ আহি গৈছিল— ওচৰা-উচৰিকৈ থকা চিত্ৰ দুখনৰ এখনত দেখুওৱা হৈছে বিৰাট শকত এজন মানুহ এখন ৰিক্সাত বহি আছে আৰু ৰিক্সাবালাই তাক আগুৱাই নিয়াত ঘৰ্মাক্ত হৈছে, ফলত মুখো তাৰ বিৰস। আন ৰিক্সাখনৰ আৰোহী হ'ল এজনী ধুনীয়া লিচপিচিয়া তৰুণী আৰু তাইক টানি নিয়া ৰিক্সাবালাই যেন বতাহৰ বেগতহে আগবাঢ়িছে, মুখত মহা ফূৰ্তি আৰু তৃপ্তিৰ চিন। ছবি দুখনৰ তলত দিয়া কেপ্চনসহ 'ছড়া' দুটাও মনত পৰে— আৰোহী তৰুণীৰ আৰু আৰোহী পেটুৱাৰ চিত্ৰ দুখনৰ তলত যথাক্রমে লিখা আছিল এইদৰেই— 'ৰিক্সা হাওয়ায় চলে সওয়াৰী তৰুণী/ সে গাড়ী অচল যদি চাপে বিশমোনী।'

আমাৰো যেন সিদিনা 'বলে'ৰো'খন উৰি গৈছিল, প্ৰায় এশ কিলোমিটাৰ গতিত চলা ইমান স্পীডৰ গাড়ীত মই বিদেশৰ বাহিৰে আগতে ভাৰতৰ মাটিত কেতিয়াও ভ্ৰমণ কৰি পোৱা নাছিলো। সেই গতিয়েও আমাৰ বাট যেন সচৰাচৰতকৈ চুটি কৰি পেলাইছে। কিন্তু ঘাইকৈ হীৰুৰ লগত নানা ৰসাল কথা-বতৰাই মোৰ আৰু লগৰীৰ মনোৰঞ্জন কৰাৰ উপৰি আমাৰ আটাইৰে আন লগৰী সৌৰভ ক্ষত্ৰিয় নিয়া ৰবীন্দ্ৰ সংগীত আৰু বাংলা লোকগীতৰ কেছেটৰ গানে, লগতে ড্ৰাইভাৰে নিজে বজোৱা আন এটা কেছেটৰ গীতেও কাণক বৰ তৃপ্তি দিছিল— সেইটো আছিল সুগায়িকা অনিমা চৌধুৰীয়ে গোৱা অসমৰ বিয়াৰ বিভিন্ন সময়ত গোৱা নানা ধৰণৰ বিয়াগানবোৰ (কি যে পৰিতাপৰ কথা এতিয়া আমাৰ বিয়ানামকে ধৰি নানা লোকগীত যেন কেৱল কেছেটতে আবদ্ধ হৈ ৰ'ল— যেনেকৈ মৃত্যুৰ পিছত মানুহবোৰ ফটোতহে আবদ্ধ হৈ থাকে)।

সিদিনা সময় যে সঁচায়ে কেনেকৈ দ্ৰুতগতিত পাৰ হৈ গৈছিল, অথচ কেতিয়াবা বাটৰ লগৰীৰ বাবেই সন্মুখৰ ৰাস্তাটো যেন দীৰ্ঘতৰ হৈ পৰে, শকত আৰোহী উঠা ৰিক্সাখন আগবাঢ়িব নোখোজাৰ দৰেই গাড়ীখনো যেন আগবাঢ়িব নোখোজে (অৱশ্যে মোৰ অনুভৱতহে)।

তদুপৰি সেই যাত্ৰাত হীৰুৰ লগত যোৱা বাবে 'অতীতৰ গন্ধ ভাৰাতুৰ' এটা অভিজ্ঞতাও বহুত বছৰৰ মূৰত পুনৰ লেহন কৰিলোঁ। বোকাখাত পাই হীৰুৱে ক'লে— 'এ বোকাখাত পালোঁ, পুৰী খাব লাগিল নহয়'

আজিকালি আমি যোৰহাটৰ পৰা অহা-যোৱা কৰা বাটত বোকাখাতত নামি পুৰী খোৱাটো বাদ দিয়াৰ দৰেই হৈছিল, বয়স কম থকাতহে তেনেকৈ বোকাখাতত নামি বিখ্যাত জলকীয়াৰ চাটনি আৰু আলুৰ তৰকাৰীৰ সেইবিধ পুৰীৰ সোৱাদ লৈছিলো। পিছে এইবাৰ হীৰুৰ লগত ভ্ৰমণ কৰি সেই হেৰাই যোৱা অতীতকো যেন খন্তেকৰ বাবে চকামকাকৈ ঘূৰাই পাইছিলো, লগতে যেন যৌৱনৰ আনন্দ আৰু ফূৰ্তিও।

— ২০০৪



## 'আদিত্যমালা'

সকলোৱে সকলো কথা জানিব— এনে কথা আশা কৰাটো বাতুলতাৰ নামান্তৰ, কিন্তু জনোৱাৰ চেষ্টা কৰিলে সংশ্লিষ্ট লোকে সেই কথা জনাৰ চেষ্টা কৰিব লাগে, নহ'লে তাত নিষ্ঠাহীনতা প্ৰকাশ পায় আৰু ভুল কৰাৰ সম্ভাৱনা থাকে।

এইবোৰ কথা প্ৰসংগক্ৰমে মনলৈ আহিছিল যোৱা চৈধ্য ফেব্ৰুৱাৰীৰ দিনা মেদিনী চৌধুৰীৰ একছৰীয়া মৃত্যু-বাৰ্ষিকী প্ৰেছ ক্লাবত পালনৰ বাতৰি কাকতবোৰৰ প্ৰতিবেদনতো পঢ়ি। প্ৰেছ ক্লাবত অনুষ্ঠিত হোৱা সেই স্মৃতি-সভাখনত মই অসুস্থতাবশতঃ উপস্থিত থাকিব নোৱাৰা বাবে বৰ বেয়া লাগি আছিল যদিও তেওঁলোক পৰিয়ালটোৰ লগত মোৰ চৌধুৰীৰ মৃত্যুৰ পাছতো আগৰ দৰেই হৃদ্যতা অটুট আছে, চৌধুৰীৰ পৰিবাৰ শ্ৰীমতী প্ৰণিতা চৌধুৰীয়ে প্ৰয়াত স্বামীৰ কিতাপ-পত্ৰ আদি প্ৰকাশ কৰাৰ ক্ষেত্ৰত মোক এবাৰ পৰামৰ্শ নকৰাকৈ নাথাকে। মোৰ ওপৰত থকা সেই আস্থাত মই কৃতাৰ্থবোধ কৰোঁ যদিও এই এটা সৰু অপৰাধবোধো নজগাকৈ নাথাকে যে পদ্ম পাটৰে তেওঁলোকক যি সক্ৰিয়ভাৱে সহযোগিতা কৰি থাকে— মই কৰিব নোৱাৰো বা পৰা নাই। তথাপি পৰিয়ালটোৱে মোক তেওঁলোকৰ শুভাকাংক্ষী বুলিয়েই মানি লৈ আহিছে। মেদিনী চৌধুৰীৰ দৰে লেখক এজনে যে যথাসময়ত অসমৰ পৰা যথাযথ স্বীকৃতি নাপালে সেই কথা মই বহুতবাৰ অ'ত ত'ত লিখি আহিছো বাবেই বোধহয় তেওঁলোকে মোক আপোন মানুহ বুলি ভাৱে।

মেদিনী চৌধুৰীৰ দৰে অসমৰ ভূগোল-ইতিহাস জনা অসমীয়া লেখক কমেই আছে। তেওঁৰ দৰে বিবিধ বিষয়ৰ ওপৰত গ্ৰন্থ ৰচনা কৰা মানুহো কম আছে। তেওঁ 'ফেৰেংগাদাও' লিখিছে, 'লুইত-বৰাক-ইছলামো' লিখিছে আৰু 'চীনৰ ছাত্ৰ আন্দোলন', 'বস্ত্ৰ দাহ' আদি কিতাপো লিখিছে। তেওঁৰ লগত কথা পাতি মই মনে মনে সদায়ে এটা হীনমন্যতা অনুভৱ কৰিছিলো— অসমত গল্প-উপন্যাস লিখা এনে লেখক খুব কমেই আছে যাৰ পাণ্ডিত্যৰ ভঁৰাল প্ৰায় পূৰ্ণ। ৰাজনীতিৰ প্ৰতিও তেওঁৰ যথেষ্ট ৰাপ আছিল, অসমৰ ৰাজনৈতিক ঘটনাৰাজিক লৈ তেওঁ কিছু চিন্তা-চৰ্চা কৰিছিল, বহুতেই এই কথা নাজানে যে তেওঁ এটা ছদ্মনাম লৈ তাহানি 'সাপ্তাহিক নীলাচল'ত কেইটামান বিশ্লেষণাত্মক সাময়িক প্ৰসংগৰ প্ৰবন্ধ লিখিছিল।

বহুত বছৰ ধৰি ঘনিষ্ঠভাৱে জনা এই মানুহজনে ভুলতো মোৰ আগত এই খেদ প্ৰকাশ কৰা নাছিল যে তেওঁৰ অসমীয়া ভাষা-সাহিত্যলৈ এনে গুৰুত্বপূৰ্ণ আৰু বহুমুখী অৱদানৰ বাবে তেওঁ কিন্তু অসমৰ পৰা কোনো স্বীকৃতি নাপালে। অৱশ্যে কোনো স্বীকৃতি, কোনো বঁটা-বাহনৰ লোভত তেওঁ লিখা নাছিল, অন্ততঃ ময়ো বহুতৰ দৰে সেই কথা ভালকৈ জানো।

এই বড়ো মূলৰ অসমীয়া বিশিষ্ট লেখকজন সাহিত্য সভাৰ সভাপতি নহ'ল, সাহিত্য একাডেমীৰ বঁটাটোও পালে তেওঁৰ জীৱনৰ অন্তিম সময় সমাগত হোৱাতহে। সেই বঁটাৰ লগত ময়ো অলপ জড়িত হৈ আছিলো— হৃদয়দ্ৰাৱী কাহিনীটো আজি পুনৰ লিপিবদ্ধ কৰিলোঁ। সেই বছৰ মোৰ বাবে অতি অভাৱনীয় ঘটনা এটা ঘটিছিল। সাহিত্য একাডেমীৰ লগত কোনোদিনে কোনো ধৰণে সম্পৰ্ক নথকা মানুহজনীক জুৰী পতা হৈছিল। বঁটাটো দিয়াৰ সময়ত তিনিজন জুৰীলৈ নানা স্তৰৰ বাছনিৰ যোগেদি চালি-জাৰি তিনিখন গ্ৰন্থ পঠাই দিয়ে— শেষ পৰ্যায় এইটো। তেতিয়া অসমৰ মুৰব্বী আছিল নৱকান্ত বৰুৱা। জুৰী মোকে ধৰি আৰু যি দুজন আছিল তাৰে এজনে চিঠিৰে নিজৰ অনুমোদিত কিতাপখনৰ কথা জনাই দিছিল, উপস্থিত আছিলো মই আৰু আনজন। তিনিখন কিতাপৰ আমি তিনিও ভিন ভিন কিতাপ চুপাৰিছ কৰিছিলো। মোৰ প্ৰথমবাৰৰ বাবে জুৰী হোৱাৰ সাৰ্থকতা এইবাৰেই অহা যেন লাগিছিল যে সেইবাৰ সেই তিনিখন ভিন ভিন গ্ৰন্থৰ ভিতৰত এখন আছিল মেদিনী চৌধুৰীৰ 'বিপন্ন সময়'। কোৱা বাহুল্য সি এক অদ্ভুত সৌভাগ্যৰ কথা আছিল— যিজন লেখকক কৰা বঞ্চনাৰ কথাই মই লিখি আহিছো— প্ৰথমবাৰৰ বাবে সাহিত্য একাডেমীৰ জুৰী হ'বলৈ পালোঁ সেইজন মানুহৰে কিতাপ অনুমোদন কৰিবলৈ। তদুপৰি এইটোও ভাগ্যৰ কথা যে বাছনি প্ৰক্ৰিয়াৰ মাজেদি আহি সেই কিতাপখন শেষ পৰ্যায়লৈ আহিব পাৰিছিল। অৱশ্যে আন আৰু দুখনো আহিছিল আৰু আমি তিনিজন জুৰীয়ে প্ৰত্যেকেই নিজাকৈ একো একোখন কিতাপ বাছনি কৰিছিলো। তেতিয়া নৱকান্ত বৰুৱাই যুক্তিপূৰ্ণভাৱেই

মতামত আগবঢ়াইছিল যে ‘বিপন্ন সময়’ৰ তুলনাত বাকী দুখন কিতাপ ইমান একো উচ্চমানৰো নহয়, তদুপৰি মেদিনী চৌধুৰীক প্ৰাপ্য নানা স্বীকৃতিৰ পৰা বঞ্চিত কৰি অহা হৈছে— এইবাৰ তেওঁৰ কিতাপৰ নাম আহিছে যেতিয়া আমি বঁটাটো দিয়াৰ এই সুযোগ হেৰুৱাব নালাগে (এইখিনিতে এটা দুখলগা প্ৰহসনৰ কথাও মনলৈ আহিছে— এইদৰে কৈ উঠি নৱকান্ত বৰুৱাই লগতে কৈছিল— and he is dying -পিছে মেদিনী চৌধুৰীৰ মৃত্যুৰ আগতে আকস্মিকভাৱে তেওঁৰ নিজৰেই মৃত্যু হৈছিল)।

ইয়াৰ পাছত মোৰ লগৰ জুৰীগৰাকীয়েও ‘বিপন্ন সময়’কে চুপাৰিছ কৰিছিল আৰু চৌধুৰী বিজয়ী হৈছিল।

তাৰ প্ৰায় এবছৰ দুবছৰ নে তিনি বছৰৰ পাছত ত্ৰিপুৰা চৰকাৰে মোক আৰু মেদিনী চৌধুৰীক অদ্বৈতমল্ল বৰ্মন পুৰস্কাৰটো দ্বৈতভাৱে দিছিল। সেয়া আছিল ২০০২ চনৰ ডিচেম্বৰ মাহৰ কথা। তেতিয়া কিন্তু চৌধুৰী সঁচায়ে একপ্ৰকাৰ মৃত্যুশয্যাত, গতিকে ২০০৩ চনৰ এক জানুৱাৰীৰ দিনা তেওঁৰ বঁটাটো ল'বলৈ ত্ৰিপুৰালৈ যোৱাৰ প্ৰশ্নই উঠা নাছিল, তেওঁ কেৱল সেই অতি বিৰল সন্মানৰ অধিকাৰী হ'ব পৰা বঁটাটো পোৱাৰ কথা গম পাই গৈছিল। ময়ে ত্ৰিপুৰালৈ গৈ তেওঁৰ বঁটাটোও লৈ আহিছিলো। তেওঁৰ জীয়ৰী-বোৱাৰীয়ে তেতিয়া মোক কৈছিল— ‘এই দহ হাজাৰ টকা দেউতাৰ চিকিৎসাত বৰ কামত আহিব।’

অদ্বৈতমল্ল বৰ্মন বঁটাটো লাভ কৰা এক বিৰল সন্মানৰ কথা বুলি মই এইবাবেই কৈছিলো যে এই বঁটাটো একপ্ৰকাৰ দলিত সাহিত্য বঁটা। সমাজৰ দুঃখী-তাপী, নিষ্পেষিত দুৰ্ভগীয়াসকলৰ বাবে যি লেখকে লিখে একমাত্ৰ তাকহে এই বঁটাটো দিয়া হয়। মেদিনী চৌধুৰীৰ ঘাইকৈ ‘তাত নদী নাছিল’ গ্ৰন্থখনৰ ভেটিতে এই বঁটাটো দিয়া হৈছিল। ত্ৰিপুৰাৰ বাওঁপন্থী চৰকাৰে কেইবা বছৰো পৰা ত্ৰিপুৰা আৰু বংগৰ লেখকসকলক অদ্বৈতমল্ল বৰ্মনৰ স্মৃতিত প্ৰৱৰ্তন কৰা এই বঁটাটো দি আহিছিল, মাত্ৰ যোৱা বছৰহে উত্তৰ-পূৰ্বাঞ্চলক বঁটাটো দিছিল।

মই এই বছৰ অসম উপত্যকা সাহিত্য বঁটাটো পোৱাৰ সময়ত বিভিন্ন কাকতৰ বিভিন্ন সাংবাদিকে সোধা এটা প্ৰশ্নৰ উত্তৰত (যে আজিলৈকে পোৱা বঁটাবোৰৰ ভিতৰত মোক কোনটোৱে আটাইতকৈ সুখী কৰিছে) কৈছিলো যে ত্ৰিপুৰা চৰকাৰে দিয়া অদ্বৈতমল্ল বৰ্মন পুৰস্কাৰটোৱেই মোক পুৰস্কাৰৰ ক্ষেত্ৰত সকলোতকৈ সুখী কৰিছে, কাৰণ তাৰ লগত দিয়া মানপত্ৰখনত এনেধৰণৰ কথা কিছুমান লিখা আছিল— ‘আপনি দীৰ্ঘ পঞ্চাশ বছৰ অসমীয়া সাহিত্যেৰ সেবা কৰিয়া সমাজেৰ অশেষ কল্যাণ ও প্ৰীতি সাধন কৰিয়া আসিতেছেন। নাৰীমুক্তি আন্দোলনে, দেশেৰ সংহতি ভাবনায় এবং অন্যান্য সেবামূলক কৰ্মে আপনাৰ লেখনী এবং উদ্যোগ উত্তৰ-পূৰ্বাঞ্চলেৰ জনগণেৰ হৃদয়ে এক বিশেষ প্ৰাণ-সঞ্চাৰ কৰিয়াছে। দেশেৰ পিছিয়ে পড়া জনগোষ্ঠীৰ সুখ-দুঃখ বেদনাৰ অংশীদাৰ হিসাবে আপনাৰ ভূমিকা কৃতজ্ঞচিত্তে স্মৰণ কৰাৰ যোগ্য...’।

লেখক-জীৱনত এনে স্বীকৃতিতকৈ আন কি স্বীকৃতি বেছি আনন্দদায়ক হ'ব পাৰে? সমাজৰ দুঃখী-তাপী মানুহৰ কথা লেখাতকৈ আন আৰু কাৰ কথা লিখিয়েই বা বেছি সাৰ্থকতা লাভ কৰিব পাৰি? গতিকে মোৰ বাবে এই বাঁটাই জীৱনৰ সৰ্বশ্ৰেষ্ঠ বাঁটা নহ'বনে বাৰু?

এইবাৰ অদ্বৈতমল্ল বৰ্মনৰ কথা অলপ কৈ লওঁ। তেওঁ লিখা 'তিতাস একটি নদীৰ নাম' এখন অসাধাৰণ কিতাপ। আমি যিসকলে ঋত্বিক ঘটকৰ চিনেমাবোৰ চাইছো তেওঁলোক সকলোৰে বাবে 'তিতাস একটি নদীৰ নাম' অপৰিচিত নহয়, কাৰণ এই নামৰ তেওঁৰ এখন অসাধাৰণ চিনেমা আছে। কিন্তু বহুতেই নাজানে যে অদ্বৈতমল্ল বৰ্মনৰ একে নামৰ গ্ৰন্থখনৰ ভেটিতে তেওঁ এই চিনেমা নিৰ্মাণ কৰি উলিয়াইছিল।

অদ্বৈতমল্ল বৰ্মনৰ থূলমূল জীৱন কাহিনী হ'ল— ত্ৰিপুৰাৰ তিতাস নামৰ নদীৰ পাৰৰ গোকৰ্ণ ঘাট নামৰ এখন গাঁৱত এক অতিশয় দৰিদ্ৰ আৰু অশিক্ষিত মালো সম্প্ৰদায়ৰ (মালো হ'ল মাছমৰীয়াৰ মাজৰ এটা প্ৰজাতি) পৰিয়ালত অদ্বৈতমল্লৰ ১৯১৪ চনত জন্ম হৈছিল। তেওঁৰ পঢ়াৰ প্ৰতি খুব হেঁপাহ আছিল, সৰুতে মাক-দেউতাকৰ মৃত্যু হোৱা এই বালকে বায়েকৰ ঘৰতে থাকি স্কুলত নাম লগাইছিল। ক্লাছত তেওঁ সদায় প্ৰথম হৈছিল আৰু বৃত্তি পাই পাই আই এৰ মহলা পাইছিল। কিন্তু চৰম দাৰিদ্ৰ্যৰ বাবে পঢ়া এৰি ভাগ্য অন্বেষণৰ বাবে কলকাতালৈ যায় আৰু নানা পত্ৰ-পত্ৰিকাত ('দেশ'তো) চাকৰি কৰে। অদ্বৈতমল্লই কবিতাৰে লেখক জীৱন আৰম্ভ কৰে। তেওঁ সপ্তম শ্ৰেণীত লিখা এটা কবিতাৰ কেইটামান শাৰী উদ্ধৃত কৰিলোঁ:

'পূব গগনেৰ ৰক্ত অৰুণ
আমৰা তৰুণ শক্তিমান
বিশ্বহিতে ৰক্তকিৰণ কৰবো মোৰা কৰবো দান।
মোদেৰ চৰণ স্পৰ্শেৰে
জাগবে ধৰা হৰ্ষেৰে
বিশ্বহিতে কৰবো মোৰা তপ্ত বুকেৰ ৰক্তদান।

অদ্বৈতমল্ল বৰ্মনে তিতাস নদীৰ পাৰৰ মাছমৰীয়াসকলৰ সংগ্ৰামী আৰু দুৰ্ভাগ্যপীড়িত জীৱনক লৈ এই 'তিতাস একটি নদীৰ নাম' নামৰ উপন্যাসখন ৰচনা কৰে। বাংলা সাহিত্যৰ নদীক লৈ লিখা দুখন বিখ্যাত উপন্যাস হ'ল মাণিক বন্দোপাধ্যায়ৰ 'পদ্মা নদীৰ মাঝি' আৰু সমৰেশ বসুৰ 'গঙ্গা'। সমৰেশ মজুমদাৰেও 'তিস্তা নদীৰ পাৰে' নে তেনেকুৱা নামৰ এখন বিখ্যাত উপন্যাস লেখিছে (এইবাৰ হোজাইৰ বিশেষ সাহিত্য সভালৈ সমৰেশ মজুমদাৰ আমন্ত্ৰিত হৈ অহাৰ কথা পাঠকৰ বোধহয় মনত আছে)। পিছে বহু সমালোচকৰ মতে এইকেইখন উপন্যাসতকৈ 'তিতাস একটি নদীৰ নাম' শ্ৰেষ্ঠতৰ, কাৰণ এইখন বেছি

বাস্তববাদী। বিখ্যাত কবি অৰ্ধেন্দু চক্ৰৱৰ্তীৰ মতে মাণিক বেনাৰ্জী বা সমৰেশ বসুৱে পদ্মা নদীৰ আৰু গঙ্গা নদীৰ পাৰৰ জীৱন যেন খিৰিকীৰে দেখিছে কিন্তু অদ্বৈতমল্ল সেই জীৱনৰ পৰাই ওলাই আহিছে, তাৰ মাটি-পানী-বোকা তেওঁৰ গাত যেন লিপিট খাই আছে। (উপন্যাসখন মই পঢ়িছো— সঁচায়ে নিৰ্মম বাস্তৱ জীৱন অংকিত কৰা ই এক অতি অসাধাৰণ গ্ৰন্থ)।

দাৰিদ্ৰ, অমানুষিক পৰিশ্ৰমৰ ফলত অদ্বৈতমল্ল বৰ্মন যক্ষ্মা ৰোগত আক্ৰান্ত হৈ ১৯৫১ চনত মাত্ৰ ৩৭ বছৰ বয়সত মৃত্যু মুখত পৰে। তেওঁ তাৰ মাজতো গল্প-উপন্যাস-কবিতা-প্ৰবন্ধকে ধৰি বহুত লেখা লিখি থৈ গৈছে। বিয়া-বাৰু নকৰাই বিধবা, দৰিদ্ৰ বায়েকৰ সংসাৰখনেই চলাই গ'ল এই চুটি জীৱন কালত।

ত্ৰিপুৰা চৰকাৰে প্ৰতি বছৰে জানুৱাৰী মাহত সেই তিতাস নদীক ঘেৰি থকা অঞ্চলটোত প্ৰায় সাতদিনীয়া সাহিত্য-সংস্কৃতিৰ এখন মেলা বহুৱায়, তাতে এদিনৰ অনুষ্ঠানত এই পুৰস্কাৰ বিতৰণ কৰা হয়। যোৱা বছৰ মই তালৈ গৈ মোৰ নিজৰ আৰু মেদিনী চৌধুৰীৰ হৈ বঁটাটো গ্ৰহণ কৰিছিলো আৰু ধন্য মানিছিলো।

এই অদ্বৈতমল্ল বৰ্মন বঁটাটোকে মোৰ জীৱনৰ সৰ্বশ্ৰেষ্ঠ বঁটা বুলি সাংবাদিকসকলক কৈছিলো। কাৰোবাক কাৰোবাক বানানটোও কৈছিলো, কিন্তু পৰিতাপৰ কথা যে প্ৰায় প্ৰতিখন কাকততে তথাপিও অদ্বৈতমল্ল বৰ্মন হ'ল 'আদিত্যমালা'। হায় অদ্বৈতমল্ল বৰ্মন! হায় অসমৰ বাতৰি কাকত!

— ২০০৪



# অদ্বৈতমল্ল বৰ্মন বঁটা আৰু
# অধ্যাপক হীৰেণ মুখোপাধ্যায়

অদ্বৈতমল্ল বৰ্মন বঁটাটো এইবাৰ বা কোনে পালে, কোন ৰাজ্যৰ মানুহে পালে ভাবিছিলো। তাৰ দুদিনমান পাছতেই আছাম ট্ৰিবিউন কাকতৰ (১৯ ফেব্ৰুৱাৰী সংখ্যাত) পাঁচ পৃষ্ঠাত এচুকত এই শিৰোনামাটো দেখি মই আগ্ৰহেৰে গোটেইখিনি কথা পঢ়িবলৈ ধৰিলো— 'Tripura Govt. Confers award on Hiren Mukhopadhay'– Kolkata, Feb. 18-Veteran Communist and eminent Scholar Prof. Hirendra nath Mukhopadhay was conferred the 'Adwaita Malla Barman Memorial Award, 2004 by the Tripura Government for his Contribution towards uplift of the backward sections.

Mukhopadhay, a former MP and leader of the Communist party of India, was handed over a plaque and Rs. 10,000...' ইত্যাদি ইত্যাদি।

খবৰটো পঢ়ি মোৰ মনৰ প্ৰথম প্ৰতিক্ৰিয়া হৈছিল এইটো— হীৰেণ মুখাৰ্জী এতিয়াও জীয়াই আছে? মই ১৯৯১ চনতে দেখা, তেতিয়াই আশীৰ দেওনা পাৰ হোৱা মানুহজনৰ তেন্তে মৃত্যু হোৱা নাই? অলপ পাছতেই অৱশ্যে এই ভাবটোও আহিল যে তেওঁৰ দৰে বিখ্যাত মানুহ এজনৰ মৃত্যু হোৱা হ'লে খবৰটো নিশ্চয় অসমৰ বাতৰি কাকতবো কোনোবা নহয় কোনোবা এখনত ওলালহেঁতেন।

সি যি কি নহওঁক, মোৰ মনটো উভতি গ'ল সেই ১৯৯১ চনৰ এটা দিনলৈ, যিটো দিনত মই প্ৰফেছৰ মুখাৰ্জীক প্ৰথম (আৰু নিশ্চয় শেষবাৰৰ

বাবেও) দেখা পাইছিলো। তেতিয়া আমি কলকাতাত আছিলো, হীৰেণ মুখাৰ্জীৰ সম্বৰ্ধনা সভা এখনলৈ ঘটনাক্ৰমে মই যাবলগীয়া হৈছিলো। তাৰ পাছত প্ৰায় তেৰ বছৰেই অতিক্ৰান্ত হৈছে। আজি মোৰ মন গৈছে এখন যোৱাবাৰ অদ্বৈতমল্ল বৰ্মনৰ কথা লিখা কাকতত পুনৰ সেই লেখাটো প্ৰকাশ কৰিবলৈ, কাৰণ একপ্ৰকাৰে তাৰ লগত প্ৰঃ মুখাৰ্জীও সাঙোৰ খাই গ'ল। গতিকে এতিয়া সেই মন যোৱা কামটোৱেই কৰো আৰু মোৰ বিশ্বাস যে বহুতৰ বাবে লেখাটো নতুন যেনেই লাগিব।

## অসমীয়া গামোচাৰে সুশোভিত হীৰেণ মুখাৰ্জী

অধ্যাপক হীৰেণ মুখাৰ্জী পশ্চিমবংগৰে নহয়, সমগ্ৰ ভাৰততে এক সুপৰিচিত নাম। প্ৰথমতে তেখেতক পদ্মভূষণ উপাধি দিয়া হৈছিল, পাছত সম্মান যচা হ'ল পদ্মবিভূষণেৰে।

কলকাতাৰ পৰা অজস্ৰ 'লিটল মেগাজিন' ওলায়, তাৰ এখনৰ নাম 'ঋক'। সেই ঋক পত্ৰিকাৰ প্ৰণব বিশ্বাসে মোৰ লগত চিনাকি হৈ হেমাঙ্গ বিশ্বাসৰ বিশেষ 'ঋক' সংখ্যা উলিয়াব খুজি মোৰ জৰিয়তে বহুতো অসমীয়া লেখক-লেখিকাৰ পৰা প্ৰবন্ধ-পাতি আনিছিল। তাৰে ভিতৰত যিসকলে বাংলাত লিখিব পৰা নাছিল, সেইসকলৰ লেখাবোৰ প্ৰণবৰ অনুৰোধত মই বাংলাত অনুবাদ কৰি দিছিলো। অলপতে তেওঁ আহি মোৰ পৰা ভাৰতবৰ্ষৰ সাম্প্ৰদায়িক সমস্যাৰ বিষয়ে সাক্ষাৎকাৰ এটা লৈ 'উপান্ত' নামৰ আন এখন লিটল মেগাজিনত ছপাই উলিয়ালে। তাত সেই সম্পৰ্কে অধ্যাপক হীৰেণ মুখোপাধ্যায়ৰো এটা সাক্ষাৎকাৰ লৈছিল। সেই প্ৰসংগতে প্ৰণবে মোক ক'লে যে ২১ ফেব্ৰুৱাৰীৰ দিনা কলকাতাৰ শিশিৰ মঞ্চত অধ্যাপক মুখাৰ্জীক পদ্মবিভূষণ উপাধি পোৱা উপলক্ষে সম্বৰ্ধনা জনোৱা হ'ব। এগৰাকী প্ৰগতিশীল লেখিকা হিচাপে ময়ো যেন এথোপা ফুল লৈ এই গুণী মানুহজনক সম্বৰ্ধনা জনাই আহোঁ।

হীৰেণ মুখাৰ্জীৰ নাম বহুদিনৰ পৰাই শুনি আহিছো, কিন্তু দেখা নাই। সেয়ে প্ৰণবৰ অনুৰোধ ৰক্ষা কৰি মই সিদিনা শিশিৰ মঞ্চলৈ গ'লো, সম্বৰ্ধনাৰ বাবে ৰজনীগন্ধা বা গোলাপৰ থোপা লৈ যোৱাৰ পৰিবৰ্তে মই লৈ গ'লো এখন ফুলাম গামোচা।

হল ভৰ্তি মানুহ। সম্বৰ্ধনাৰ ফুলেৰে অধ্যাপক মুখাৰ্জীৰ সন্মুখৰ মেজখনত এনে এক ফুলৰ পাহাৰৰ সৃষ্টি হ'ল যে তেওঁক দৰ্শকে দেখাই নোপোৱা হ'ল। মোৰ নাম ঘোষণা কৰি মঞ্চলৈ আহ্বান কৰাৰ পাছত মই গৈ তেওঁক অসমীয়া কায়দাৰে ডিঙিত গামোচাখন মেৰাই দিলোঁ। সভাঘৰত হাত চাপৰিৰ জাউৰি উঠিল। অধ্যাপক মুখাৰ্জীয়ে মোক মূৰত হাত ফুৰাই মৰম কৰি দিলে। তেওঁৰ দুয়োকাষে বহা ডাঃ ৰণেন দাস (বিখ্যাত কমিউনিষ্ট নেতা), কবি অৰুণ মিত্ৰ, কবি মনীন্দ্ৰ ৰায়ে সমস্বৰে ক'লে— 'আপনাকে বেশ মানিয়েছে'— মোৰ বৰ আনন্দ লাগিল আৰু সেই আনন্দৰ বেশ শেষলৈকে থাকিল যেতিয়া দেখিলো যে সভাৰ শেষলৈকে তেখেতে সেই ৰঙা ফুলৰ উজ্জ্বল গামোচা ডিঙিতে ওলোমাই ৰাখিলে।

সভাৰ কাম আৰম্ভ হ'ল, প্ৰথমতে স্বনামধন্য সুচিত্ৰা মিত্ৰ আৰু সবিতাব্ৰত দত্তই গান গাই উঠাৰ পাছত বিভিন্ন বক্তাই এই প্ৰবাদপ্ৰতীম অশীতিপৰ বৃদ্ধৰ বিষয়ে ক'লে, যি এই সময়তো দেহে-মনে অতি সক্ৰিয় হৈ আছে। প্ৰেছিডেন্সী কলেজৰ ইতিহাসৰ অধ্যাপক ডব্লিউ এ মামুদে তথাপি তেওঁৰ আসন্ন মৃত্যু ভয়ত আবেগ কম্পিত কণ্ঠেৰে ক'লে— যিদিনা অধ্যাপক মুখাৰ্জী আমাৰ মাজত নাথাকিব, তেতিয়া এই কলকাতা 'Never be the same again' তেওঁ এই কথাও উদাত্ত কণ্ঠেৰে ক'লে— 'কোনো পুৰস্কাৰেই কিন্তু অধ্যাপক মুখাৰ্জীক তেওঁৰ বৰ্তমান আসনতকৈ এক চুলিও উৰ্ধ্বলৈ উঠাব নোৱাৰে। ফৰাচী ভাষাত বিশুদ্ধ পণ্ডিত স্বনামধন্য কবি অৰুণ মিত্ৰই ক'লে— ত্ৰিশৰ দশকৰ পৰাই তেওঁৰ লগত হীৰেণ মুখাৰ্জীৰ সম্পৰ্ক, নানা মতভেদ সত্বেও হৃদয়ৰ সম্পৰ্ক সদায়ে অটুট আছে। 'পৰিচয়' পত্ৰিকাৰ সম্পাদনাৰ স'তে ঘনিষ্ঠভাৱে জড়িত থকা এই বহুমুখী প্ৰতিভাৰ মানুহজন সম্পৰ্কে 'পৰিচয়' গোষ্ঠীৰ কবি সিদ্ধেশ্বৰ সেনে জ্ঞানপীঠ পুৰস্কাৰ বিজেতা প্ৰয়াত কবি বিষ্ণু দে'ৰ লগত অধ্যাপক মুখাৰ্জীৰ ঘনিষ্ঠতাৰ কথা স্মৰণ কৰি বিষ্ণু দে'ৰ প্ৰাসংগিক কবিতা এটা আবৃত্তি কৰি শুনালে। কলকাতা বিশ্ববিদ্যালয়ৰ ভূতপূৰ্ব ভাইচ চেঞ্চেলৰ সন্তোষ ভট্টাচাৰ্যই গৰ্বাচেভ আৰু চীন সম্পৰ্কে লিখা অধ্যাপক হীৰেণ মুখাৰ্জীৰ প্ৰবন্ধৰ মতৰ লগত তেওঁৰ মতৰ মিলৰ কথা কৈ গৌৰৱবোধ কৰিলে। কবি মনীন্দ্ৰ ৰায়ে ক'লে যে তেওঁ নিজেই বৃদ্ধ আৰু অসুস্থ তথাপি এই সম্বৰ্ধনা সভালৈ নাহি নোৱাৰিলে এই কাৰণেই যে অধ্যাপক মুখাৰ্জীৰ তেৱেঁই বোধহয় শেষ জীৱিত ছাত্ৰ। কবি আৰু পণ্ডিত কৃষ্ণ ধৰে অধ্যাপক মুখাৰ্জীৰ বহুমুখী প্ৰতিভাৰ কথা উল্লেখ কৰি কিছু কথা ক'লে। এসময়ৰ সুৰেন্দ্ৰ নাথ কলেজৰ অধ্যাপক হীৰেণ মুখোপাধ্যাই আজীৱন এজন কমিউনিষ্ট কৰ্মী হৈ থাকিল। নানা স্বপ্নভংগৰ বেদনাৰ মাজতো তেওঁ কমিউনিষ্ট আদৰ্শৰ পৰা এদিনো বিচ্যুত নহ'ল। তেওঁৰ সুদীৰ্ঘ পাঁচিশ বছৰ পাৰ্লিয়ামেণ্টৰিয়ান জীৱনত পণ্ডিত জৱাহৰলাল নেহৰুৱে ৰাজনৈতিক মত পাৰ্থক্য থকা সত্বেও হীৰেণ মুখাৰ্জীক সদায়ে প্ৰশংসা আৰু শ্ৰদ্ধাৰ চকুৰে চাইছিল। বৰ্তমান পশ্চিমবংগৰ গৱৰ্ণৰ নুৰুল হাছান যেতিয়া কেন্দ্ৰীয় শিক্ষামন্ত্ৰী আছিল, তেতিয়া হেনো হীৰেণ মুখাৰ্জীয়ে শিক্ষানীতি লৈ চৰকাৰক সংসদত তীব্ৰ সমালোচনা কৰাত নুৰুল হাছানে থিয় হৈ তেওঁক অভিনন্দন জনাই হাঁহি মাৰি কৈছিল— 'Some of us here are prof. Mukherjee's students and we have still a soft corner for him.' বক্তা হিচাপে হীৰেণ মুখাৰ্জী হেনো অতুলনীয়। ইংৰাজী ভাষাত তেওঁৰ অপূৰ্ব বক্তৃতা সকলোৱে হেনো মুগ্ধ হৈ শুনিছিল। বাংলা পদ্যতো তেওঁৰ পাৰদৰ্শিতা সৰ্বজনবিদিত। তেওঁৰ গদ্য ৰচনাৰ বাবে পশ্চিমবংগ চৰকাৰে তেওঁক 'বিদ্যাসাগৰ' পুৰস্কাৰ দিছিল। তেওঁৰ 'তৰী হ'তে তীৰ' নামৰ আত্মজীৱনীখন সৰ্বজন সমাদৃত। তেওঁৰ ইংৰাজী বা বাংলা বক্তৃতাৰ এক বৈশিষ্ট্য হ'ল প্ৰখৰ ৰসবোধ। নানা ধেমালি-ধুমুলাৰ মাজেৰে তেওঁ কঠিন বিষয়ৰ অৱতাৰণা কৰে। এজন মানুহেই ইংৰাজীত গ্ৰীক ইতিহাস লিখা, কবিতাৰ পুথি সংকলন কৰা, প্ৰগতিশীল লেখক

গোষ্ঠীৰ সক্ৰিয় কৰ্মী হোৱা, সাংবাদিকতা কৰা, কমিউনিষ্ট দল সংগঠন কৰা, গ্ৰন্থ ৰচনা কৰা, এম পি হিচাপে সুদীৰ্ঘ কাল কাম কৰা, এনেকি চিনেমা ৱাকাৰ্ছ ইউনিয়নৰো প্ৰেছিডেণ্ট হৈ কাম চলোৱা সঁচায়ে (এতিয়াও হেনো তেওঁ সেই ইউনিয়নৰ কৰ্মী) অতি বিৰল ঘটনা।

এতিয়াও তেওঁৰ স্মৃতিশক্তি ক্ষুৰধাৰ, এতিয়াও তেওঁ বিভিন্ন বিশ্বৰ ঘটনাৰাজি সম্পৰ্কে, ভাৰতৰ ৰাজনৈতিক সমস্যা সম্পৰ্কে, সুচিন্তিত প্ৰবন্ধৰাজি লিখি আছে। ডব্লিউ এ মামুদেই বোধহয় ক'লে— 'A gentle colossus' ৰাজনীতিবিদ, চিন্তাবিদ, ঐতিহাসিক এই হেন অধ্যাপক মুখাৰ্জী যেন জীৱনৰ শেষ দিনকেইটাত সুখে-সন্তোষে থাকে।'

শেষত অধ্যাপক মুখাৰ্জীৰ ভাষণৰ সময় অহাত তেওঁ ফুলৰ পাহাৰৰ পৰা মুখ উলিয়াই ক'লে— 'কেৱল ফুলৰ বেৰৰ বাবেই নহয়, আজিকালিৰ নিয়মতে অডিটৰিয়াম অন্ধকাৰ কৰি ৰখাই মই শ্ৰোতাসকলক দেখা নাই। আগতে কিন্তু সন্মুখত শ্ৰোতা নেদেখিলে আমাৰ মুখত বক্তৃতাই নোলাইছিল। অৱশ্যে মহাভাৰত-ৰামায়ণৰ যুগত শব্দভেদী বান থকাৰ দৰে এতিয়া এই কৰ্ণভেদী যন্ত্ৰটো (মাইক) ওলোৱাৰ ফলত দৰ্শকে যে শুনিবলৈ পায় সেই বিষয়ে নিশ্চিত হওঁ,' ধেমেলীয়া সুৰত সেই কথাখিনি কৈ অধ্যাপক মুখাৰ্জীয়ে পাণ্ডিত্যপূৰ্ণ অথচ সকলোৰে বোধগম্য এনে এটা ভাষণ দিলে যে মই অভিভূত হৈ ভাবিলো— এই অসাধাৰণ মানুহজনৰ বক্তৃতাৰ কিয় ইমান সুনাম এতিয়াহে বুলি পালো। বক্তৃতাৰ শেষত তেওঁ ক'লে— 'মোক আপোনালোকে সুখত থাকিবলৈ কৈছে, শান্তিত থাকিবলৈ কৈছে, কিন্তু মই কেনেকৈ সুখ-শান্তিত থাকো? পৃথিৱীব্যাপী আজি যি দুৰ্যোগ চলিছে, ভাৰতবৰ্ষত যি হিংসা আৰু সন্ত্ৰাসৰ ৰাজত্ব চলিছে, তাৰ পাছত কোনোবা সুখ-শান্তিত থাকিব পাৰে? পদ্মবিভূষণ সম্পৰ্কে ক'লে— 'মোক এই পদৱী দিছে হেনো মোৰ Public Service-ৰ বাবে। অৰ্থাৎ ভাৰত চৰকাৰে এজন কমিউনিষ্টক সেই মতাদৰ্শৰে কৰা কাম-কাজৰ স্বীকৃতি দিবলৈ বাধ্য হৈছে। ই এক ডাঙৰ বিজয় আৰু এজন আজীৱন কমিউনিষ্ট কৰ্মী হিচাপেই মই এই বিজয়ৰ সন্মান গ্ৰহণ কৰিছোঁ।'

**পুনশ্চঃখণ্ড ঃ** এইটো নিৰ্বাচনৰ বতৰ। এতিয়া পোষ্টাৰেৰে দেৱাল ভৰি যোৱাৰ সময়, মই যিহেতু এগৰাকী বঙালী বিশিষ্ট ব্যক্তিৰ কথা লিখিছোঁ, গতিকে পাঠকৰ মনোৰঞ্জনৰ বাবে কলকাতাত হোৱা পোষ্টাৰৰ খেলিমেলিৰ দুটা আমোদজনক কাহিনীৰেই মধুৰেণ সমাপ্তি কৰো। এই খেলিমেলি হ'ল চিনেমা আৰু নিৰ্বাচনৰ পোষ্টাৰ। ইটোৰ গাতে সিটো লগাকৈ মৰাৰ ফলত হোৱা বিভ্ৰান্তিৰ মজাৰ কাহিনী— (ক) উৎপল দত্তৰ 'মা' মমতা বেনাৰ্জীকে ভোট দিয়ে জয়যুক্ত কৰুন। (খ) অঞ্জন চৌধুৰীৰ 'শত্ৰু' ভোলা সেনকে পৰাস্ত কৰুন।

— ২০০৪



# 'কেতেকী'য়ে বিনায়ে থাকিবনে?

এইখন অসম ৰাজ্যত 'কেতেকী'ৰ বিননি বন্ধ হোৱাৰ বোধহয় কোনো আশা নাই। কাৰণ এইখন এনে এখন ঠাই য'ত মানুহবোৰ যেন কেৱল আবেগতে উটি-ভাহি থাকে, সত্য বা যুক্তি-তথ্যৰ বিশেষ প্ৰয়োজনবোধ নকৰে। উপৰুৱা মতাদৰ্শ, অধ্যয়নশীলতা, সচেতনতাবোধৰ অভাৱে অসমক ক্ৰমে পিছুৱাই লৈ গৈছে আছে, আগবঢ়াৰ কোনো লক্ষণেই যেন আমাৰ চকুত পৰা নাই।

ওপৰৰ এই কথাখিনি যদিও নানা ক্ষেত্ৰতে প্ৰযোজ্য, তথাপি আজি ঘাইকৈ দুটা গানৰ সন্দৰ্ভত পাতনি হিচাপেহে লিখিলোঁ আৰু আমোদজনক কথাটো হ'ল এয়ে যে দুয়োটা গানেই বিষ্ণু ৰাভাৰ নামত চলাব খুজি বিষ্ণু ৰাভাক কিন্তু মহীয়ান কৰি তোলা হোৱা নাই, তেওঁৰ যিকেইটা গান আমাৰ হৃদয়ত যুগমীয়া হৈ ৰ'ব লাগে সি ৰ'লেই, অতিৰিক্তভাৱে মিছাকৈ তেওঁৰ নামত আনে লিখা আৰু সুৰাৰোপিত কৰা গান প্ৰচাৰ কৰি তেওঁৰ কৃতিত্ব বৃদ্ধি কৰাতো নহয় বৰং আমনিদায়ক বিতৰ্কৰহে সৃষ্টি কৰে; আমনিদায়ক এইবুলি কৈছোঁ যে সূৰ্যৰ পুবে উঠা পশ্চিমে মাৰ যোৱা সত্য এটাকো যেতিয়া বিতৰ্কৰ মাজলৈ টানি আনে, তেতিয়া সি সঁচায়ে বিৰক্তিদায়ক হৈ পৰে।

ড° ভূপেন হাজৰিকাই 'অগ্নিযুগৰ ফিৰিঙতি মই' গানটো লিখি সুৰ দিছিল বুলি অসমৰ সকলো শিশুৱেও উপজিয়েই ক'ব পাৰিব (মই এই অতিৰঞ্জনৰ ব্যঞ্জনাটো তাহানিৰ অসম আন্দোলনৰ এগৰাকী উগ্ৰ, আবেগিক সমৰ্থকৰ পৰা ধাৰ কৰিলো, সেইগৰাকী কলেজ শিক্ষক আত্মীয়ই মোক

তেতিয়া আৱেগৰ গদ গদ কণ্ঠেৰে কৈছিল— জেঠাই, এতিয়া অসমৰ প্ৰত্যেক শিশু ওপজাৰ পাছত প্ৰথম মাতটো 'মা' বুলি নোলাব, প্ৰফুল্ল মহন্ত বুলিহে ওলাব।) কিন্তু অসম চৰকাৰৰ প্ৰচাৰত থকা সাংস্কৃতিক জনসংযোগ বিভাগ তেনে এক শিশুতকৈও অপৈণত মনৰ অধিকাৰী, নহ'লেনো তেওঁলোকে 'অগ্নিযুগৰ ফিৰিঙতি মই নতুন অসম গঢ়িম' (আমাৰ যৌৱন কালত সেইটো গানৰ 'অসম'টোক আমি 'ভাৰত' বুলিহে গাইছিলো) নামৰ গানটো কাৰ ৰচনা চাবলৈ পুথি-পাঁজিহে মেলিব লাগেনে? ইমানেই অমাৰ্জনীয়ভাৱে অজ্ঞনে তেওঁলোক?

বিষ্ণু ৰাভাৰ নামত যেনিবা অসমৰ এচাম নিৰ্বোধ বিষয়াইহে ভূপেন হাজৰিকাৰ গানটো চলাব খুজিছিল, আন এটা গান 'বৈ বৈ কেতেকী বিনাব' নামৰ কমলানন্দ ভট্টাচাৰ্যৰ গানটোও যে ৰাইজে এতিয়াও বিষ্ণু ৰাভাৰ বুলি ভাবি আছে সেইটোহে অতি পৰিতাপৰ কথা। আনকি এইবাৰ ২০ জুনত বিষ্ণু ৰাভা দিবসতো সেই গানটো তেওঁৰেই বুলি গোৱা হ'ল। অথচ ২০০০ চনত 'বিলত তিৰে বিৰাই পদুমৰ পাহিঐ' নামৰ কমলানন্দ ভট্টাচাৰ্যৰ যিটো কেছেট ওলাইছিল, তাত এই 'বৈ-বৈ কেতেকী বিনাব' গানটোও সন্নিবিষ্ট কৰা হৈছিল। সেই গানটোৰ কথালৈ যোৱাৰ আগতে আটকধুনীয়া কেছেটটোৰ কথাকে কৈ লওঁ।

আৰ ছিৰিজ মিউজিকৰ নিবেদন 'পাহৰা দিনৰ গীত'ৰ Vol.-1 কেছেটটোৰ নিৰ্বাচন আৰু সংগ্ৰহ হীৰেন ভট্টাচাৰ্যৰ আৰু তাত সংগীত দিয়া ৰমেন চৌধুৰীৰ আঠোটা গীত সন্নিবিষ্ট কেছেটটোত গানবোৰ গাইছে জুবিন গাৰ্গ, অনিন্দিতা পাল, দিলীপ দাস, মধুস্মিতা ভট্টাচাৰ্য, প্ৰাঞ্জল হাজৰিকা আৰু প্ৰজ্ঞান বৰুৱাই। কেছেটটো মেৰাই থোৱা কাগজৰ এটা পিঠিত কমলানন্দৰ পৰিচয়, জ্ঞাপক এইখিনি কথা লিখা আছে— 'জন্ম ১৮৯৪, মৃত্যু ১৯৫১ চন। অসমীয়া গীতৰ আধুনিকতাৰ বা-বলাৰ পৰৰ কথা। ...এদিন অসমীয়া গায়ন এজনে গোৱা গীত শুনি ৰসৰাজ বেজবৰুৱাই সুধিছিল— 'এইটি কাৰ ৰচনা?' কমলানন্দ ভট্টাচাৰ্যৰ গীতৰ পুথি 'বাউলী'ত (প্ৰকাশ ১৯২৮ চন) এই গানটি দেখি তেওঁ 'বাঁহী'ত লিখিছিল— 'আমি ডাঠি ক'ব পাৰোঁ যে যদি এই গানটোকে ৰচনা কৰি হাত সাবটি বহি থাকিলেহেঁতেন, তেনেহ'লেও অসমীয়াই তেওঁক পাহৰিব নোৱাৰিলেহেঁতেন (বাঁহী ১৮শ বছৰ ১২শ সংখ্যা ১৮৫১ শক, ১৯২৯ চন)। 'বাউলী'ৰ কথা আৰু সুৰৰ মূৰ্চ্ছনাই সেই সময়ৰ অসমীয়া শ্ৰোতাৰ মন এক বিষাদময় আনন্দৰ আৱেশেৰে বিহ্বল কৰি তুলিছিল।' এই গীতটি 'বিলত তিৰে বিৰাই'টো বুলি বুজা যায়।

**এইবাৰ হীৰেন ভট্টাচাৰ্যৰ কথাখিনি উদ্ধৃত কৰোঁ:**

'বিলত তিৰে বিৰাই পদুমৰ পাহি ঐ'... বাউলী কবিৰ এই গীতৰ শুৱলা সুৰেই কবি গণেশ গগৈৰ মনোজগতত জন্ম দিছিল 'পাপৰি'ৰ দৰে এটি প্ৰেমৰ কবিতাৰ। একাধাৰে কবি-নাট্যকাৰ আৰু সংগীত ৰচয়িতা স্বৰ্গীয় কমলানন্দ ভট্টাচাৰ্যৰ সেই প্ৰাণপৰশা বিনন্দীয়া সুৰ পাহৰণিৰ পৰা বুটলি আনি তেওঁৰ আঠোটা বাছকবনীয়া গীতৰ এই সংকলনটি আমি বৰ হেঁপাহেৰে নতুন প্ৰজন্মলৈ আগবঢ়ালোঁ। ১০ ফেব্ৰুৱাৰী ২০০০। হীৰেন ভট্টাচাৰ্য।'

আমাৰ বাল্যকালত 'বিলত তিৰে বিৰাই পদুমৰ পাহি ঐ' গানটো বৰ জনপ্ৰিয় আছিল। কিন্তু সেই সৰুকালত সেইটো কাৰ গান কি কথা একোকে নাজানিছিলো। স্বীকাৰ কৰোঁ যে কমলানন্দৰ গানৰ এই কেছেটটো নোলোৱা পৰ্যন্ত সিদিনালৈকেও সেই কথা জনা নাছিলো। 'বৈ বৈ কেতেকী বিনাৱ অ' গানটোৰ কথা হ'লে জানিছিলো, অৱশ্যে ভুলকৈহে জানিছিলো, কাৰণ সেই গানটো বিষ্ণু ৰাভাৰ বুলি জানিছিলো।

ইয়াৰ পাছত মই 'সাদিন'ৰ পাততে বোধহয় গানটোৰ কথাৰে লেখা এটি লিখিছিলো— এই কেছেটটোত সেইটো কমলানন্দৰহে গীত বুলি লিখা থকা কথা। তাৰ পাছত এটা বিতৰ্ক হোৱাৰ দৰেই হৈছিল— গানটো সঁচায়ে কমলানন্দ ভট্টাচাৰ্যৰ গান নে বিষ্ণু ৰাভাৰ গান। এজনেতো মোক এনে কথাও সুধিছিল যে কমলাকান্ত ভট্টাচাৰ্যৰ নামটো মই ভুলতে কমলানন্দ বুলি লিখা নাইতো। শেষত সেই বিতৰ্কত ভাগ লৈ 'আজি'ৰ পাততে বোধহয় নৱকান্ত বৰুৱায়ো লেখা এটা লিখিলে। তেওঁ লিখিলে যে ১৯৩৭ চন মানত তেওঁলোকৰ বাল্যকালত স্বয়ং কমলানন্দ ভট্টাচাৰ্যই তেওঁলোকক নিজৰ সেই কেতেকী বিনোৱা গানটো শিকাইছিল। গানটো কমলানন্দৰে, কাৰোবাৰ কিবা ভুলৰ বাবে গানটো বিষ্ণু ৰাভাৰ বুলি প্ৰচাৰিত হৈছে। ৰাভা আছিল বোহেমিয়ান স্বভাৱৰ মানুহ, নিজৰ লেখাবোৰৰে হেনো তেওঁ খবৰ নাৰাখিছিল, ক'ত কি লেখা পেলাই থৈ আহে খবৰেই নাথাকে। তেওঁ হয়তো তেতিয়া ক'ৰবাত কিবাকৈ পাই 'বৈ বৈ কেতেকী বিনাৱ'ৰ ৰেকৰ্ড কৰাইছিল আৰু তেনেকৈয়ে গানটো তেওঁৰেই বুলি প্ৰচলিত হৈ গ'ল।

নৱকান্ত বৰুৱাই তেওঁৰ লেখাটোত কমলানন্দ ভট্টাচাৰ্যৰ বিষয়ে আৰু বহুত কথাই লিখিছিল। এজন অতি সংস্কৃতিবান মানুহ আছিল এই আটিক ধুনীয়া গানবোৰৰ ৰচক আৰু সুৰকাৰজন। তেওঁৰ পদূলিত হেনো দুশাৰী কাঞ্চন ফুলৰ গছ আছিল (নৱকান্ত বৰুৱাৰ লেখাটোৰ নাম 'কাঞ্চন আৰু কেতেকী' আছিল বুলি মনত পৰে), তেওঁ হেনো ঘৰৰ বিয়াবোৰত সেই কাঞ্চনৰ পত্ৰালিকাতে বিয়াৰ নিমন্ত্ৰণীপত্ৰ লিখি বিলাইছিল। মুঠতে তেওঁৰ কবিত্বপূৰ্ণ গানবোৰৰ দৰেই, এই বাউলী কবিয়ে কবিতা কবিতা লগা জীৱন এটাও যাপন কৰিছিল।

ইয়াৰ পাছত কমলানন্দ ভট্টাচাৰ্যৰ সুযোগ্য পুত্ৰ সুৰসাধক বিবেকানন্দ ভট্টাচাৰ্যৰ চিঠি এখনো ক'ৰবাত পঢ়া মনত পৰে। য'ত তেওঁ ক্ষোভেৰে এই কথা লিখিছিল যে আগতেও তেওঁ সেই গানটো যে দেউতাক কমলানন্দ ভট্টাচাৰ্যৰ গান সেই কথা লিখিছিল, তথাপি এই ভুল প্ৰচলিত হৈ থাকিল আৰু গানটো বিষ্ণু ৰাভাৰ নামতে চলি থাকিল।

এইখিনি সময়তে বিষ্ণু ৰাভাৰ পুত্ৰ হেমৰাজ ৰাভাই দেউতাকৰ কেইটামান গান

বঙালীত অনুবাদ কৰি 'লগ্ন' নাম দি কেছেট এটা উলিয়াইছিল, তাতো এই গানটো সন্নিবিষ্ট কৰিছিল, গানটো বাংলা অনুবাদ কৰি এনেদৰে জীয়েক ভাগৰী ৰাভাৰ হতুৱাই গোৱাইছিল— 'থেকে থেকে পাপিয়া কাঁদে...।'

পিছে আমি কেইজনমানে নানা লেখা-মেলা কৰি শেষত এই অনুমান কৰিছিলো যে 'বৈ বৈ কেতেকী বিনাব' গানটো এতিয়া কমলানন্দ ভট্টাচাৰ্যৰ বুলি ৰাইজে প্ৰমাণ পালে। পিছে সখেদে দেখিছিলো যে ৰাইজে তথাপি সেইটো বিষ্ণু ৰাভাৰ গান বুলি ভাবি আছে। তাৰ পাছত মই আকৌ 'আজি' বাতৰি কাকতত এটা লেখা লিখিছিলো, শিৰোনামটো আছিল— 'কেতেকীয়ে নিবিনাব কিয়'। ইমানৰ পাছতো গানটোৰ বিষয়ে অসমৰ ৰাইজে ভুল ধাৰণা কৰি থাকিলে কেতেকীয়েতো বিনাবই— মই লিখিছিলো।

পিছে এতিয়াও এই সত্য মানুহে নাজানে, কিন্তু আমি মানুহক জনাবই লাগিব। অসমীয়া গানৰ বিষয়ে প্ৰচলিত হৈ থকা আৰু দুই-এটা ভুল ধাৰণাও মানুহে আঁতৰ কৰি সত্যক প্ৰতিভাত কৰিব লাগিব। মই এনে আৰু দুটা ভুলৰ কথা উনুকিয়াব খোজোঁ, বাবুল দাস সম্পাদিক 'পঞ্চাশ বছৰৰ অসমীয়া বোলছবিৰ গীতৰ সংকলন'ত সোণালী মেঘৰ ৰথে দিন মোৰ লৈ যায়'— এই কথাফাঁকিৰে আৰম্ভ হোৱা অপূৰ্ব গীতটো ব্ৰজেন বৰুৱাৰ দ্বাৰা ৰচিত বুলি লিপিবদ্ধ হৈছে, আচলতে সেইটো কিন্তু অজিত বৰুৱাইহে লিখিছিল। এই গানটো দ্বিবন বৰুৱাৰ পৰিচালিত বোলছবি 'মন আৰু মৰম'ত ব্ৰজেন বৰুৱাৰ বুলি লিখা হৈছে। কিন্তু 'কিছুমান গান আৰু পদ্য' নামৰ অজিত বৰুৱাৰ কিতাপখনত বৰুৱাই তেওঁৰ সেই গানবোৰ সন্দৰ্ভত লিখিছে— 'সেইবোৰ যেতিয়া গোৱা হৈছিল সেইবোৰ ঠাই বিশেষে অন্যৰ নামতো চলিছিল। এসময়ত যদিও আছিল এতিয়া সেইবোৰ ময়ে লিখা বুলি প্ৰমাণ কৰাৰ কোনো ব্যৱহাৰিক প্ৰয়োজন নাই। কিন্তু ময়ে সেইবিলাক লিখিছিলো— এক অজান দুৰ্বলতাৰ বশৱৰ্তী হৈ সেই কথা লিপিবদ্ধ কৰি থৈ গ'লো।'

বাবুল দাস সম্পাদিত সেই গ্ৰন্থখনত তেওঁ সেই কথাও ভুলকৈ লিখি থৈ গৈছে যে 'তেজৰে কমলাপতি পৰভাত নিন্দ' শংকৰদেৱৰ ৰচনা, আচলতে কিন্তু মাধৱদেৱৰহে।

আন এটা গান হ'ল— 'কণমান মৰশীৰে ছিপ...' এই বাক্যটোৰে আৰম্ভ হোৱা গীতৰ ৰচয়িতা নিৰ্মলপ্ৰভা বৰদলৈ বুলি কোনোবাই লিখিছে, আচলতে 'মেলি দিলো মন ডিঙাৰে পাল...' গানটোৰ ৰচক প্ৰয়াত জয়ন্ত বৰুৱাইহে এই গানটো লিখিছে।

সিদিনা মোক এগৰাকী বন্ধুৱে ক'লে যে কেশৱ মহন্তৰ দ্বাৰা ৰচিত এটা গান লক্ষ্যহীৰা দাসে লিখা বুলি ক'ৰবাত লিপিবদ্ধ হৈ আছে; কেশৱ মহন্তই নিজেই বোলে বন্ধুগৰাকীক সেই কথাটো কৈছে।

এই সকলোকেইটা গানেই অতি জনপ্ৰিয়। গতিকে গানকেইটাৰ ৰচয়িতা আৰু সুৰদাতাসকলক এই অন্যায়ৰ পৰা উদ্ধাৰ কৰাৰ এটা উপায় হিচাপে বোধহয় গায়ক-গায়িকাসকলে গানবোৰ গোৱাৰ আগতে সেইবোৰৰ ৰচক আৰু সুৰকাৰৰ নামবোৰো কৈ লোৱা উচিত হ'ব।

এই ভুলবোৰ যদি চলি থাকে (আৰু এনে কত ভুল হৈ আছে), অসমৰ ৰাইজ যদি সচেতন নহয়— 'কেতেকী'য়ে কিন্তু সদায়ে বিনাই থাকিব; মই অসমী আইকে ইয়াত প্ৰতীকী ৰূপত 'কেতেকী' আখ্যা দিছোঁ।

— ২০০৪



# এটা কবিতাৰ আঁত ধৰি

ক'ৰবাত বোমা বিস্ফোৰণৰ ঘটনা সংঘটিত হ'লেই মোৰ মনলৈ আহি যায় অসম আন্দোলনৰ সময়ত ফটাশিল আমবাৰীত হোৱা ভয়ংকৰ বিস্ফোৰণটোলৈ; সেইখন বঙালীপ্ৰধান ঠাই আছিল বাবে 'অহিংস' 'গান্ধীবাদী' আন্দোলনটোৰ এচামে বঙালীবোৰক মাৰিবলৈকে সেই বিস্ফোৰণ ঘটাইছিল, কিন্তু উলুৰ লগত বগৰী পোৰা যোৱাৰ দৰে বহুতকেইজন নিৰীহ অসমীয়া মানুহৰো তাত বীভৎসভাৱে মৃত্যু ঘটিছিল। তেতিয়া মই 'সাপ্তাহিক জনজীৱন'ত চাকৰি কৰিছিলো আৰু মোৰ সহকৰ্মী কেইগৰাকীমানৰ লগত সেই ঠাইলৈ গৈ জীৱনত প্ৰথমবাৰৰ বাবে বোমা বিস্ফোৰণৰ নৃশংস, অমানৱীয় ফল প্ৰত্যক্ষ কৰিছিলো। মোৰ এই অভিজ্ঞতাৰ কথা 'বিশ্বাস আৰু সংশয়ৰ মাজেদি' নামৰ আত্মকথাত লিপিবদ্ধ কৰিছো আৰু ঘটনাটোৰ আলমত 'উৎসৱ' আৰু 'এখন অনিৰ্বচনীয় ছবি' নামৰ দুটা গল্পও লিখিছিলো। 'উৎসৱ'ত সেই বিস্ফোৰণত নিহত হোৱা দুজন সন্তানৰ দুগৰাকী মাতৃৰ— বঙালী মাতৃ আৰু অসমীয়া মাতৃৰ বেদনা বৰ্ণোৱাৰ চেষ্টা কৰিছিলো। সন্তান হেৰুওৱা সকলো মাতৃৰ দুখ একেই— সি বঙালীয়ে হওক অসমীয়াই হওক বা যিকোনো জাতিৰ, যিকোনো ভাষাৰ মাতৃয়ে নহওক কিয়। একেদৰে আলফা মাতৃয়েই হওক বা আলফাবিৰোধী মাতৃয়েই হওক সন্তান হেৰুওৱাৰ বেদনা সকলোৰে একেই।

যোৱা ২৩ আগষ্টৰ 'অসমীয়া প্ৰতিদিন' কাকতত প্ৰকাশ হোৱা অনুপমা দত্ত শইকীয়াৰ 'পৰেশ বৰুৱা সমীপেষু' নামৰ হৃদয় চুই যোৱা কবিতাটো পঢ়ি মোৰ আজি প্ৰায় চৌবিশ বছৰৰ আগৰ ফটাশিল-আমবাৰীৰ

সেই ঘটনাৱাজি গভীৰ বেদনাৰে পুনৰ মনলৈ আহি গ'ল। তেতিয়া তাত বিস্ফোৰণ ঘটোৱা সন্ত্রাসবাদীৰ প্রতি মোৰ মনত যি প্রশ্ন জাগিছিল তাৰ যেন আজি অনুপমাৰ কবিতাৰ এইবাৰ কথাত পুনৰ প্রতিধ্বনি শুনিবলৈ পাওঁ— 'মোৰ প্রশ্নটো হ'ল— সেইদিনা যে ধেমাজিত দুৰ্ভগীয়া পিতা-মাতাসকলৰ সন্তান এগালক থুকুচি পেলালে/সিহঁতৰ নুমাই যোৱা চকুবোৰ আপুনি জুমি চাইছিলনে বাৰু?/কোনোবাটোৰ চকুত আছিলেই কিজানিবা/আপোনাৰ নিষ্পাপ সন্তানবো/অবিকল প্রতিবিম্ব...'। হয়, ইয়াৰ ধেমাজি শব্দটো আঁতৰাই (যি ধেমাজিত যোৱা ১৫ আগষ্টত আলফাই বোমা বিস্ফোৰণ ঘটাই পোন্ধৰ জন মান শিশুক হত্যা কৰিছিল।) ফটাশিল আমবাৰী দিলেই হ'ল, অথবা ২২ আগষ্টত একেদৰে বোমা বিস্ফোৰণ হোৱা ঢাকা... বা পৃথিৱীৰ অন্যান্য ঠাই য'ত এনেকৈ সন্ত্রাসবাদীৰ বোমা বিস্ফোৰণত নিহত হৈছে অসংখ্য নিৰীহ মানুহ— শিশু, নাৰী, যুৱা, বৃদ্ধ...। অনুপমাই ঠিকেই লিখিছে— পৰেশ বৰুৱাৰো সন্তান আছে আৰু বালিলৈ যি শৰ সুগ্রীৱলৈও একেই শৰ সেই কথা যেন তেওঁ পাহৰি নাযায়।

আজি চৌৰিশ বছৰমান আগৰ পৰাই আলফাই অসমক স্বাধীন কৰাৰ নামত 'দখলদাৰী' ভাৰতীয় সৈন্যক যিমান হত্যা কৰিছে তাতকৈ বেছি হত্যা কৰিছে তেওঁলোকৰ সেই ভবিষ্যতৰ 'স্বাধীন অসম'ৰ বাসিন্দা হ'বলগীয়া অসমৰ নাগৰিককহে— ইয়াতকৈ প্রহসনৰ কথা আৰু কিবা হ'ব পাৰেনে? আমাৰ ভাৰতীয় সেনাৰ লগত হয়, আমাৰ বুলিয়ে কৈছোঁ, কেতিয়াও 'দখলদাৰী' বুলি নকওঁ, কাৰণ আমি ভাৰতীয় আৰু ভাৰতবৰ্ষৰ ৰক্ষাৰ বাবে এওঁলোকেই যুদ্ধ কৰি আহিছে, প্রাণ আহুতি দি আহিছে, কাৰ্গিলৰ যুদ্ধৰ কথা আমি নিশ্চয় পাহৰি যোৱা নাই। হয়, আমাৰ অসমত যি ৰাষ্ট্রসন্ত্রাস চলি আছে তাৰ ভূমিকাত আছে কিছু বৰ্বৰ সৈন্যও, আমাৰ ডেকাসকলক হত্যা কৰিছে, মাৰি-পিটি কোঙা কৰি দিছে, মহিলাৰ শ্লীলতা হানি কৰিছে। কিন্তু বহুতৰ দৰে মই অসমত ৰাষ্ট্রসন্ত্রাসকে প্রধান জগৰীয়া বুলি নাভাবো, অসমত (সকলো ঠাইতে নহ'ব পাৰে) উগ্রপন্থীৰ সন্ত্রাস অৰ্থাৎ ব্যক্তি সন্ত্রাসৰ বাবেহে ৰাষ্ট্রসন্ত্রাসৰ আমদানি হৈছে। আনহাতে মই সৈন্যসকলৰ নানা ধৰণৰ সাহায্যৰ কথাও পাহৰি নাযাওঁ— এইবাৰ বানপানীৰ দুৰ্গতি ৰাইজক এওঁলোকে নানা ধৰণে সহায় কৰা নাইনে? আলফা হ'লে প্রত্যক্ষ সংগ্রামত কেতিয়াও অৱতীৰ্ণ হোৱা নাই, হ'বনো কিয়, চল্লিশ লাখমান সুশিক্ষিত, বিশ্বৰ ভিতৰতে শীৰ্ষস্থানবোৰৰ এটা স্থান অধিকাৰ কৰি থকা সেই সৈন্যৰ লগত আমাৰ কেইশ মান (বা হেজাৰ বুলিয়ে কওঁ) আলফাই যুঁজি পাৰ পাবনে, হেজাৰ গেৰিলা যুদ্ধ নকৰক কিয়!' তেওঁলোকে যে সামান্যতম সফলতাও লাভ কৰা নাই, তাৰ প্রমাণ হৈ গৈছে অসমৰ এক ইঞ্চিমান মাটিও দখল কৰিব নোৱাৰা কথাটোত— ফলেন পৰিচয়তে নহয় জানো? আনকি পশ্চিমবংগৰ নক্সালপন্থীসকলেও এডোখৰ মাটি অধিকাৰ কৰি ল'ব পাৰিছিল। আমাৰ এই নিৰীহ শিশুক বোমা দি হত্যা কৰাসকলে আকৌ

আশ্ৰয় লয়গৈ অন্য ৰাষ্ট্ৰত, ভূটানত আৰু তাৰ পাছত ভূটানৰ সৈন্যই তেওঁলোকক তাৰ পৰা মাৰি-কাটি উচ্ছেদ কৰিলে হায়ে-বিয়ে লগায় বোলে তেওঁলোকৰ নিৰীহ পৰিয়ালক, স্ত্ৰী-ভগ্নী-পুত্ৰ-কন্যাক সেই সৈন্যই হত্যা কৰিছে, অত্যাচাৰ কৰিছে। তেওঁলোকৰ সেই বিননিত আমাৰ ইয়াৰ দুই-এক বুদ্ধিজীৱীয়েও যোগ দিয়ে। তেওঁলোক ক্ৰোধান্বিত হোৱা সেই লেখা পঢ়ি তেতিয়া মই ভাবিছিলো— আলফা জানো ভূটানত 'দখলদাৰী' হৈ থকা নাছিল, তেওঁলোক জানো ভূটান চৰকাৰৰ সন্মতি সাপেক্ষে তাত শৰণাৰ্থী হৈ আছিল? হয়, আমি ইমান অমানৱতাবাদী নহওঁ যে তাত থকা আলফাৰ মহিলা আৰু শিশুৰ হত্যা বা আন নানা অত্যাচাৰত আমাৰ হৃদয় কঁপা নাছিল। কিন্তু তেওঁলোকৰ পৰিয়ালৰ বলিদানৰ বাবে আলফাই পৰোক্ষভাৱে দায়ী নহয় নে? যি বিপ্লৱীৰ নিজৰ জীৱনৰ কোনো নিশ্চয়তা নাই, যি বিপ্লৱীৰ 'দখলদাৰী' ভাৰতীয় সৈন্যৰ হাতত যিকোনো মুহূৰ্ততে প্ৰাণ যাব পাৰে, সেই বিপ্লৱীয়ে পৰিয়ালক নিঠৰুৱা কৰাৰ সম্ভাৱনা থকাতো সংসাৰ একোখন পাতি ল'ব লাগেনে, সন্তান জন্ম দিব লাগেনে— তাকো বিদেশী ৰাষ্ট্ৰত?

অৰবিন্দ ৰাজখোৱাই কৈছে— 'আমাক ভুল নুবুজিব।' মই পিছে তেওঁলোকক জন্মলগ্নৰে পৰা ভুল বুজা নাই। সেই সময়ত মই কলকাতাত থাকো। ভনী এজনীয়ে অসমৰ এটা 'ভাল খবৰ' দি চিঠি দিলে বোলে আলফা নামৰ এটা দলৰ জন্ম হৈছে যি অসমৰ দুষ্কৃতিকাৰীক শাস্তি দিয়ে— মৃত্যুদণ্ড পৰ্যন্তও দিয়ে আৰু সমাজসেৱাও কৰে। মোৰ কিন্তু লগে লগেই সেই 'ৰবীন হুড'সকলৰ আৱিৰ্ভাৱত গা চেবালে আৰু 'বুধবাৰ'ত প্ৰকাশ কৰিবলৈ সম্পাদক পৰাগ কুমাৰ দাসলৈ 'অসমৰ বেয়া খবৰ' বুলি চিঠি এখন লিখিলোঁ। স্বাধীন অসমৰ পোষকতা কৰা পৰাগ মোৰ পুত্ৰৰ লগত সৰুৰে পৰা এম চি এম ই স্কুলত পঢ়ি আহিছিল আৰু মোক তেওঁ 'মাহী' বুলি মাতিছিল (এই মেধাৱী, দেশপ্ৰেমিক কিন্তু পথভ্ৰষ্ট যুৱকজনৰ নিৰ্মম মৃত্যুৰ কথা ভাবিলে কিন্তু আজিও হৃদয় বিষায়)। মোৰ চিঠিখন তেওঁ প্ৰকাশ কৰিলে কিন্তু অলপ বেছি উগ্ৰ হোৱা বুলি ভবা অংশ মোৰ সন্মতি সাপেক্ষে কাটিলে। সেই চিঠিত মই আলফাৰ জন্মই অসমলৈ কি 'অশনি সংকেত' কঢ়িয়াই আনিছে তাৰ ভৱিষ্যদ্বাণী কৰিছিলো, আলফাৰ ফেচিষ্ট চৰিত্ৰৰো উল্লেখ কৰিছিলো।

তাৰ পাছত বহু বছৰ অতিক্ৰান্ত হ'ল আৰু আলফাক যে প্ৰথম দিনাৰ পৰাই ভুল বুজা নাছিলো, অৰ্থাৎ তেওঁলোকৰ মূল চৰিত্ৰতো যে নিৰ্দয় ঘাতক ফেচিষ্টৰ বাহিৰে আন একো নহয় তাক গ্ৰীটছেংকোৰ হত্যা, সঞ্জয় ঘোষৰ হত্যা, মানবেন্দ্ৰ শৰ্মাৰ হত্যা, কমলা শইকীয়াৰ হত্যা, ৰশ্মি বৰাৰ হত্যা আদি নানা হত্যাৰ দ্বাৰাই ভালকৈ গম পাইছিলো। অমুক বঁটা লল'ব অমুক চিনেমা নাচাব, স্বাধীনতা দিৱস-গণতন্ত্ৰ দিৱসত ভাগ নল'ব; মুঠতে অমুক নকৰিব, তমুক নকৰিব, এনেকুৱা হুকুম জাৰি কৰা, এনেকৈ মানুহৰ গণতান্ত্ৰিক অধিকাৰ, ব্যক্তি স্বাধীনতাৰ ডিঙি চেপি থ'ব খোজা আলফা ফেচিষ্ট নহয়নো কি?

এওঁলোকৰ সম্ভাব্য স্বাধীন অসমৰ কথাত আমাৰ মনত উদয় হোৱা নানা শংকাৰে অইন বহুতৰ (যদিও তেতিয়া গৰিষ্ঠসংখ্যকেই আলফাক বিশ্বাস আৰু ভয়ত ভজিছিল) লগতে ময়ো প্ৰশ্নবান নিক্ষেপ কৰি নানা লেখা অত বছৰে লিখি আহিছোঁ— গল্প, প্ৰবন্ধ, বাতৰি কাকতৰ পাতত, আলোচনীৰ পাতত, আনকি ঘাইকৈ তেওঁলোকক উপজীব্য কৰি লিখা মোৰ 'নিজৰ পৰা নিলগত' নামৰ উপন্যাসখনতো আলফাক এই প্ৰশ্নবোৰ কৰিছোঁ যাৰ ভিতৰত ঘাই প্ৰশ্নটো হ'ল— এই শক্তিশালী ভাৰতীয় সৈন্যবাহিনীক পৰাজিত কৰি তেওঁলোকে কেতিয়াবা অসমক স্বাধীন কৰিব পাৰিবনে?

কিন্তু আলফাই আমাৰ এই প্ৰশ্নবোৰৰ কোনোদিনেই কোনো উত্তৰতো নিদিলেই, বৰং তেওঁলোকৰ প্ৰচাৰ সচিবৰ দ্বাৰা চালেবেৰে কোবোৱা নানা বিভ্ৰান্তিকৰ বিবৃতি বাতৰি কাকতৰ যোগেদি প্ৰচাৰ কৰি থাকিল— যাৰ বহুততে প্ৰচ্ছন্ন ভীতি-প্ৰদৰ্শনকাৰী কথাও থাকিছিল।

পিছে তেওঁলোকে ইমান দিনে অসমক ক্ষতি কৰা নানা কাম-কাজৰ পাছত এইবাৰ চৰম ক্ষতিকাৰক ঘটনা ঘটালে— ধেমাজিত নিৰীহ ল'ৰা-ছোৱালীক বোমা-বিস্ফোৰণেৰে হত্যা কৰি চৰম নৃশংস, বৰ্বৰ, হৃদয় বিদাৰক কাণ্ড সংঘটিত কৰিলে যাৰ বাবে অতদিনে পৰোক্ষভাৱে তেওঁলোকক কিছু হ'লেও সহানুভূতি দেখুওৱা অসমৰ আৱেগ প্ৰৱণ জনসাধাৰণো তেওঁলোকৰ বিৰুদ্ধে জাণ্ডুৰ খাই উঠিছে। এইবাৰ আমাৰ কেইজনমানৰ বহুদিনীয়া গৰ্জনৰ লগতে অসমৰ সমূহ ৰাইজো আলফাৰ বিৰুদ্ধে গৰ্জি উঠিছে। আশা কৰিছো এইবাৰ আলফাই এটা ভাল শিক্ষা পালে আৰু এই শিক্ষাই তেওঁলোকক অলপ হ'লেও জ্ঞানী কৰিব, হঠকাৰী পদক্ষেপ লোৱাৰ আগতে দুবাৰ চিন্তা কৰিব। কিন্তু সেই আশা ফলৱতী হ'বনে? কাকতে-পত্ৰে দেখোন পঢ়িবলৈ পাইছোঁ যে তেওঁলোকে বোলে তেওঁলোকৰ সন্ত্ৰাসবাদী কাৰ্যকলাপ আগত দিনবোৰত আৰু বৃদ্ধি কৰিব। যদি সেয়ে হয় ইয়াৰ ফলাফলৰ কথা ভাবিলেও আমাৰ বুকু কঁপি উঠে। তাৰ পাছত ৰাষ্ট্ৰ সন্ত্ৰাস আৰু বৃদ্ধি নাপাবনে, আলফা বিচৰাৰ নামত অসমৰ নিৰীহ জনগণৰ ওপৰত পুলিচৰ অত্যাচাৰ, সৈন্যৰ অত্যাচাৰ আৰু বৃদ্ধি নাপাবনে? অসমত এইটো কি ভয়ংকৰ দানৱৰ আৱিৰ্ভাৱ হ'ল যি ধেমাজিৰ নিষ্পাপ, নিৰপৰাধী শিশুসকলক তেওঁলোকৰ হত্যাযজ্ঞত আহুতি দিয়াৰ পাছতো সমগ্ৰ অসম জুৰি ৰাইজৰ ৰোষাগ্নি জ্বলি উঠাৰ পাছতো একোলৈ ভ্ৰূক্ষেপ নকৰি নিজৰ দানৱলীলা চলাই যোৱাৰ সকীয়নি দিয়ে। পিছে তেওঁলোকে এই কথা মনত ৰখা ভাল যে এইবাৰ অসমৰ ৰাইজে কিন্তু তেওঁলোকক শুদাই নেৰে, অসমৰ প্ৰত্যেক মাতৃয়ে অনুপমা দত্ত শইকীয়াৰ তেওঁৰ কবিতাটোৰ যোগেদি দিয়াৰ দৰে অকুতোভয়ে নিজৰ নিজৰ ঠিকনা

দি আলফাক প্ৰত্যাহ্বান জনাব, নিজৰ সন্তানসকলক ৰক্ষা কৰিবলৈ আলফাৰ গুলী খাবলৈ বুকু পাতি অপেক্ষা কৰি ৰ'ব — আমাৰ সন্তানক হত্যা কৰাৰ আগতে আমাক মাৰি পেলোৱা। অসমৰ নাৰী কেনেকৈ জাগ্ৰত হ'ব পাৰে অসম আন্দোলনেই দেখুৱাই থৈ গৈছে। অনুপমাৰ কবিতাৰ আঁত ধৰি লেখাটো লিখি উঠাৰ পাছত, আলফাই পুনৰ সন্ত্ৰাসৰ ৰাজত্ব চলাব বুলি সকীয়নি দিয়াৰ পাছত দেখা গ'ল যে সঁচাকৈয়ে তেওঁলোকৰ ভীতি প্ৰদৰ্শন কাৰ্যকৰী কৰিবলৈ আৰম্ভ কৰিছে, অ'ত ত'ত বোমা বিস্ফোৰণ ঘটাব ধৰিছে, য'ত পুনৰ আৰু এক নিৰীহ শিশুৰ মৃত্যু ঘটিছে। আলফাই কেতিয়া দেৱালৰ লিখন পঢ়িবলৈ সমৰ্থ হ'ব? হ'বনে কেতিয়াবা?

— ২০০৪



# নানা মুনিৰ নানা মত

এইখন পৃথিৱী নানা মুনিৰ নানা মততেই চলি আছে, ই এক সাৰ্বজনীন অনুভৱ। সেইবাবে আমি ইংৰাজীতো এনে এষাৰ আপ্তবাক্য পাওঁ— Many a man, many a mind. এনেকুৱা নানা মতৰ মানুহে জীৱনটোত বৈচিত্র্যবো সৃষ্টি কৰিছে, নহ'লে একে মতৰ মানুহেৰে পৃথিৱী ভৰি থাকিলে মানুহবোৰক একো একোজন ভাটৌ বা ৰবট যেন লাগিলেহেঁতেন, পৃথিৱী একসুৰীয়া হৈ পৰিলহেঁতেন, এই প্রসংগত আকৌ ইংৰাজী আপ্তবাক্য এষাৰ মনলৈ আহি গ'ল — Variety is the spice of life.

পিছে নানা মতধাৰী মানুহৰ সেই সকলো মতামত মানি চলিলেতো সুস্থ, যুক্তিপূর্ণ পথ গ্রহণ কৰিব নোৱাৰি। তাৰ সকলো দিশ বিবেচনা কৰিহে, সকলো কথা চালিজাৰি চাইহে এটা মতৰ পৰিপন্থী হ'ব পৰা যায়, কিন্তু সেই অভ্রান্ত মতটোনো কি, তাক বাছি উলিওৱাটোৱেই হ'ল সকলোতকৈ কঠিন কাম। সংস্কৃত শ্লোক এষাৰত এনে কথা আছে— 'অম্বু মধ্যে হংস যথা - অৰ্থাৎ পানীৰ পৰা হাঁহে সাৰবস্তু বাহিৰ কৰাৰ দৰেই আমিও কিবা এটা গ্রহণ কৰাৰ সময়ত তাত যুক্তিৰ সুদৃঢ় আলোকপাত কৰিহে সিদ্ধান্তটো গ্রহণ কৰা উচিত।

যিসকল মানুহ ৰাইজৰ সেৱক হয়, সি শিল্পী-সাহিত্যিকেই হওক বা ৰাজনৈতিক নেতাই হওক বা সমাজসেৱকেই হওক বা চৰকাৰী উচ্চ বিষয়াই হওক বা খেলৰ দলৰ কেপ্টেইনেই হওক বা আন বিভিন্ন বৃত্তিত

জড়িত থাকি বাইজৰ নানা ধৰণে সেৱা কৰা লোকেই হওক, তেওঁলোকৰ বাবে উচিত সিদ্ধান্ত লোৱা বা সঠিক পথ গ্ৰহণ কৰা বৰ কঠিন কাম। আচলতে শুদ্ধ পথ কি অশুদ্ধ পথ কি তাক সঠিকভাবে নিৰ্ণয় কৰাও বৰ মস্কিলৰ কথা হৈ পৰে। বহুত সময়ত ভাল উদ্দেশ্য লৈ, ভাল পথেৰে গৈ কৰা কামো ভুল সিদ্ধান্তৰ কাম আছিল বুলি প্ৰতীয়মান হয়। আকৌ আনৰ মতামতক বেছি প্ৰাধান্য দিবলৈ গ'লেও কেতিয়াবা ফলাফল ভাল হওক ছাৰি বেয়াহে হয়। সেয়ে কেতিয়াবা মই মই আব্ৰাহাম লিংকনে পুতেকক কেনেধৰণৰ শিক্ষা দিলে ভাল হয় সেই কথা লৈ শিক্ষকলৈ লেখা সাৰগৰ্ভ চিঠিখনৰ এইষাৰ কথাকে গ্ৰহণ কৰা ভাল বুলি ভাবোঁ : Teach him to have faith in his own ideas even if everyone tells him they are wrong.

আচলতে খুব বেছিকৈ আনৰ মতামতক মূল্য দিবলৈ গ'লে মানুহৰ বোধহয় পঞ্চতন্ত্ৰৰ (?) সেই বুঢ়া, পুতেক আৰু গাধৰ গল্পটোৰ দৰে অবস্থা হয়। গল্পটো নিশ্চয় সকলোৱে জানে — বাস্তাৰ মানুহৰ কথা শুনি এবাৰ পুতেক গাধটোত উঠি যোৱা, এবাৰ বাপেকটো তেনেকৈ যোৱা আৰু এবাৰ গাধটোক এনেয়ে যাব দি বাপেক-পুতেক খোজকাঢ়ি যোৱা - এনে কাহিনী।

এই শুদ্ধ পথৰ কথাতে আৰু এটা কাহিনীও মনলৈ আহিছে। সেই চীন দেশৰ কাহিনীটোৰ সাৰমৰ্ম হ'ল— সংসাৰত কোনটো সিদ্ধান্ত বা কোনটো কাম ভাল তাক এক কথাত কৈ দিয়া টান অৰ্থাৎ কিহৰ পৰা কি হয়গৈ, ভালেই হয় নে বেয়াই হয়, তাক একে কথাত কৈ দিয়া টান অৰ্থাৎ আমাৰ অসমীয়া ফকৰা-যোজনা ফাঁকি ইয়াত নাখাটে যে ভাললৈ ভাদত ক'লী গাই জগা নাই ! এই কাহিনীটোকে এতিয়া কোৱা যাওক। এজন খেতিয়কৰ পুতেকে হাবিলৈ গৈ এটা বনৰীয়া ঘোঁৰা পালে আৰু কোনো প্ৰকাৰে টানি-টুনি তাক ঘৰলৈ লৈ আহিল। ধুনীয়া নোদোকা ঘোঁৰাটো দেখি গাঁৱৰ মানুহে শলাগি ক'বলৈ ধৰিলে— বাঃ বঢ়িয়া ঘোঁৰা, এনে এটা ঘোঁৰা পোৱাটো বৰ ভাল কথা হ'ল। তেতিয়া চীনা খেতিয়কজনে সৰু চকু দুটা টিপিয়াই পাতল ডাঢ়িকোছা লৰাই লাহে লাহে ক'লে— ভাল কথাই হ'ল নে বেয়া কথাই হ'ল কোনে ক'ব পাৰে। তাৰ পাছত সেই বনৰীয়া ঘোঁৰাক বশ মনাবলৈ গৈ কৃষকজনৰ পুতেকে খুব বেয়াকৈ আঘাত পালে, ঘোঁৰাই এনে চেকুৰ লগালে যে তাৰ পিঠিৰ পৰা ডেকাজন ছিটিকি পৰি সাত হাত নিলগত পৰিল আৰু হাড়মূৰ ভগাৰ নিচিনা হ'ল। ফলত বেচেৰা লৰচৰ কৰিব নোৱাৰি কেইবা মাহো বিছনাত পৰি থাকিব লগা হ'ল। তেতিয়া গাঁৱৰ মানুহবোৰে পুনৰ কোৱাকুই কৰিবলৈ ধৰিলে যে সঁচাকৈয়ে ঘোঁৰাটো আনি পুতেকে বেয়া কামহে কৰিলে— ফলাফল বৰ বেয়া হ'ল। পিছে বাপেকে সেই সহানুভূতিভৰা কথাটোত আগৰ বিজ্ঞ দাৰ্শনিকৰ দৰেই ক'লে— কিহত ভাল হয়, কিহত বেয়া হয় সঁচায়ে কোৱা বৰ টান কথা।

তাৰ পাছত এটা ঘটনা ঘটিছিল। সেইখন দেশত বিদেশৰ সৈতে এখন ডাঙৰ যুদ্ধ চলিছিল, বহুদিনীয়া যুদ্ধ চলিছিল। ফলত দেশৰ দস্তুৰ মতে চাৰিওফালৰ ডেকা ল'ৰাবোৰক যুদ্ধক্ষেত্ৰলৈ সৈন্যদলত ভৰ্তি কৰাই লৈ যোৱা হৈছিল। কোৱা বাহুল্য যে সুস্থ আৰু নিৰোগী ডেকাকহে বাছনি কৰা হৈছিল।

এদিন সেই গাঁৱৰ ডেকাসকলকো যুদ্ধলৈ সৈনিক কৰি লৈ যোৱা হ'ল, কিন্তু খেতিয়কৰ পুতেকজন ঘোঁৰাৰ পৰা পৰি আঘাতপ্ৰাপ্ত হৈ আছিল বাবে সি যাবলগীয়া নহ'ল। বহুত দিন ধৰি যুদ্ধ চলিল, সেই ডেকাবোৰৰ বেছিভাগৰে যুদ্ধত মৃত্যু হ'ল, কিন্তু কৃষকৰ ল'ৰাজন বাচি থাকিল। তেতিয়া পুনৰ সকলোৰে কোৱাকুই কৰিলে— কিহত বেয়া হয় কিহত ভাল হয় সঁচাকৈয়ে কোৱা টান।

নানা মুনিৰ নানা মত। ধনটোৰে প্ৰতি কণটো, মানুহটোৰে প্ৰতি মনটো। এনেবোৰ আপ্তবাক্যৰ লগত এই কাহিনীটোৰ আপাতঃ দৃষ্টিত তেনে মিল নাই, তথাপিও যেন কিবা এটা মিল আছে, মিলটো হ'ল এয়ে যে শুদ্ধ মত কোনটো, শুদ্ধ পথ কোনটো; কাৰ কথা মানিব, কাৰ কথা নামানিব— এই বিষয়ে তৎক্ষণাতে সঠিককৈ কোৱা টান। অন্ততঃ মানুহক মাজে মাজে ই বৰ বিভ্ৰান্তিত পেলায়। মোৰ নিজৰে কথা কওঁ। নিজৰ কথা মানে নিজৰ লিখা-মেলাৰ কথা। মই কেইবা বছৰৰ পৰা দুখনমান কাগজত একোটাকৈ স্তম্ভ লিখি আহিছোঁ, ক'ৰবাত সপ্তাহত, ক'ৰবাত পষেকত আৰু ক'ৰবাত মাহেকত। এইখিনিতে সবিনয়ে জনাওঁ যে মই নিজকে কেতিয়াও ডাঙৰ লেখিকা বুলি নাভাবিলেও প্ৰথম অৱস্থাত অৰ্থাৎ গল্প লিখিবলৈ আৰম্ভ কৰা দিনত সম্পাদকলৈ সেই গল্প পঠাই দিছিলো হয়, কিন্তু বাতৰি কাকতবোৰত প্ৰায় কেতিয়াও উপযাচি কোনো লেখা পঠোৱা নাই। তেওঁলোকে অনুৰোধ কৰিলেহে লেখোঁ (বা নেলেখোঁও)। 'স্তম্ভ' বা 'শিতান'ত লেখা কাগজবোৰৰ অনুৰোধ মৰ্মেহে লেখিবলৈ আৰম্ভ কৰিছিলো। সেইবোৰত মই সাধাৰণতে প্ৰথম পুৰুষতে লেখোঁ আৰু কেতিয়াবা কৌতূহলোদ্দীপক হ'ব বুলি নিজৰ বা পৰিয়ালৰ বা বন্ধু-বান্ধৱবোৰৰো নানা ব্যক্তিগত কাহিনী লিখো— সুখৰ কাহিনী, দুখৰ কাহিনী, হাস্যকৰ কাহিনী, ভ্ৰমণ কাহিনী ইত্যাদি ইত্যাদি। সেই কথালৈ বিভিন্নজনে বিভিন্ন মন্তব্য দিয়ে, কোনোবাই কয়— ব্যক্তিগত কথা লেখো বাবেহে বোলে বেছি ইন্টাৰেষ্টিং হয়, কোনোবাই আকৌ এনেদৰেও কয় যে মোৰ গল্পতকৈও এই লেখাবোৰ বেছি ৰসলগা হয়। কোনোবাই কয়— মই এই খুচুৰা লেখাবোৰ লিখি প্ৰতিভাৰ অপচয় কৰিছোঁ। ড° অমলেন্দু গুহই আকৌ কয় যে মই এনে লেখা (যাইকৈ যিবোৰত সামাজিক অন্যায়, দুৰ্নীতি আদিৰ প্ৰতিবাদ থাকে) লিখি থাকিব লাগে, ড° হীৰেন গোহাঁয়ে কয় যে মোৰ লেখাৰ মান অৱনমিত হৈছে, বহুতে

আকৌ নিজে প্ৰতিবাদৰ বাবে কলম নধৰি মোক কয়— তুমিয়ে এই বিষয়ে খুব 'ষ্ট্ৰংলি' লিখিবাচোন... ইত্যাদি ইত্যাদি। গতিকে মই যে কি লিখা উচিত ভাবি বিমোৰত পৰোঁ। অৱশ্যে এনেকৈয়ো ভাবো (আৰু সঁচা ক'বলৈ গ'লে তাকেই কৰি আছোঁ), মই বাৰু সেই বিখ্যাত লেখকজনৰ দৰে (নামটো পাহৰিলো) কৰোঁ নেকি যিসকলো উপদেশকাৰীৰ কথাকে শলাগি থয়, তেওঁলোকৰ মতামত খুব গুৰুত্ব সহকাৰে টুকি থোৱা যেন দেখুৱায়, কিন্তু মুৰকত নিজৰ সিদ্ধান্তৰ পৰা এক চুলিও আঁতৰি নাযায়।

— ২০০৪



# নাম-পুৰাণ

কিবা এটা লিখিম বুলি মনত তাৰ বাবে 'নাম-পুৰাণ' নামটো নিৰ্বাচিত কৰি মনলৈ অহা প্ৰথম বাক্যটো হ'ল— ছেক্সপীয়েৰৰ বাক্যটো— What's in a name. মহান লেখকৰ যিবোৰ বাক্য প্ৰাসংগিকভাৱে মাজে সময়ে উদ্ধৃত কৰি থাকোঁ সেইবোৰ আপোন কৰি লওঁ, কেৱল এইটোকে আপোন কৰি ল'ব নোৱাৰিলো, কাৰণ What's in a name হ'বই নোৱাৰে, নামৰ বহুত কথা, নাম বৰ গুৰুত্বপূৰ্ণ, নামে বহুত কথা ইফাল-সিফাল কৰি পেলাব পাৰে। এবাৰ মই এজন প্ৰকাশকক (যি মোৰ বহুত কিতাপ প্ৰকাশ কৰিছে) এগৰাকী লেখিকাৰ এখন গল্প কিতাপ প্ৰকাশ কৰি দিব নেকি বুলি সুধিছিলো। তেওঁ অলপ কুণ্ঠিতভাৱে কৈছিল— 'বাইদেউ, মানুহগৰাকীৰ সেই নামটোৰ বাবেই কিতাপ বিক্ৰী নহ'ব।' আন এজন প্ৰকাশকে আকৌ মোৰ কিতাপৰ নাম সলাই দিবলৈ ক'লে, নহলে বোলে সেই নামটোৰে কিতাপখন ভাল বিক্ৰী নহ'ব। কিতাপখন আছিল অসম আন্দোলনৰ সময়ৰ আৰু তাৰ ভেটিত লিখা উপন্যাস— 'গোসাঁনী আই গোহাঁনী আই'। মোৰ বাবে উপন্যাসখনৰ তাতকৈ খাপ খোৱা নাম আন আৰু একো হ'ব নোৱাৰে। গতিকে মই নামটো নসলালো আৰু অন্য এজন প্ৰকাশকক দিলোঁ, যি নামটো অবিকৃত কৰিয়ে কিতাপখন উলিয়ালে। আন এখন উপন্যাসৰ কিন্তু প্ৰকাশকৰ ইচ্ছা অনুযায়ীয়ে নামটো বদলাই তাক অকল 'এলবাম'ৰ ঠাইত 'এলবামৰ হেৰোৱা ছবি' বুলি লিখিলোঁ। তাৰ নাম সলোৱাটো বিশেষ লোকচানৰ কথা নহয় বুলি ভাবিয়েই সেই পৰিবৰ্তনত সন্মত হ'লোঁ।

হয়, নাম মাহাত্ম্য আছে। তাক আমি ছেক্সপীয়েৰৰ দৰে অস্বীকাৰ কৰিব নোৱাৰোঁ। আমাৰ ল'ৰা-ছোৱালীৰ নাম দিয়াৰ কথাকেই ধৰক।

সন্তানক সুন্দৰ নামেৰে অলংকৃত কৰাৰ হেঁপাহ প্ৰায় প্ৰত্যেক মাক-বাপেকৰে থাকে। বিয়াৰ পাছত যেতিয়া প্ৰথম সন্তানৰ আগমনৰ কথা গম পোৱা যায় (যি সন্তানৰ কামনা প্ৰত্যেক মহিলা-পুৰুষৰে, বিশেষকৈ মহিলাৰ অন্তৰত হেঁপাহেৰে ৰোপিত হৈ থাকে আৰু যাৰ বিষয়ে ৰবীন্দ্ৰ নাথে তেওঁৰ 'জন্ম কথা' নামৰ কবিতাটোৰ এনেবোৰ বাক্যৰে 'যৌৱনেতে যখন হিয়া/উঠেছিল প্ৰস্ফুটিয়া/ইচ্ছে হয়ে ছিলি তুই মনেৰ মাঝাৰে-ফুটাই তুলিছে) তেতিয়া জানো মাক-বাপেকৰ সেই সন্তানৰ নামৰ কথা লৈও কম জল্পনা-কল্পনা চলে? ছোৱালী হ'লে কি নাম দিব ল'ৰা হ'লে বা কি দিব— এই আলোচনাৰে বোধহয় বহুত পিতৃ-মাতৃয়ে কিছু উজাগৰ ৰাতি কটায়। সন্তানৰ নামকৰণৰ বিষয়ে নৱকান্ত বৰুৱাৰ 'সন্তান' নামৰ কবিতাটোলৈও মনত পৰি যায়, ল'ৰা হ'লে কি নাম দিব— শান্তনু নে সত্যকাম? আকৌ ছোৱালীৰ নামৰ কথাত কবিয়ে যেন অলপ খেদেৰেই ভাবে - 'কবিতা কবিতা লগা নামবোৰ নেওগে দিলেই'— সঁচায়ে, নেওগ ভাতৃদ্বয়ৰ সন্তানৰ নামবোৰ এনে যে কবিত্বময় - নৱমালতী, সপোন মাধুৰী, অমিয়া মাধুৰী, স্নিগ্ধা মালতী, হেমন্তমঙ্গল বসন্তমঙ্গল— কি মনোমোহা নাম। ডিম্বেশ্বৰ নেওগৰ পত্নী আজলিতৰা নেওগৰ লগতে বাই-ভনীবোৰৰ নামবোৰো আছিল বৰ হৃদয় পৰশা - ৰূপালী তৰা, আকাশী তৰা, সেন্দুৰী তৰা, মায়া তৰা - সঁচাকৈয়ে কি যে কবিত্বপূৰ্ণ নাম! পিতৃ বেণুধৰ ৰাজখোৱা সাহিত্যিক মানুহ, জীয়েকহঁতৰ নামবোৰতো সেই সাহিত্য ৰসৰ প্ৰকাশ ঘটিছিল। শৈলধৰ ৰাজখোৱায়ো জীয়েক-পুতেকৰ নাম অৰ্থবহ, সুন্দৰ কৰি ৰাখিছিল— শাৰংগধৰ, বেণুমালা, যুতিমালা, দীপমালা, বনমালা, মঞ্জুমালা আদি।

আজিৰ বহুতো সাহিত্যিক আকৌ এইসকল পূৰ্বসুৰীতকৈ এখোপ যেন চৰা - অৰুণ গোস্বামী, প্ৰণতি গোস্বামীৰ ছোৱালী হ'ল কৃশাণু শ্ৰীময়ী, হৰিপ্ৰিয়া; যতীন বৰগোহাঞিৰ কন্যা হ'ল জিকমিক ৰূপালী জোনাক, ভূপেন শৰ্মা, মামণি শৰ্মাৰ ছোৱালী হ'ল অয়নবৃণা, ফণীন্দ্ৰ কুমাৰ দেৱচৌধুৰী, অসীমা দেৱচৌধুৰীৰ তিনি কন্যা হ'ল যথাক্ৰমে - উপাসনা, মেঘনা আৰু ভাবনা।

কিছুমান দেউতাক-মাকে আকৌ (বিশেষকৈ আগৰ দিনৰ দেউতাক-মাকে) তেওঁলোকৰ ল'ৰা-ছোৱালীবোৰৰ নামবোৰৰ মাজত মিল ৰাখি ইজন-সিজনৰ নাম দিছিল। তেতিয়া সন্তানৰো আধিক্য আছিল বাবে হয়তো প্ৰথম সন্তানটো জন্ম দি তাৰ এটা নাম দি পাছত জন্ম হোৱাসকলৰ ক্ষেত্ৰত আৰু বেছি মূৰ ঘমাব নুখুজিছিল। ইটোৰ লগত সিটোৰ মিল থকা নামবোৰ সহজে পাই আৰু দিয়েই নিজ কৰ্তব্য সমাপন কৰিছিল, অথবা কথাটো এনেও হ'ব পাৰে যে একে গৰ্ভৰ সন্তানৰ মাজত তেজৰ সম্পৰ্ক থকাৰ দৰে নামৰ মাজত মিল থকাও বাঞ্ছনীয়। আমাৰ নিজৰ পৰিয়ালত অৱশ্যে পুত্ৰ সন্তানৰ ক্ষেত্ৰত এনে নামকৰণ হোৱা নাছিল, কন্যাসকলৰ ক্ষেত্ৰতহে হৈছিল, যেনে— বিনয়, পৱিত্ৰ আৰু অজিত (পুত্ৰসকল); মনোৰমা, তিলোত্তমা, নিৰুপমা আৰু অনুপমা (কন্যাসকল)। আমাৰ ঘৰত মতা নামবোৰতো একেই প্ৰৱণতা পৰিলক্ষিত হয়, যেনে- পুতুল, মুকুল, বকুল, বুলবুল।

আনহাতে ল'ৰালিৰ আমাৰ একপ্ৰকাৰ চুবুৰীয়া লতাশিল ফিল্ডৰ কাষৰ চন্দ্ৰ বৰুৱাৰ (যাৰ অতি সাদৰী পত্নীৰ লগত মোৰ মাৰ ঘনিষ্ঠ সম্পৰ্ক আছিল আৰু যাৰ ঘৰখনক মায়ে চন্দ্ৰ অভেছাৰৰ ঘৰ বুলি উল্লেখ কৰিছিল। তেতিয়াৰ দিনত কেতিয়াবা চাকৰিটোকে এক প্ৰকাৰ উপাধি হিচাপে ব্যৱহাৰ কৰা হৈছিল, চন্দ্ৰ বৰুৱা অভাৰছিয়াৰ আছিল বাবে সেই উপাধি পাইছিল। আমাৰ পিতা আয়কৰ বিভাগৰ হেডক্লাৰ্ক আছিল বাবে গাঁৱৰ মানুহে যাদৱ কেৰাণী বুলি কৈছিল। এনেকি চিঠিৰ ঠিকনাতো লিখিছিল - 'যাদৱ কেৰাণীৰ বাহা' অৰ্থাৎ যাদৱ কেৰাণীৰ ঘৰ। মই কথাটোত ইমানেই আমোদ পাইছিলো যে মোৰ 'ইপাৰৰ ঘৰ-সিপাৰৰ ঘৰ' নামৰ উপন্যাসখনত সেই কথাটো সুমুৱাই দিছিলো) ল'ৰাবোৰৰ পৰস্পৰৰ নামৰ মাজত মিল থকাৰ বিপৰীতে ছোৱালীবোৰৰ নামৰ মাজত পূৰা মিল নাছিল, যেনে - দৈত্যেন, ব্ৰজেন, নৃপেন, গিৰীণ, দ্বীবন, নিৰেন, ৰমেন, দ্বিপেন (পুত্ৰসকল) আৰু পদ্ম, ৰম্ভা, প্ৰতিভা, বিভা (কন্যাসকল)।

সন্তানৰ নাম ৰখাৰ জল্পনা-কল্পনাৰ কথাত নিজৰ সন্তানৰ কথালৈও অহা যাওক। প্ৰথমতে নিজৰ কিশোৰী কালৰ কথাৰেই আৰম্ভ কৰা যাওক, মই তেতিয়া সপ্তম শ্ৰেণীৰ ছাত্ৰী। সুযোগ পালেই অকালপক্ক মনেৰে বাংলা উপন্যাস পঢ়ো। কিছুদিনৰ বাবে আমাৰ যোৰপুখুৰী পাৰৰ ঘৰৰ সম্মুখৰ এতিয়াৰ চক্ৰবৰ্তী পৰিয়ালৰ ঘৰটোত আহি ভাৰা লৈ আছিল বান্ধৱী গীতাৰ দেউতাক প্ৰয়াত যামিনী চক্ৰবৰ্তীয়ে। গীতাহঁতৰ ঘৰত (পাণবজাৰ হাইস্কুলত মোতকৈ এক ক্লাছ ওপৰত নাম লগোৱা এই গীতাৰ এটা পৰিচয় হ'ল— তেওঁ মিত্ৰা ফুকনৰ মাতৃ) বহুতো 'মাসিক বসুমতী' আৰু 'ভাৰতবৰ্ষ' আছিল, মই সেইবোৰ আমি তাৰ উপন্যাসবোৰ গো-গ্ৰাসে গিলিছিলো। এখন উপন্যাসৰ নাম আছিল কৰবী-মল্লিকা, লেখক সৌৰীন্দ্ৰ নাথ মুখোপাধ্যায় (বিখ্যাত ৰবীন্দ্ৰ সংগীত গায়িকা সুচিত্ৰা মিত্ৰৰ পিতৃ) উপন্যাসখন পঢ়ি মই কেৱল আপ্লুত হৈ থকাই নাছিলো, কৰবী আৰু মল্লিকা এই নাম দুটাও খুব ভাল লাগিছিল আৰু তেতিয়াই মনতে জল্পনা-কল্পনা আৰম্ভ কৰি দিছিলো - ভৱিষ্যতে মোৰ বিয়া হ'লে আৰু কন্যা সন্তান জন্ম হ'লে নিৰ্ঘাত এই নাম দুটাৰ এটা ৰাখিম।

তাৰ পাছত পঢ়িলো ৰবীন্দ্ৰ নাথৰ 'শেষেৰ কবিতা' নামৰ উপন্যাসখন। (যিখনৰ বিষয়ে অজিৎ বৰুৱাই তেওঁ পঢ়া বিশ্বৰ দহখন শ্ৰেষ্ঠ উপন্যাসৰ ভিতৰত সেইখনো এখন নে তেওঁ ভালপোৱা দহখন উপন্যাসৰ এখন বুলি লিখিছিল, মোৰ সঠিক মনত নাই) তাত বহুতো কবিতাও আছে, প্ৰায়বোৰ মুখস্থ হৈ গৈছিল। অতি প্ৰিয় গ্ৰন্থ হৈ পৰা উপন্যাসখনৰ নায়কৰ নাম অমিত ৰায় আৰু নায়িকাৰ নাম লাৱণ্য। অমিতে এদিন কৈছিল এনেধৰণৰ কথা— তোমাৰ নামটো অলপ চুটি কৰি 'লা'টো কাটি দিওঁ, পিছে তেতিয়া 'বন্য' হৈ পৰে, যিহওঁক, পাছত আকাৰডাল লগাই কৰিলে বন্যা আৰু অমিতে কবিতাও লিখি পেলালে লগে লগে 'হে বন্যা, তুমি অনন্যা, আপন স্বৰূপে আপনি ধন্যা'— আৰু তেতিয়া মোৰ লগে লগেই 'অনন্যা'টো খুব ভাল লাগি গ'ল - পুনৰ ঠিক কৰিছিলো, ভৱিষ্যতে কন্যা সন্তান

জন্ম হ'লে এই অনন্যা নামটোৱেই ৰাখিম। পিছে কন্যাৰ জন্ম দিয়া সৌভাগ্যৱতী মাতৃ হ'ব নোৱাৰিলো, এটা এটাকৈ দুটা পুত্ৰই হ'ল আৰু 'দুধেৰে সাধ ঘোলে মিটানো'ৰ দৰে মই ৰৰপুত্ৰৰ নাম ৰাখিলো অনিন্দ্য, অৰ্থ একে নহ'লেও অনন্যাৰে ওচৰা-উচৰি নাম এটা।

নাম-পুৰাণ লিখি লিখি শেষ কৰিব নোৱাৰি। কেতিয়াবা একে নামৰ দুজন ব্যক্তি হোৱা বাবেও খেলি-মেলি হয়। উদাহৰণ স্বৰূপে উপেন শৰ্মা নামৰ ব্যক্তিৰ কথাও ক'ব পাৰি। দুজন উপেন শৰ্মাৰ কথা ক'ব পাৰোঁ যাৰ এজন পণ্ডিত সমালোচক উপেন শৰ্মা আৰু এজন 'Riverside' অৰ উপেন শৰ্মা যি 'আসাম ট্ৰিবিউন' কাকতত সুচিন্তিত পত্ৰ লিখিছিল। এবাৰ তেওঁ, এনে কথা লিখি স্পষ্টীকৰণ দিব লগা হৈছিল যে সিজন উপেন শৰ্মা তেওঁ উপেন শৰ্মাজন নহয়। মোৰ নামৰ ক্ষেত্ৰতো এবাৰ প্ৰায় তেনে ঘটনা ঘটিছিল, নিৰুপমা গোহাঁই নামেৰে এগৰাকী গল্প লেখিকা আছে। এবাৰ তেওঁ মোক দুখ কৰি কৈছিল যে মানুহে তেওঁ গল্প লিখিলে সেয়া মোৰ দ্বাৰা ৰচিত বুলিহে ভাবে। তেতিয়া মই স্পষ্টীকৰণ দিছিলো এই বুলি যে মই গোহাঁই নিলিখো - বৰগোহাঞিহে লিখোঁ।

এইবাৰ বিখ্যাত মানুহৰ কথা কৈ নাম-পুৰাণৰ সামৰণি মাৰোঁ - নহ'লে সহজে শেষ হ'ব নোখোজো বিষয়টো বহুত দীঘলীয়া হৈ যাব। মই ক'ব খোজা কাহিনীটো আগতেও ক'ৰবাত লিখিছো, গতিকে পুনৰাবৃত্তিৰ বাবে ক্ষমা প্ৰাৰ্থনীয়। বংগৰ সুখ্যাত লেখক জ্ঞানপীঠ বঁটা বিজয়ী তাৰাশংকৰ বন্দোপাধ্যায়ৰ একে নামৰ আন এজন লেখকো আছিল, তেৰোঁ এদিন নিৰুপমা গোহাঁয়ে মোৰ আগত খেদ প্ৰকাশ কৰা দৰে 'গণদেৱতাৰ' ৰচয়িতা তাৰাশংকৰৰ আগত বোলে একে খেদ প্ৰকাশ কৰি কৈছিল— 'চাওকচোন, আপুনিও লিখে, ময়ো লিখোঁ, কিন্তু মানুহে মোক আপুনি বুলি ধৰি আছে, গতিকে মই মোৰ প্ৰাপ্য সুনামৰ পৰা বঞ্চিত হৈ আছোঁ' তেতিয়া হেনো তাৰাশংকৰে এটা মিচিকিয়া হাঁহি মাৰি কৈছিল— 'এটা কাম কৰক, এতিয়াৰ পৰা আপোনাৰ নামৰ আগত এটা শ্ৰীলগাই লিখক, মই বাৰু 'শ্ৰীহীন' লিখক হৈয়েঁ থাকো।'

— ২০০৪



# উৎসৱৰ ৰতৰত

প্ৰকৃতিয়ে যি মূৰ্তিকেই নেদেখাওক কিয়, আমাৰ মানুহে তেওঁলোকৰ নানা আনন্দ-উৎসৱ, পূজা-পাৰ্বণ পালন কৰি যাবই, ৰতুৰ অনুযায়ী পাতিব নানা অনুষ্ঠান, মেলা, অনুষ্টুপীয়াকৈ হ'লেও।

এতিয়াও আকাশত বাৰিষাৰ মেঘে আকোৰগোজ হৈ ৰহি থকাৰ চেষ্টা চলাই আছে যদিও শৰতৰ শুকুলা মেঘেও আধিপত্য বিস্তাৰ কৰাৰ চেষ্টা চলাইছে আৰু আংশিকভাৱে সফলো হৈছে। আশা কৰা যায় যে অচিৰেই ক'লা আৰু বগা মেঘৰ এই শক্তি প্ৰদৰ্শনৰ যুঁজত বগা মেঘৰেই জয় হ'ব, তাৰ পক্ষত আছে পৰাক্ৰমী শৰৎ ঋতু আৰু এই কালছোৱাতো বৰ্ষা ঋতুৰ কবলত থকা নাই, পৃথিৱীৰ আৱৰ্তনৰ ফলত বৰ্ষা বিদায় ল'বলৈ বাধ্য, পলমকৈ হ'লেও।

শৰৎ কাল বুলিলেই আমাৰ মনলৈ শুকুলা ডাৱৰ, কঁহুৱা আৰু শেৱালি ফুল— এইবোৰ অনুষংগই মনলৈ আহে, পাৰ্বতি প্ৰসাদৰ 'শুকুলা ডাৱৰ ঐ কঁহুৱা ফুল'ৰ লগতে নৱকান্তৰ 'এই পথাৰৰ কঁহুৱা ফুল আকাশতে কোনে সজালে' আদি গানো অৱধাৰিতভাৱে মনলৈ আহি যায় আৰু লগতে একেদৰে দুৰ্গা পূজাও সমাগত বুলি মাৰ মনবোৰ উৎফুল্লিত হৈ উঠে— আনকি এই বয়সত মোৰো। সঁচা কথা ক'বলৈ গ'লে অৰ্থাৎ নিলাজ স্বীকাৰোক্তি দিবলৈ হ'লে সৰুৰে পৰা দুৰ্গা পূজা বুলিলে যেনেকৈ আনন্দ অনুভৱ কৰিছিলো, ৰঙালী বিহুৰ দৰে আমাৰ জাতীয় উৎসৱত হ'লে তাৰ বং তেনেকৈ প্ৰাণত সনা হোৱা নাছিল। অৱশ্যে 'আনন্দময়ী'ৰ আগমনে তেতিয়া তাৰ বিপৰীতে আনন্দ বিলোৱাৰ কিছুমান ব্যাখ্যাও আছে।

আমি নামনি অসমৰ মানুহ, গুৱাহাটীতে জন্মি ইয়াতে প্ৰতিপালিত হৈ শিক্ষা-দীক্ষা লাভ কৰি জীৱনৰ বেছিভাগ সময় এই চহৰতে কটাইছো। গতিকে সৰুৰে পৰা দেখি আহিছো যে দুৰ্গা পূজাত চহৰখন যেনেকৈ উৎসৱমুখৰ হয় বিহুবোৰত নহয়। বিহুৰ ছঁচৰি আমি বহুত দিনলৈ স্বচক্ষে দেখাই নাছিলো— অৱশ্যে ৰেডিঅ'ৰ প্ৰচলন হোৱাৰ পাছত কাণ দুখনে উপভোগ কৰিলেও গুৱাহাটীৰ মঞ্চলৈ বিহু নমালৈকে আৰু দূৰদৰ্শন বহুত দিনলৈ দূৰৰ বস্তু হৈ থকালৈকে আমাৰ চকু বিহু হুঁচৰি, নাচবাগ আদিৰ পৰা একপ্ৰকাৰ বঞ্চিত হৈ আছিল বুলিয়ে ক'ব পাৰি।

অৱশ্যে ব'হাগ বিহুৰ সময়ত যাৱতীয় কৰ্ম-কাণ্ডবোৰ মাইঁতে সভক্তিৰে ঠিকেই পালন কৰিছিল। মায়ে তাঁতত গামোচা বইছিল আৰু পিতা আৰু ককাই-ভাইহঁতক দিছিল। আমি ছোৱালীকেইজনী কিন্তু বঞ্চিত হৈ আছিলো, বিহুত চোলা-কাপোৰ একো নাপাইছিলো। আমাৰ ঘৰত ছোৱালীয়ে সেই সময়ৰ লগৰীয়া-সমনীয়াসকলৰ তুলনাত অবাধ স্বাধীনতা ভোগ কৰিলেও আমাৰ ঘৰতো যে ল'ৰা-ছোৱালীৰ পাৰ্থক্য আছিল তাক ক'বই লাগিব।

পিছে প্ৰতিবাৰ দুৰ্গা পূজাৰ সময়তে আমি একোটা নতুন ফ্ৰক পাইছিলো। আমাৰ পিতাই বিলাসিতাবিৰোধী, গান্ধীবাদী আদৰ্শৰ প্ৰতি আনুগত্য আদি মানসিকতাৰ বাবে Plain living high thinking ৰ নীতি ঘৰত এনেকৈ প্ৰয়োগ কৰিছিল (লগতে তেওঁৰ সীমিত আয়ৰ কথাও আছিল) যে ফলত প্ৰচুৰ কানি-কাপোৰৰ জাকজমকতাৰ পৰা আমি সদায়ে দূৰত অৱস্থান কৰিবলগীয়া হৈছিলো। পিছে সৰু ছোৱালীৰ হেঁপাহ, লোভ এইবাৰ থকাটো স্বাভাৱিক, (যেন ডাঙৰৰ নাথাকে।) আমাৰ বাই-ভনীকেইজনীৰো আছিল, গতিকে কেৱল প্ৰয়োজনত পোৱা চোলাৰ উপৰি দুৰ্গা পূজাৰ সময়ত আনুষ্ঠানিকতাৰ জহত পোৱা সেই ওপৰঞ্চি পাওনাই আমাৰ মনত আনন্দৰ হিল্লোল নতুলিবনে?

দুৰ্গা পূজাই দিয়া আনন্দৰ এয়ে হ'ল প্ৰধান কথা। তাৰ লগতে আনুষংগিক আনন্দৰ নানা দিশো আছিল। কেইটামান পইচাও পাওঁ, তাৰে উজানবজাৰৰ বাৰোবাৰী পূজা মণ্ডপৰ ওচৰত বহা পূজাৰ দোকানবোৰৰ পৰা পুতলা কিনো, ইকৰা লগাই ফুলাই শব্দ কৰিব পৰা বেলুন কিনি মনৰ আনন্দত বজাওঁ, লুজন গুটি খাওঁ, চানাচুৰ খাওঁ।

ল'ৰালিৰ দুৰ্গা পূজাৰ আন এক প্ৰবল আকৰ্ষণৰ কেন্দ্ৰবিন্দু আছিল বাৰোবাৰীৰ পূজা মণ্ডপত ৰাতি ৰাতি অনুষ্ঠিত হোৱা যাত্ৰা-পাৰ্টি দলৰ অভিনয়। আমি দৰ্শকৰ ঠাইত খেৰ পাতি তাৰ ওপৰত কাপোৰ পাৰি যাত্ৰা চাওঁ, সৰু ছোৱালী, টোপনিত ঢলি ঢলি পৰো, তথাপি যাবলৈ নেৰো। মোক তেতিয়া 'বিবেক' নামৰ চৰিত্ৰটোৱে খুব আমোদ দিছিল।

গুৱাহাটী চহৰত নানা প্ৰতিমা চাই ফুৰাটোও আছিল অন্যতম আনন্দৰ উৎস। তেতিয়া চিটি বাছ নাছিল, ৰিক্সা নাছিল আৰু নাছিল ইমান মানুহ আৰু ইমান এখন ডাঙৰ গুৱাহাটী চহৰ। আনহাতে ভৰি-হাতো আছিল সবল, লগতে নাছিল গাড়ীত উঠি ফুৰাৰ আৰামৰ হাত

বাউলি বা সেই গাড়ী-মটৰ আদি যান-বাহনত খুন্দা খোৱা বা পিষ্ট হোৱাৰ ভাবুকি। গতিকে মহানন্দে নিৰাপদে পিতাৰ লগত গুৱাহাটীৰ বিখ্যাত পূজা মণ্ডপবোৰ, যেনে পাণবজাৰৰ হৰিসভা, কালীচৰণ সেন আৰু চুনীবাবুহঁতৰ ব্যক্তিগত পূজাৰ মণ্ডপ আদি চাই ঘূৰি ফুৰিছিলো পদব্ৰজে। চুনীবাবুহঁতৰ (পাণবজাৰৰ ডায়েৰীৰ সংলগ্ন) গোসাঁনীলৈ ৰ লাগি চাই ৰৈছিলো— ইমান ধুনীয়া দেৱী দুৰ্গাগৰাকী। শুনিছিলো যে তেওঁ সেই প্ৰতিমা কলকাতাৰ পৰা আনিছিল।

আকৌ আমাৰ উজান বজাৰৰ পূজাকেইখনো জানো কম লেখত ল'বলগীয়া। প্ৰায় আটাইকেইখনেই ব্যক্তিগত। বাৰোৱাৰীখনক বাদ দি ব্ৰহ্মপুত্ৰৰ পাৰৰ শুভ বৰুৱাৰ ঘৰৰ (এইখনেই গুৱাহাটীৰ প্ৰথম পূজা নেকি?) সত্যপ্ৰসাদ বৰুৱাহঁতৰ পিতৃসকলৰ আৰু নৈৰ পাৰৰ অলপ ভিতৰৰ ক্ষীৰদা বিষয়াহঁতৰ। সেইখনৰ প্ৰতিমাক এনে জলমলীয়া কাপোৰ পিন্ধায় যে আমি ৰ লাগি, মুগ্ধ নয়নেৰে চাই ৰৈছিলো। সত্যপ্ৰসাদ বৰুৱাহঁতৰ ঘৰৰ পূজাৰ এটা অভিনবত্ব আছিল এয়ে যে তেওঁলোকৰ পৰিয়ালৰ মুনিহ-তিৰোতাই নিজৰ মাজতে নাট্যাভিনয় কৰিছিল।

প্ৰতিমা গঢ়ি থকাৰ দিনবোৰো আছিল আনন্দময়, উত্তেজনাপূৰ্ণ। লতাশিল ফিল্ডৰ ওচৰত থকা বৰদলৈ আছিল প্ৰতিমাৰ খনিকৰ। তেওঁৰ ছোৱালীকেইজনী বৰ ধুনীয়া আছিল (তাৰে এগৰাকী নাৰায়ণ বেজবৰুৱাৰ পত্নী, ৰঞ্জিত বেজবৰুৱাৰ মাতৃ হৈছিল), মানুহে কোৱাকুই কৰিছিল যে বৰদলৈয়ে জীয়েকহঁতৰ সাঁচতে প্ৰতিমা গঢ়ে।

দুৰ্গা পূজা আহিলে এই পুৰণি কথাবোৰেই মনলৈ আহে। এতিয়া পূজাৰ উৎসৱ উপভোগ কৰিবলৈ বয়সো নাই। গতিকে হেঁপাহো নাই। পূজাৰ ধৰ্মৰ দিশটোৰ লগত মোৰতো কোনো সম্পৰ্কই নাই। তথাপি প্ৰতীকীভাৱে মই দুৰ্গা আৰু সৰস্বতীকে মনে মনে প্ৰণিপাত জনাওঁ। অৱশ্যে মই জীৱনত শক্তিক বেছি আৰাধনা কৰো নে বিদ্যাক কৰো, কোৱা টান। পিছে মোৰ কলেজীয়া জীৱনৰ ফটোৰ এলবামখন উলিয়ালে দেখা পাওঁ— একেবাৰে শেষ পৃষ্ঠাত মই দুৰ্গাৰ ফটো এখন লগাই থৈছোঁ, সৰস্বতীৰ নহয়। তাৰ মানে মই কি বিদ্যাতকৈ অসুৰনাশী শক্তিক বেছি মূল্য দিওঁ?

পিছে আমাৰ সমাজ সংসাৰৰ যি দুৰ্গতি হৈছে, সেই পৰিপ্ৰেক্ষিতত শক্তিৰে বোধহয় প্ৰয়োজন বেছি। জীৱনৰ সকলো অশান্তি, অসূয়াক শক্তিৰেই দমন কৰিব লাগিব; সি যিধৰণৰ ৰূপত অহা শক্তিয়েই নহওক কিয়, অৱশ্যে হ'ব লাগিব শুভ শক্তি, ন্যায়ৰ শক্তি। দুৰ্গা-দুৰ্গতিনাশিনী বোলা শক্তিকে পূজা কৰিব বিচাৰোঁ - সেই প্ৰতীকী অৰ্থতে। সেয়ে মোৰ বাবে আদৰণীয় দুৰ্গাস্তোত্ৰৰ এইষাৰ কথাহে— য়া দেৱী সৰ্বভূতেষু, শক্তি ৰূপেন সংস্থিতা— নমঃস্তস্যৈ নমঃস্তস্যৈ — নমো নমঃ।

শেষত কিন্তু আন এটা কথালৈ আহোঁ। কিছুদিন আগলৈকে আমাৰ এই অসমত মানুহ তথা সন্ত্ৰাসবাদী আৰু প্ৰকৃতিয়ে ধ্বংসৰ যি তাণ্ডৱলীলা চলালে, মানুহৰ জীৱনলৈ যি

নাৰকীয় যন্ত্ৰণা আৰু বিভীষিকা কঢ়িয়াই আনিলে, সেই বিভীষিকাৰ কবলৰ পৰা এতিয়াও ৰাইজ মুক্ত হ'ব পৰা নাই। এতিয়াও সন্ত্ৰাসবাদীৰ হত্যাৰ বলিৰ চিতাৰ জুই নুমুওৱা নাই বুলিয়েই ক'ব পাৰি, এতিয়াও আত্মীয়-পৰিজনৰ বহুতকে চিৰকাললৈ হেৰুৱাই প্ৰকৃতিৰ অভাৱনীয় দুৰ্যোগ তথা বানপানীৰ কবলৰ পৰা জীয়াই থকাসকল মুক্ত হ'বই পৰা নাই— তাৰ পাছত আমি ইমান অমানুহ হ'ম নে যে পূৰ্বৰ দৰেই ধুমধামেৰে দুৰ্গা পূজা পাতিম? অন্ততঃ পূজাৰ নামত সংগ্ৰহ কৰা বৃহৎ পুঁজিৰ এটা শকত অংশ দুৰ্গতসকললৈ আগবঢ়াই অনুষ্ঠুপীয়াকৈ দুৰ্গা দেৱীৰ আৰাধনা কৰিব নোৱাৰোনে? মোৰ মনত কোনো সন্দেহ নাই যে দুৰ্গতিনাশিনী দুৰ্গায়ো তেওঁৰ ভক্তবৃন্দৰ পৰা দুৰ্গত ৰাইজলৈ এই দয়া আৰু কৰুণাই আশা কৰে, তেওঁৰ প্ৰতি আগবঢ়োৱা ষোড়শোপচাৰৰ নৈবেদ্য নহয়। নহয় কোনো বিলাস বহুল জাক-জমকতা।

— ২০০৪



# ড° মনমোহন সিং আৰু অসম শিশু কল্যাণ সদন

মই ড° মনমোহন সিঙক জীৱনত এবাৰেই মাত্ৰ লগ পাইছোঁ, শুদ্ধকৈ ক'বলৈ গ'লে দেখিছোঁ, সেই দেখাৰ ঠাইডোখৰ আছিল জালুকবাৰীত থকা অসম শিশু কল্যাণ সদন। তাৰ বাৰ্ষিক সভা এখনতে মঞ্চত বহি থকা ড° সিঙক দেখা পাইছিলো। তেখেতে অসমৰ পৰা সাংসদ নিৰ্বাচিত হৈ সাংসদ পুঁজিৰ পৰা গুৱাহাটীৰ বিভিন্ন অনুষ্ঠানলৈ অনুদান আগবঢ়োৱাৰ লগতে অসম শিশু কল্যাণ সদনলৈও তেনে অনুদান আগবঢ়াইছিল। ড° সিঙৰ সেই ধনেৰে সদনৰ পকী গোহালি ঘৰটো সজোৱা হৈছিল, তদুপৰি মই জনাত তেখেতে দুটি অনাথ শিশুকো মেট্ৰিকলৈ পঢ়ুওৱাৰ খৰচ বহন কৰাৰ প্ৰতিশ্ৰুতি দিছিল। আমি এই কথা বাতৰি কাকতত পঢ়িবলৈ পাইছো যে অসমৰ সাংসদসকলৰ ভিতৰত ড° মনমোহন সিঙেই তেখেতৰ সমষ্টিৰ বাবে সাংসদ পুঁজিৰ আটাইতকৈ বেছি অনুদান আগবঢ়াইছে। ড° সিঙক অসমৰ পৰা নিৰ্বাচিত কৰা কথাটো লৈ সেই সময়ত দুই-এখন বাতৰি কাকতত বিৰূপ মন্তব্য কৰি লিখাৰ কথা পঢ়া মনত পৰে। পিছে অসমৰ এই ক্ষেত্ৰত সৰ্বশ্ৰেষ্ঠ সাংসদ হৈ তেখেতে নিশ্চয় সেই 'পাপ'ৰ পৰা কিছু মুক্ত হ'ব পাৰিলে।

জালুকবাৰীৰ অনাথ শিশুৰ আশ্ৰমখনৰ গোহালি ঘৰটো বান্ধি দি ড° মনমোহন সিঙে কিন্তু এটা ডাঙৰ সহায় কৰিলে। সেই সদনটো স্থাপন কৰা সময়ত চৰকাৰে মাহে বোধহয় আঠ হাজাৰমান টকাৰ এটা অনুদান আগবঢ়াইছিল, কিন্তু লাহে লাহে চৰকাৰে পইচা দিব নোৱাৰা হৈ আহিল বা নিদিয়া হৈ আহিল। প্ৰফুল্ল মহন্ত চৰকাৰৰ দিনততো আৰু সহায়-সাহায্য

নোপোৱা হৈ আহিল। লাহে লাহে এনে এটা নীতিও চৰকাৰে গ্ৰহণ কৰিলে, যাৰ দ্বাৰা এনে অনুষ্ঠানবোৰ স্বাৱলম্বী হ'ব লাগিব বুলি হেনো চৰকাৰী নিৰ্দেশ জাৰি কৰা হ'ল। ফলত জালুকবাৰী শিশু কল্যাণেও স্বাৱলম্বিতাৰ পথত আগবাঢ়িবলৈ নানা কাৰ্যসূচী গ্ৰহণ কৰিলে, তাৰ ভিতৰত এটা আছিল— জাৰ্ছি গৰু পুহি দুগ্ধ উৎপাদন আৰু বিক্ৰয়ৰ দ্বাৰা কিছু ধন সংগ্ৰহ কৰা। জাৰ্ছি গৰুক বৰ সযতনে আপডাল কৰি ৰাখিব লগা হয়, সিহঁতক ৰাখিবৰ বাবে ভাল ঘৰবো প্ৰয়োজন হয়। গতিকে ড° মনমোহন সিঙৰ সাংসদ পুঁজিৰ ধনেৰে সজা গোহালি ঘৰে শিশু সদনখনক বৰ ডাঙৰ সহায় কৰিলে।

এতিয়া এই শিশু সদনৰ কথালৈ আহোঁ। অৱশ্যে জালুকবাৰীৰ এই অনাথ শিশুৰ আশ্ৰয় গৃহটোৰ কথা বিভিন্নজনে বিভিন্ন পত্ৰ-পত্ৰিকাত লিখি আহিছে, ময়ো কেইবা ঠাইত লেখিছো, 'কিন্তু অধিকন্তু ন দোষায়ঃ' নীতিকে সাৰোগত কৰি পুনৰ অলপ কথা লিখিবলৈ ওলাইছোঁ।

সেয়া আছিল ১৯৭৬ চনৰ কথা। বংগৰ প্ৰয়াত সুখ্যাত লেখিকা, 'ন হন্যতে' নামৰ গ্ৰন্থৰ বাবে সাহিত্য অকাডেমী পুৰস্কাৰপ্ৰাপ্ত, ৰবীন্দ্ৰ আশিসধন্যা মৈত্ৰেয়ী দেৱী লেখিকা সংস্থাৰ প্ৰথম বাৰ্ষিক অধিৱেশন উপলক্ষে আমন্ত্ৰিত হৈ গুৱাহাটীলৈ আহিছিল। তেখেতৰ কলকাতাত 'খেলাঘৰ' নামৰ এটা অনাথ শিশুৰ আশ্ৰয় গৃহ আছিল। তাত শিশুসকলক কি ধৰণৰ মমতাভৰা যত্ন লোৱা হয়, মই নিজ চকুৰে দেখি আহিছোঁ। সেই মৈত্ৰেয়ী দেৱীয়ে গুৱাহাটীলৈ আহি এখন অনাথ আশ্ৰম চাব খুজিলে আৰু তেতিয়া তেওঁক জালুকবাৰীৰ শিশু সদনলৈ লৈ যোৱা হৈছিল। তাৰ পৰা আহি মোক মৈত্ৰেয়ী দেৱীয়ে কোৱা কথাষাৰ এতিয়াও যেন কাণত বাজি থাকে— 'নিৰুপমা, অনাথ আশ্ৰম খুলিলে অন্তৰত প্ৰেম-ভালপোৱা থাকিব লাগে'। তাৰ পাছত তেওঁ শিশু সদনখনত অনাথ শিশুৰ দুৰৱস্থাৰ কথা বৰ্ণালে, খাবলৈ নাপাই শিশুসকল কেনেকৈ অপুষ্টিত ভুগিছে তাক সংক্ষেপে বৰ্ণালে। এটা শিশুৰ কথা ক'লে যাৰ অৱস্থা খুবেই সঙ্গীন, উপযুক্ত চিকিৎসা আৰু পথ্য নাপালে ল'ৰাটো নাবাচে - যি দুটা বস্তু পোৱাৰো আশা নাই।

সেই সময়ত জালুকবাৰী শিশু সদনটোৰ কথা মই বিশেষ একো জনা নাছিলো, তালৈ যোৱাও নাছিলো। কিন্তু লাহে লাহে তাৰ কথাবোৰ গম পাই আহিব ধৰিলোঁ। তেতিয়াও চৰকাৰী অনুদান পাই থকা আশ্ৰমখন খুব স্বচ্ছল নহ'লেও চলি থাকিব পৰা অৱস্থাত আছিল, কিন্তু উধৰ পৰা মূধলৈ চলি থকা দুৰ্নীতিৰ ফলত অনুদানৰ ধনৰ সিংহভাগেই কেইজনমান কৰ্মচাৰীৰ পকেটলৈ গৈছিল, ফলত শিশুসকলৰ পৰ্যাপ্ত নোহোৱা খোৰাকীবো তেনেকৈ চান কঢ়াৰ ফলত সিহঁত বোলে প্ৰায়ে অনাহাৰে থাকিব লগা হৈছিল। সঁচায়ে, মানুহৰ দৰে নিৰ্দয়-হৃদয়হীন প্ৰাণী আৰু পৃথিবীত নাই।

সেই দিনবোৰৰ কথা সুঁৱৰি মোক তাত বহুত বছৰ ধৰি থকা মেট্ৰন শ্ৰীমতী নামৰ মহিলাগৰাকীয়ে কৈছিল যে এটা এনে সময়ো গৈছিল যেতিয়া ল'ৰা-ছোৱালীবোৰে ভোকত

মধুৰিয়ামৰ পাত পৰ্যন্ত ছিঙি খাইছিল। এবাৰ এজন দৰ্শক আহি বাগান, বাৰী ঘূৰি-পকি চাই পত্ৰ-পুষ্পহীন মধুৰিয়াম গছবোৰ দেখি বোলে আচৰিত হৈ কৈছিল— কি পোকে গছৰ এই দুৰ্দশা কৰিলে? তেতিয়া নিশ্চয় কোনেও এই উত্তৰ দিয়া নাছিল যে ভোক নামৰ 'পোক'টোৱেই এই ধ্বংস কাৰ্যৰ বাবে জগৰীয়া; কোনোৱে নিশ্চয় কোৱা নাছিল যে প্ৰেম আৰু কৰুণা নোহোৱাকৈ অনাথ শিশুৰ আশ্ৰম এখন চলাৰে ই পৰোক্ষ ফলশ্ৰুতি।

শ্ৰীমতীয়ে মোক এনে কথাও কৈছিল যে কেতিয়াবা শিশুবোৰে পেটৰ কলমলাই থকা ভোকেৰে সন্ধিয়াৰ পৰা ভাত বিচাৰে, তেতিয়া তেওঁলোকে বোলে সুদা পানী উতলি থকা ভাতৰ হাড়ি দেখুৱাই কয়— সেয়া ভাত উতলি আছে, সিহঁতে অলপ পৰ শুই থাকক, ভাত হ'লেই মাতি নি খাবলৈ দিব। তেনেকৈ ভাতৰ আশাতে বোলে বিছনাত পৰি থাকি শেষত লঘোণীয়া পেটেৰেই শিশুবোৰ শুই পৰে।

কিন্তু সেই অৱস্থা আজি আৰু নাই। এতিয়া শিশু সদনৰ শিশুসকলে পেট ভৰাই খাবলৈ পাইছে, ভালকৈ পিন্ধিবলৈ পাইছে, পঢ়া-শুনা কৰিবলৈ পাইছে। ৰিপ'ভেন উইংকলৰ দৰে (আৰভিং বালেচৰ এই কাহিনী প্ৰীতি বৰুৱাই 'নিদ্ৰালু গহুৰ' নামেৰে অনুবাদ কৰিছে) যদি কোনোবাই কুৰি বছৰৰ নিদ্ৰাৰ পাছত তেতিয়া দেখা শিশু সদনখন আজি গৈ দেখে, অৰ্থাৎ মাজৰ ছোৱাৰ সময়ৰ ধীৰ গতিৰ পৰিৱৰ্তন দেখাৰ সুযোগৰ পৰা বঞ্চিত হৈ থাকে, তেন্তে অত বছৰৰ পাছত পুনৰ তাত গৈ উপস্থিত হৈ তেওঁৰ চকু বিস্ফাৰিত হৈ পৰিব— কাৰ যাদুৰ স্পৰ্শত এদিনৰ সেই নৰক এনে স্বৰ্গপুৰীলৈ পৰিবৰ্তিত হ'ল? তেওঁৰ মনত নিশ্চয় এই প্ৰশ্ন জাগিব।

'যাদুকৰ'জনৰ কথা ক'বলৈ মোৰ সংকোচ বোধ হয়। কাৰণ তেওঁ মোৰ নিজৰ দাদা বিনয় কুমাৰ তামুলী; আপোন মানুহৰ গুণ বখানিবলৈ দ্বিধাবোধ কৰা স্বাভাৱিকেই। তথাপি প্ৰয়োজনৰ খাতিৰত তাৰ পৰা বিৰত থাকিবও নোৱাৰোঁ। দাদাই আজি কেইবাবছৰৰ পৰাই সেই অনুষ্ঠানটোৰ সভাপতি হিচাপে দেহেকেহে খাটি আছে। তেওঁ দুৰ্নীতি নকৰা মানুহ, গতিকে সদনৰ বাবে পোৱা প্ৰতিটো পইচাই তাত খটুৱাইছে। দান-দক্ষিণ কৰি পইচাৰ সদ্ব্যৱহাৰ হয় বুলি জানিলে বহুতো সদাশয় লোকেই বদান্যতা দেখুৱায়। তেনেকৈ চৰকাৰী আৰ্থিক অনুদান নাপায়ো জালুকবাৰী শিশু কল্যাণ সদনে এনেকৈ নানা ব্যক্তি, অনুষ্ঠান-প্ৰতিষ্ঠানৰ পৰা সহায়-সহযোগিতা পাই আহিছে, ধনেৰে, বস্ত্ৰ-বাহানিৰে। আমেৰিকা প্ৰবাসী বহু অসমীয়া মানুহে পইচা দিছে, ইয়াৰ কোনো কোনো মানুহেও দিছে। (অৱশ্যে মই এই কথা ক্ষোভেৰে নাভাবিও নোৱাৰো— ইয়াত ডাক্তৰী আদিকে ধৰি নানা বৃত্তিত নিযুক্ত অজস্ৰ ধন ঘটা বহুতো মানুহে কিন্তু এই বদান্যতা দেখুওৱা নাই), অলপতে ষ্টেট বেংকেও চাৰি লাখ টকা দিছে, স্বাৱলম্বিতাৰ আঁচনিও কিছু সফল হৈছে আৰু এই সকলো কথা মিলি বৰ্তমান জালুকবাৰীৰ অসম শিশু কল্যাণ সদনখন তাৰ আশ্ৰমৰ দৰে লগা পৰিৱেশেৰে এক

মনমোহা আশ্রয় গৃহ হৈ উঠিছে। এই বয়সতো দাদাৰ কৰ্মক্ষমতা আৰু নিষ্ঠা দেখি মই বহুতবাৰ মনেৰে ভাবিছো — অসমৰ মানুহে হয়তো দাদাতকৈ মোকেই বেছিকৈ চিনি পায়, কাৰণ মোৰ হাতত কলমডাল আছে। কিন্তু তেতিয়া আত্মধিক্কাৰেৰে ভাবো— মইনো সময়ে সময়ে লেখাৰে মহত্বৰ বাণী প্ৰচাৰ কৰাৰ বাহিৰে আজিলৈকে সমাজৰ বাবে কি কাম কৰিছোঁ? গতিকে কলমডালৰ প্ৰতি বিতৃষ্ণাৰে মাজে মাজে মই জেমছ ৰাছেল লৱেলৰ এই কবিতা ফাঁকি আওৰাও — 'All beautiful sentiments of the world weigh less than a single lovely action.'

—২০০৪



# অঞ্জলি লাহিড়ীৰ 'অসমেৰ মহিলাকথাকাৰ' আৰু লীলা ৰায় স্মৃতি বঁটা

অলপতে অসমৰ অঞ্জলি লাহিড়ীয়ে কলকাতাৰ লীলা ৰায় স্মৃতি সমিতিৰ পৰা এটা পুৰস্কাৰ পাইছে। সেই পুৰস্কাৰটো অনুবাদ কৰ্মৰ কৃতিত্বৰ বাবে দিয়া হয়। অঞ্জলি বাইদেৱে অসমীয়া গল্প লেখিকাৰ গল্প অনুবাদ কৰি এটা সুদীৰ্ঘ ভূমিকা দি 'অসমেৰ মহিলা কথাকাৰ' নামেৰে এখন গ্ৰন্থ লিখি উলিয়াছিল। সেইখন 'দে'জ পাবলিশ্বিং' নামৰ কলকাতাৰ বিখ্যাত প্ৰকাশন গোষ্ঠীটোৱে 'যাদৱপুৰ বিশ্ববিদ্যালয়'ৰ 'স্কুল অব উইমেনছ ষ্টাডিজ'ৰ সহযোগত প্ৰকাশ কৰি উলিয়াইছে। প্ৰকাশৰ চন হ'ল ২০০৩ চনৰ ফেব্ৰুৱাৰী মাহ, অৰ্থাৎ প্ৰায় দুবছৰ হ'বৰো হ'লহি, কিন্তু অসমৰ কোনো কাকতত্তে গ্ৰন্থখনৰ কোনো ধৰণৰ পৰিচয় প্ৰকাশ হোৱা নাই। গ্ৰন্থখনৰ নামটোৱেই কয় যে অসমৰ সাহিত্য জগতলৈ, বিশেষকৈ মহিলা সাহিত্যিকৰ জগতলৈ 'অসমেৰ মহিলা কথাকাৰে' একধৰণৰ সু-সংবাদ কঢ়িয়াই আনিছে, কাৰণ অসমৰ ভালেকেইজন লেখত ল'বলগীয়া মহিলা কথাকাৰৰ লেখা এই অনুবাদৰ অভাৱতে আন ভাষা-ভাষীৰ ৰাজ্যৰ কথাই নাই, চুবুৰীয়া ৰাজ্যখনতো একেবাৰে প্ৰচাৰ পোৱা নাই। পিছে অঞ্জলি বাইদেৱে অসমীয়া লেখিকাৰ কেইটামান ভাল গল্প অনুবাদ কৰি (যদিও শেষৰ কেইটামানৰ ক্ষেত্ৰত এই মন্তব্য প্ৰযোজ্য নহয়), দে'জ পাবলিশ্বিঙৰ দৰে বিখ্যাত প্ৰকাশকৰ দ্বাৰা প্ৰকাশ কৰাই সেই কথাৰ কিছু প্ৰতিকাৰ কৰিছে। আশী টকা মূল্যৰ সুন্দৰ ছপাবন্ধাৰ সংকলনখনত এইকেইগৰাকী লেখিকাৰ এইবোৰ গল্পই ঠাই পাইছে— চন্দ্ৰপ্ৰভা শইকীয়ানীৰ 'দৈৱজ্ঞ দুহিতা', স্নেহ দেৱীৰ 'বিশেষ একটি ৰাত', এই লেখিকাৰ 'নাৰী দশকে অকন', প্ৰীতি বৰুৱাৰ 'স্বৰ্গচ্যুতি', মামণি ৰয়ছম গোস্বামীৰ 'সংস্কাৰ', ফুল গোস্বামীৰ 'সহযাত্ৰী', পূৰৱী বৰমুদৈৰ 'ৰাজনীতি নাবুঝা মানুষ', অৰূপা পটঙ্গীয়া

কলিতাৰ 'দৈৱকীৰ দিন', মনোৰমা দাস মেধিৰ 'সত্যবোধন', ৰতিপ্ৰভা গগৈৰ 'ৰিক্সাওয়ালা', মীনাক্ষী বেজবৰুৱাৰ 'শাৰদীয় জ্যোৎস্নায়', বকুলী বৈশ্যৰ 'বিশ্বাস-অবিশ্বাস', অনুৰাধা শৰ্মা পূজাৰীৰ 'শিকাৰ' (মই বাংলাত অনূদিত নামকেইটা ব্যৱহাৰ কৰিছোঁ)।

গ্ৰন্থখনৰ আৰম্ভণিৰ 'ভূমিকা'ত ড° মালিনী ভট্টাচাৰ্যই নানা কথাৰ ভিতৰত এইদৰে লিখিছে— '...বিভিন্ন ভাষায় যে মেয়েৰা লিখছেন তাঁদেৰ মধ্যেকাৰ সাংস্কৃতিক ও ভাষাগত ব্যৱধান জুড়ে সেতু গড়ে তোলা। অনুবাদ এই সেতু গড়াৰই একটি আঙ্গিক। তাই আমৰা ভাষা থেকে ভাষান্তৰে মেয়েদেৰ লেখাকে পৌছে দেবাৰ উদ্দেশ্যে একটি অনুবাদ প্ৰকল্প গ্ৰহণ কৰেছি। তাৰ প্ৰথম ফসল অসমীয়া থেকে বাংলায় অনূদিত ছোটো গল্পেৰ এ সংকলনটি। ...' এনেকুৱা সেতুবন্ধন প্ৰকল্পক আমি স্বাগতম জনাইছোঁ।

অঞ্জলি বাইদেৱে এই ১৭৪ পৃষ্ঠাৰ কিতাপখনত 'উপক্ৰমণিকা' শিৰোনামেৰে এটা দহ পৃষ্ঠাৰ লেখা লিখিছে। সেইটো যেন হাতী মাৰি ভুৰুকাত ভৰোৱাৰহে চেষ্টা, কাৰণ প্ৰাচীন অসমীয়া সাহিত্যৰ পৰা বৰ্তমান সাহিত্যলৈকে তেওঁ অসমীয়া সাহিত্যৰ যি সামগ্ৰিক আলোচনা কৰিছে, সি হাতী মাৰি ভুৰুকাত ভৰোৱাৰ নিচিনা নহ'লনে? তেওঁ তাত লিখা কিছু কথা ইয়াত উদ্ধৃত কৰিলোঁ— 'অসমীয়া সাহিত্যেৰ ধাৰা এবং সেখানে মহিলা লেখিকাদেৰ অবস্থান নিয়ে কিছু বলাৰ জন্যই এই উপক্ৰমণিকাৰ অবতাৰণা। যে কোনো সাহিত্যেৰ ক্ৰমবিবৰ্তন সম্বন্ধে কিছুটা ধাৰণা না থাকলে সাহিত্যেৰ ৰসগ্ৰহণ ও মূল্যায়ন কিছুটা ব্যহত হয়।' তেওঁ এই কথাও ঘোষণাৰ দৰে লিখিছে— 'যদি শুধুমাত্ৰ নিজেৰ আঞ্চলিক ভাষা ঐতিহ্য ও সংস্কৃতিৰ উপৰ আমৰা শ্ৰদ্ধাশীল বা পক্ষপাতী থাকি আৰ প্ৰতিবেশী সাহিত্যেৰ প্ৰতি যদি আমৰা সম্পূৰ্ণ উদাসীন থাকি তাহলে ভাৰতীয় সংস্কৃতিৰ শতফুল কোনোদিনও বিকশিত হতে পাৰবে না। যদি সাহিত্য সংস্কৃতিৰ এই অপৰিচয়েৰ দেওয়াল অপসৃত হয়, একে অপৰকে জানতে পাৰে, তবে তাতেই গড়ে উঠতে পাৰে পৰস্পৰেৰ মধ্যে মৈত্ৰীৰ এক স্বৰ্ণসেতু।' স্বৰ্ণসেতু ৰচনা-প্ৰয়াসী অঞ্জলি লাহিড়ী কিন্তু তেওঁৰ স্বামী নীৰেন্দ্ৰ মোহন লাহিড়ীৰ (এডভোকেট) সংজ্ঞাৰে 'বাংলাভাষী অসমীয়া'। সেইবাবেও এনে 'স্বৰ্ণসেতু' ৰচনা কৰাত তেওঁ এগৰাকী যোগ্য ব্যক্তি। এই গ্ৰন্থৰ 'মুখবন্ধ'ৰ লেখক হোমেন বৰগোহাঞিৰ কিছু কথাৰ উদ্ধৃতিৰেই অঞ্জলি বাইদেউৰ এটা পৰিচয় দাঙি ধৰাৰ চেষ্টা কৰা যাওক : '...অনুবাদিকা হিসেবে অঞ্জলি লাহিড়ীৰ এই প্ৰথম আত্মপ্ৰকাশ। কিন্তু অসমেৰ সামাজিক-ৰাজনৈতিক জীবনে তিনি সবিশেষ পৰিচিতা। যৌবনেই দীক্ষা নিয়েছিলেন মাৰ্কসীয় দৰ্শনে। চল্লিশেৰ দশকেৰ দুৰন্ত ছাত্ৰী তিনি। ওই সময় পুৰো সুৰমা উপত্যকা জুড়ে ৰাজনৈতিক কাজ কৰেছেন। কমিউনিষ্ট আন্দোলনেৰ নেত্ৰী অঞ্জলি ১৯৪৮ সালে বন্দী হয়ে দীৰ্ঘদিন কাৰান্তৰালে ছিলেন... বাংলাদেশেৰ মুক্তি সংগ্ৰামেৰ সময় অকুতোভয় অঞ্জলি লাহিড়ী তৎকালীন পূৰ্ব-পাকিস্তানেৰ শৰণাৰ্থী শিবিৰে যেভাবে সেবাৰ কাজ কৰেছেন তাকে তুলনাহীন বললেও কম বলা হয়। বাংলাদেশ থেকে প্ৰকাশিত 'স্মৃতি ও কথায়' মুক্তিযুদ্ধেৰ অবিস্মৰণীয় কাহিনী তিনি সুন্দৰভাবে চিত্ৰিত কৰেছেন। শ্ৰীমতী লাহিড়ী উনবিংশ শতাব্দীৰ এক বিশিষ্ট গৌৰবময় পৰিবাৰেৰ উত্তৰসুৰী। পিতামহ ডাক্তৰ সুন্দৰীমোহন দাশ

শুধুমাত্র বিখ্যাত চিকিৎসক বা ব্রাহ্ম সমাজেৰ নেতাই ছিলেননা, ছিলেন ক্যালকাতা ন্যাশন্যাল কলেজেৰ প্ৰতিষ্ঠাতা। যাদবপুৰ বিশ্ববিদ্যালয়েৰও অন্যতম প্রতিষ্ঠাতা তিনি। বাবা প্রেমানন্দ দাস হাৰ্ভার্ড আৰ মিশিগান বিশ্ববিদ্যালয়ৰে ডক্টৰেট, বিখ্যাত ৰাসায়নবিদ। ...মা সুবর্ণপ্রভা অসমেৰ দ্বিতীয় গ্র্যাজুয়েট। সাৰা জীৱন শিক্ষা প্রসাৰেৰ কাজে নিযুক্ত ছিলেন। শিলং ব্রাহ্ম বালিকা বিদ্যালয়ে প্রধানা শিক্ষিকা হিসেবে বিশেষ সম্মানিতা তিনি...।'

অঞ্জলি বাইদেউৰ এই পৰিচয়টোৰ উদ্ধৃতি দীঘলীয়াভাৱেই দিলোঁ, কাৰণ আজিৰ ৰচনাখন ঘাইকৈ তেওঁক লৈয়ে লিখা। তেওঁ এই কিতাপখন অনুবাদ কৰি লীলা ৰায় বঁটা লাভ কৰি যোগ্যতাৰ প্ৰাপ্য সন্মানেই পাইছে। গতিকে আমালৈ গৌৰৱ কঢ়িয়াই অনা মানুহগৰাকীৰ সম্যক পৰিচয় দিবই লাগিব। এইবাৰ লীলা ৰায়ৰ বঁটাৰ প্ৰসংগলৈ অহা যাওক।

বংগৰ স্বনামধন্য প্ৰয়াত সাহিত্যিক অন্নদাশংকৰ ৰায়ৰ পত্নী লীলা ৰায়। এই অসাধাৰণ মহিলাগৰাকী আমেৰিকান। অন্নদাশংকৰ ৰায়ে তেওঁক বিদেশত লগ পায়, দুয়ো প্ৰণয়পাশত আবদ্ধ হয় আৰু তাৰ পাছত অন্নদাশংকৰ ৰায়ে তেওঁৰ পাণিগ্ৰহণ কৰি তেওঁৰ বিদেশী নাম সলনি কৰি লীলা ৰায় নাম ৰাখে। লীলা ৰায়ৰ এই বাংলা নামৰ আগতে নিজ নাম আছিল এলিচ ভাৰ্জিনিয়া ওবন্ ডৰ্ফ্। এওঁ নিজ মাতৃভাষা ইংৰাজীৰ বাহিৰেও স্পেনিছ, ফ্ৰেঞ্চ, হিন্দী, উড়িয়া আৰু বাংলা জানিছিল। লীলা ৰায়ে বহুতো প্ৰখ্যাত উড়িয়া লেখকৰ গ্ৰন্থ সেই ভাষাৰ পৰা বাংলালৈ অনুবাদ কৰিছে আৰু একেদৰে বঙালী লেখকৰ প্ৰখ্যাত গ্ৰন্থ কেতবোৰ উড়িয়ালৈ অনুবাদ কৰিছে। ইংৰাজীলৈও একাধিক গ্ৰন্থ অনুবাদ কৰিছে। সত্যজিৎ ৰায়ৰ 'পথেৰ পাঁচালি' আৰু 'অশনি সংকেত' নামৰ চিনেমা দুখনৰ ইংৰাজী Subtitle-ও লীলা ৰায়েই লিখি দিছিল। এতিয়া তেৰোঁ প্ৰয়াত।

এই ভদ্ৰ মহিলা হাড়ে-হিমজুৰে বঙালী হৈ পৰিছিল। তেওঁৰ সন্তানকো বঙালীৰ লগত বিয়া দিছিল। এজনী ছোৱালীক অঞ্জলি বাইদেউৰ বন্ধুৰ ভায়েকেও বিয়া কৰিছিল। লীলা ৰায়ে নিজেই দৰা নিৰ্বাচন কৰিছিল।

বাংলা অকাডেমীয়ে বিশিষ্ট অনুবাদ গ্ৰন্থৰ বাবে এই লীলা ৰায় স্মৃতি বঁটাৰ প্ৰৱৰ্তন কৰিছে। এইবাৰ কলকাতাত অকাডেমীয়ে অনুষ্ঠিত কৰা এই স্মৃতি বঁটা অনুষ্ঠানটোত বিখ্যাত লেখক নীৰেন্দ্ৰ নাথ চক্ৰৱৰ্তীয়ে সভাপতিৰ আসন শুৱনি কৰি অঞ্জলি বাইদেউক বঁটাটো দিছে। অকাডেমীৰ সচিব শনৎ কুমাৰ চট্টোপাধ্যায়ো উপস্থিত আছিল। অঞ্জলি বাইদেউৰ পৰিচয় জ্ঞাপন কৰিছিল এসময়ৰ চি পি এমৰ এম পি যাদৱপুৰ বিশ্ববিদ্যালয়ৰ ইংৰাজী বিভাগৰ প্ৰাক্তন মুৰব্বী, উইমেন ষ্টাডিজৰ সভানেত্ৰী ড° মালিনী ভট্টাচাৰ্যই। অসমীয়া লেখিকাৰ গল্প অনুবাদ কৰা এইগৰাকী অঞ্জলি লাহিড়ীক আমাৰ কোনো লেখিকা সংগঠনে অভ্যৰ্থনা জনাব নোৱাৰেনে?

— ২০০৪



# গুৰু দক্ষিণা

মই তেতিয়া কলিকতাৰ পৰা ইংৰাজীত এম এ পাছ কৰি ঘৰতে বহি আছোঁ। হঠাতে অভাৱনীয়ভাৱে তেতিয়াৰ নলবাৰী কলেজৰ অধ্যক্ষ বিশিষ্ট সাহিত্যিক, শিক্ষাবিদ প্ৰয়াত ত্ৰৈলোক্যনাথ গোস্বামীয়ে মোক তেওঁৰ কলেজত ইংৰাজীৰ অধ্যাপিকাৰ চাকৰি কৰিবলৈ মাতি পঠাইছিল। মোৰ ফলাফল সিমান ভালো হোৱা নাছিল, তথাপি তেতিয়ালৈকে গুৱাহাটীত ইংৰাজী সাহিত্যৰ বিভাগ খোলা হোৱা নাছিল বাবে অসমৰ বিভিন্ন কলেজত ইংৰাজীৰ অধ্যাপকৰ পদত নিযুক্তি দিবৰ বাবে ঘাইকৈ অসমৰ বাহিৰত পঢ়ি এম এ ডিগ্ৰী লৈ অহা ব্যক্তিৰ ওপৰতে নিৰ্ভৰ কৰিবলগীয়া হৈছিল। সেই বাবেই মই কলেজৰ শিক্ষকতাৰ জীৱনত যলৈকে গৈছোঁ তাতেই হেলাৰঙে ইংৰাজীৰ অধ্যাপিকাৰ চাকৰি পাইছোঁ, পাছত অসমীয়াত ভালকৈ এম এ পাছ কৰিও বৰকৈ বিচাৰিও গুৱাহাটীৰ কোনো কলেজতে অসমীয়াৰ (ইংৰাজীৰ বাদেই) অধ্যাপিকাৰ চাকৰি কৰাৰ ভাগ্য নহ'ল।

মই নলবাৰী কলেজত জীৱনত প্ৰথমবাৰৰ বাবে অধ্যাপিকাৰ চাকৰি কৰিবলৈ গৈ যথেষ্ট নাৰ্ভাছ হৈছিলো। কোনো দিনে ইংৰাজীত পঢ়ুওৱা অভ্যাস নাই, পঢ়িছোঁও অসমীয়া মাধ্যমত। ইংৰাজীত কথা-বতৰা কোৱাৰো কোনো অভ্যাস নাই, ছাত্ৰক পঢ়ুৱাবলৈ যথেষ্ট ভয় লগা স্বভাৱিক কথা। গতিকে কি পঢ়ুৱাইছিলো ভগবানেহে জানে। অধিক শুদ্ধকৈ ক'বলৈ গ'লে ছাত্ৰ-ছাত্ৰীয়েহে জানে বা জানিছিল; ছাত্ৰী অৱশ্যে এজনী নে দুজনীহে আছিল। মোৰ অন্ততঃ এজনী ছাত্ৰীৰ কথা ভালকৈ মনত আছে, তেওঁৰ নাম নলিনী, নলিনী দত্তবৰুৱা, হৰি নাৰায়ণ দত্ত বৰুৱাৰ কনিষ্ঠ কন্যা, আৰু

বোধহয় নলবাৰীৰ আন এক বিশিষ্ট ব্যক্তি প্ৰভাত নাৰায়ণ চৌধুৰীৰ জীয়েকো আছিল। মোৰ খুব ভালকৈ মনত নাই, আজিকালি স্মৃতিশক্তিয়ে মাজে মাজে সহযোগিতা কৰিব নোখোজে।

সি যি কি নহওক, মই আই এ ক্লাছৰ ল'ৰা-ছোৱালীবোৰক Modern English short-stories বা তেনে নামৰ কিতাপ এখন পঢ়ুৱাইছিলো। গল্পবোৰনো আৰু কি বুজাম, ইংৰাজীৰ পৰা অসমীয়া ভাঙনি কৰি বুজাব পাৰিলেও বেলেগ কথা আছিল, যেনেকৈ আমাক স্কুলত বাইদেউসকলে ইংৰাজী পাঠ পঢ়ুৱাইছিল। কিন্তু কলেজততো ইংৰাজীতহে পঢ়ুৱাব লাগে, গতিকে গল্প ইংৰাজীত বুজোৱাত বৰ অসুবিধা পাইছিলো। অৱশ্যে কটনত আমাক চন্দ্ৰ কলিতা ছাৰে ছেইক্সপীয়েৰৰ 'মাৰ্চেণ্ট অব ভেনিচ'খন পঢ়ুৱাওঁতে অসমীয়াতো বাদেই সংস্কৃত বাক্যও ব্যৱহাৰ কৰিছিল। তেওঁ ব্যৱহাৰ কৰা এইযাৰ বাক্য স্মৃতি-ভ্ৰংশৰ মাজতো এতিয়াও মনত পৰে— সূত্ৰে মণিগণা ইব।

পিছে চন্দ্ৰ কলিতা ছাৰে যি সাহস কৰিব পাৰিছিল মোৰদৰে এজনী অপৰিপক্ক, অনভিজ্ঞ, কম বয়সীয়া অধ্যাপিকাৰতো সেই সাহস কৰাৰ স্পৰ্দ্ধা নাছিল, গতিকে ইংৰাজী গল্প ইংৰাজীত বুজোৱাৰ এক প্ৰাণান্তকৰ প্ৰয়াস চলাইছিলো। সফলতা-বিফলতাৰ কথা জনা নাছিলো, কিন্তু খুব জানিবলৈ মন গৈছিল। এদিন সেই সুবিধা ওলাল যেতিয়া ছাত্ৰ নলিনীৰঞ্জন শৰ্মাক ৰাস্তাত অকলে লগ পাই গ'লো (এইখিনিতে নলিনীৰ আন এটা পৰিচয়ো দি থওঁ - তেওঁ হ'ল বিখ্যাত সংস্কৃত পণ্ডিত মনোৰঞ্জন শাস্ত্ৰীৰ পুত্ৰ); মই মৰসাহ কৰি তেওঁক সুধিলো— 'মই তোমালোকক ইংৰাজী গল্পবোৰ বুজালে বুজি পোৱানে?' নলিনীয়ে বোধহয় অলপ ইতঃস্ততঃ কৰিছিল তাৰ পাছত সংকোচৰ মাতেৰে কৈছিল - 'মই নিজে গল্পবোৰ পঢ়িলে অৰ্থবোৰ বুজি পাওঁ, কিন্তু আপুনি পঢ়ুৱালে একো বুজি নোপোৱা হৈ পৰো'। প্ৰিয় পাঠক, আপোনালোকে নিশ্চয় সিদিনাৰ মোৰ মনৰ অৱস্থাটো অনুমান কৰিব পাৰিছে, মই শিল পৰা কপৌৰ দৰে হৈছিলো।

কিন্তু মই কোনোদিনে তাৰ বাবে নলিনীৰ প্ৰতি বিৰূপ ভাব পোষণ কৰা নাছিলো, বৰং সৰু ল'ৰাটোৰ সৎসাহসৰ প্ৰতি প্ৰশংসাৰ মনোভাবহে জাগিছিল। তদুপৰি মই এই কথা বিশ্বাস কৰোঁ যে শিক্ষকসকলক ভালকৈ 'বিচাৰ' কৰিব পাৰে ছাত্ৰসকলেহে, তেওঁলোকৰ মতামতেই এজন শিক্ষকক উত্তৰণৰ পথলৈ আগবঢ়াই দিব পাৰে। মোৰ সৰু পুত্ৰ প্ৰদীপ্তই এম ফিল কৰি বৃত্তি লৈ আমেৰিকাৰ ইলিয়ন বিশ্ববিদ্যালয়ত ডক্টৰেট কৰিবলৈ গৈছিল। বৃত্তিটো পোৱাৰ ফলত সি 'আণ্ডাৰ গ্ৰেজুৱেট' ছাত্ৰ-ছাত্ৰীসকলক পঢ়ুৱাবলগীয়া হৈছিল, তাৰ সেই দেশত পঢ়া শুনা চলাই যোৱাৰ ভাগ্য নিৰ্ভৰ কৰিছিল সেই ছাত্ৰ-ছাত্ৰীসকলৰ ওপৰত। সিহঁতেই শিক্ষকৰ অৰ্হতা জোখে, ভাল বেয়া পঢ়ুৱাটো সিহঁতে কৰ্তৃপক্ষক 'ৰেটিং' দি জনাই দিয়ে আৰু তেতিয়া তেনেকৈ পঢ়িবলৈ যোৱা 'ৰিছাৰ্চ স্কলাৰে যদি বেয়া ৰেটিং

পায় তেন্তে তেওঁৰ বৃত্তি কটা যায় আৰু তাৰ অৱশ্যম্ভাবী পৰিণতি হয় - ঘৰৰ ল'ৰাৰ ঘৰলৈ প্ৰত্যাৱৰ্তন। গতিকে প্ৰদীপ্তই ভালকৈ পঢ়ুওৱাৰ দস্তুৰমত সাধনা কৰিব লগা হৈছিল।

ময়ো একপ্ৰকাৰ সেই সাধনা কৰিব লগা হৈছিল। নলিনীৰ সেই সমালোচনাই নিশ্চয় কাম দিছিল কাৰণ এদিন এনে এটা দিনো মোৰ জীৱনলৈ আহিছিল যেতিয়া লক্ষীমপুৰ কলেজত মোক ছাত্ৰ-ছাত্ৰীসকলে আহি কৈছিল— 'বাইদেউ, অমুকে (এজন উৰিয়া অধ্যাপক) পঢ়ুৱালে আমি একো বুজি নাপাওঁ, আপুনি আমাৰ সেই ক্লাছটো ল'ব লাগে, আমি প্ৰিন্সিপালক গৈ ধৰিমগৈ...।'

এয়া জানো নলিনীৰঞ্জনৰ একধৰণৰ পৰোক্ষ গুৰু-দক্ষিণা নহয়? তেওঁ সেইদিনা তেনে সত্য ভাষণ নকৰিলে মইতো আত্মসন্তুষ্টিতে ডুবি থাকিলোঁহেঁতেন, কোনোদিনে আত্মসমালোচনা কৰি উৎকৰ্ষৰ সাধনাত ব্ৰতী নহ'লোঁহেঁতেন।

পিছে নলিনীয়ে মোক আন এক স্পৰ্শ কৰিব পৰা পঠনযোগ্য 'গুৰু-দক্ষিণা'ও দিছিল, অন্ততঃ মই মনৰ সন্তুষ্টিৰে তাক তেনেভাৱেই গ্ৰহণ কৰিছিলো। কিন্তু সেয়া আছিল পাছৰ কথা, বহুত পাছৰ কথা।

নলবাৰী কলেজ এৰা দিনৰে পৰা মোৰ আৰু নলিনীৰ লগত কোনো সম্পৰ্ক নাছিল, যেনেকৈ নাছিল লক্ষীমপুৰ কলেজ এৰাৰ দিনৰ পাছত হৰেন ভূঞাৰ লগত। কিন্তু হৰেণৰ কথা ভবাৰ দৰেই মই মাজে মাজে নলিনীৰ কথা ভাবিছিলো, পিছে হৰেন যে এজন সুপ্ৰতিষ্ঠিত লেখক হ'ল, এ চি এছ প্ৰথম শ্ৰেণীৰ বিষয়া হ'ল সেই খবৰ ৰাখিছিলো, কিন্তু নলিনী মোৰ বাবে চিৰদিনৰ কাৰণে হেৰাই গৈছিল। মাজতে এজন নলিনী শৰ্মাৰ কথা শুনিছিলো, প্ৰতিশ্ৰুতিসম্পন্ন গল্পকাৰো আছিল, গোৱালপাৰা নে ধুবুৰী তেনে কোনো এখন ঠাইৰ অধ্যাপক বুলিও শুনিছিলো। মাজে মাজে ভাবিছিলো এৱেঁই মোৰ ভূতপূৰ্ব ছাত্ৰজন নেকি? এদিন এটা দুঃসংবাদো পাইছিলো যে সেই প্ৰতিভাসম্পন্ন গল্পকাৰজনৰ অকালতে মৃত্যু হ'ল।

তাৰ পাছত যোৱা বছৰ অতি আকস্মিক অভাৱনীয়ভাৱে মই নলিনীৰঞ্জনক লগ পাই গ'লো। গুৱাহাটী বিশ্ববিদ্যালয়ৰ 'সংস্কৃত বিভাগে মোক কিবা এক অনুষ্ঠানলৈ নিমন্ত্ৰণ কৰি নিছিল, তাতেই সিদিনা মোক প্ৰায় আধা বয়সৰ অধ্যাপক এজনে হাঁহিমুখে আগবাঢ়ি আহি কৈছিল— 'বাইদেউ, আপুনি নিশ্চয় মোক চিনি পোৱা নাই, মই নলবাৰী কলেজত আপোনাৰ ছাত্ৰ আছিলো। মোৰ নাম নলিনীৰঞ্জন শৰ্মা' — মোৰ দুচকু বিস্ফাৰিত হৈ গৈছিল, মোৰ জীৱনৰ পৰা হেৰাই যোৱা ছাত্ৰজন অত বছৰে মোৰ ইমান ওচৰতে আছিল? কি আচৰিত!

ময়ো হাঁহিমুখে কৈছিলো— 'তোমাৰ চেহেৰা মোৰ মনত নাছিল, কিন্তু তোমাক মই কোনো দিনে পাহৰিব পৰা নাই, এদিন তুমি মোক নলবাৰী কলেজত সৎসাহস দেখুৱাই অকপটভাৱে ক'ব পাৰিছিলা যে তুমি নিজে পঢ়ি বুজিলেও মই পঢ়ুৱালে কিন্তু একো বুজি নোপোৱা হৈ যোৱা।'

নলিনীয়ে তেতিয়া কুণ্ঠিতভাৱে কৈছিল— 'বাইদেউ, মই যে তাৰবাবে কিমান অনুতপ্ত হৈছিলো কি কম, নভবা-নিচিন্তাকৈ মুখত অহা কথাষাৰ কৈ পেলাই পাছত মই বৰ লাজ পাইছিলো, নিজৰ ওপৰতে বৰ খং উঠিছিল।'

মই গম পোৱা নাছিলো যে নলিনীয়ে ইমান বছৰে সেই কথাষাৰ মোৰ দৰেই মনৰ পৰা আঁতৰাব পৰা নাছিল। মই পুনৰ নলিনীক বুজাইছিলো যে নলিনীয়ে তেনেকৈ কৈ মোক একো অপমান কৰা নাছিল, মোৰ উপকাৰহে কৰিছিল।

তাৰ পাছত মোৰ সেই ভূতপূৰ্ব মেধাৱী ছাত্ৰজনে মোক এখন কিতাপ সসন্ত্ৰমে আগবঢ়াই দি কৈছিল— 'বাইদেউ, আজি আপুনি আমাৰ ডিপাৰ্টমেণ্টলৈ আহিব বুলি শুনি আপোনালৈ মই লিখা এই কিতাপখন লৈ আহিছো।'

মই আচৰিত হৈ কিতাপখন আলফুলে হাতত লৈছিলো - কিতাপখনৰ নাম আছিল The Kamrupa School of Dharmasastra, লেখক Naliranjan Sharma, Foreward by : Biswanarayan Shastri। পাত লুটিয়াই ভিতৰত নলিনীৰ হাতেৰে লিখা এই কথাখিনি পঢ়িছিলো : Presented to my revered Teacher Mrs. Nirupama Bargohain with Respect - Naliranjan Sharma. 27/3/03 আৰু এটা পাত লুটিয়াই দেখিছিলো কিতাপখনৰ নামৰ তলত নলিনীৰ নাম লেখা আছে আৰু আছে তেওঁৰ ডিগ্ৰীবোৰ M.A. (BHU) Ph.D(G.U.) Reader, Department of Sanskrit. Gauhati University.

মোৰ মন আনন্দত উদ্ভাসিত হৈ উঠিছিল, মোৰ ভূতপূৰ্ব ছাত্ৰ ইমান কৃতী হৈছে। এজন শিক্ষকৰ বাবে তেওঁৰ ছাত্ৰই জীৱনত কৃতিত্ব লাভ কৰাটোৱেই হ'ল আটাইতকৈ মহান গুৰুদক্ষিণা। অৱশ্যে তেওঁ মোক 'বস্তু'ৰ দ্বাৰাও এবিধ গুৰুদক্ষিণা দিলে, মই 'কামৰূপ স্কুল অব ধৰ্মশাস্ত্ৰ'খনৰ কথা কৈছো। জানো, সেই কঠিন আৰু 'নীৰস' কিতাপখন মোৰ দ্বাৰা সহজে পঢ়া নহ'ব, কিন্তু সেইখন মই জীৱনৰ এক পৰম আপুৰুগীয়া গুৰু দক্ষিণা বুলি চিৰকাল আলফুলে সাঁচি থ'ম। কিতাপখনৰ দাম ২৫০ টকা, কিন্তু মোৰ বাবে সি অমূল্য।

— ২০০৪



# বৰপেটা সত্ৰৰ শংকৰদেৱৰ বিষয়ে চিন্তা-দুশ্চিন্তা

সত্তৰ দশকৰ কোনোবা এটা সময়ৰ কথা (মোৰ য'ত দূৰ মনত পৰে), বৰপেটাত লেখিকা সংস্থাৰ কিবা এটা অধিৱেশন হৈছিল আৰু তালৈ ময়ো গৈছিলো। তাৰ পাছত বাহিৰৰ পৰা যোৱা প্ৰতিনিধিসকলে বৰপেটাৰ ঐতিহ্যমণ্ডিত সত্ৰ চাব খুজি তালৈ গৈছিল। চোৱা মানে বেৰৰ ফুটাৰে বা তেনে কিবা উপায়েৰে বাহিৰৰ পৰা চোৱা, কাৰণ তেওঁলোক নাৰী আৰু নাৰী বোলে 'অশুচি' (কাৰণ তেওঁলোক ৰজঃস্বলা হয় - পিছে ডাঙৰ প্ৰহসনটোৰ কথা ভাবকচোন, নাৰীক 'অশুচি' কৰা এই প্ৰাকৃতিক শৰীৰি ঘটনাটো নঘটিলে পুৰুষে কিন্তু এই পৃথিৱীৰ মুখ নেদেখিলেহেঁতেন।) সেয়ে নাৰীৰ তাত প্ৰৱেশৰ অধিকাৰ নাই।

মই নিজকে অমৃতৰ পুত্ৰ মানুহ বুলি জানো। মই নাৰী নে পুৰুষ সেইটো বিচাৰ্য নহয়, এসময়ত কলিকতাত শুনা কবি-গানৰ 'লড়াই'ৰ এইষাৰ কথাই মোৰো অন্তৰৰ কথা 'তুমি দেখো নাৰী-পুৰুষ/আমি দেখি শুধুই মানুষ'... কিন্তু নাৰী বুলি বৰপেটা কীৰ্তন ঘৰত সোমোৱাৰ অধিকাৰ নাই, বাহিৰৰ পৰাহে চাব লাগিব।

এই অপমান মই মানি ল'ম নে? নৈব নৈব চ। গতিকে মই আন প্ৰতিনিধিসকলৰ লগত তেনে এক 'অশুচি' প্ৰাণী হিচাপে পৰিগণিত হৈ বেৰৰ জোলোঙাৰে কীৰ্তনঘৰ চাবলৈ নগ'লো।

দুবছৰ আগতে বৰপেটাত গ্ৰন্থমেলা অনুষ্ঠিত হৈছিল, তালৈ নবনীতা দেবসেন, অনিমা গুহ আৰু মই নিমন্ত্ৰিত হৈ গৈছিলো। নবনীতা দেবসেনে ইচ্ছা প্ৰকাশ কৰাত আমাক বৰপেটা কীৰ্তনঘৰ, সুন্দৰীদিয়া কীৰ্তনঘৰ আৰু

পাটবাউসী কীৰ্তনঘৰলৈ উদ্যোক্তাসকলে লৈ গৈছিল। কিন্তু মই নিজ নীতি অনুযায়ী বৰপেটাৰ আৰু সুন্দৰীদিয়াৰ সত্ৰৰ ওচৰলৈ নগ'লো, কিন্তু কোনোবাই ক'লে যে পাটবাউসীত হ'লে মহিলাকো সোমাবলৈ দিয়ে। গতিকে তালৈ গ'লো আৰু নামঘৰৰ চৌহদত ঘূৰি-পকি ইটো-সিটো দ্ৰষ্টব্য স্মাৰক চাই ফুৰাৰ পাছত নামঘৰটোত সোমালোঁ। কিন্তু এটা দৃশ্য দেখি খুব ঘিণ লাগি গ'ল, চাৰিওফালে মাহ-প্ৰসাদৰ ভুক্তাৱশিষ্ট থকা পাত কিছুমান অ'ত ত'ত সিঁচৰতি হৈ আছে আৰু চাৰিওপিনে এগালমান মৰা এন্দুৰ পৰি আছে। মই ঘিণতে সকলোতকৈ আগতে ওলাই আহিব ধৰোঁতেই দেখিলো ক'ৰবাৰ পৰা এজন ভকত প্ৰায় দৌৰি আহি নামঘৰত সোমোৱা বাবে আমাক ককৰ্থনা কৰি তুৰন্তে ওলাই যাবলৈ নিৰ্দেশ দিলে। মই বোলো ইয়াত মহিলাৰ প্ৰবেশৰ অধিকাৰ আছে বুলিহে সোমাইছিলো, নহ'লেতো মই পাটবাউসী সত্ৰলৈ কেতিয়াও নাহিলোঁহেঁতেন। পিছে আজি ইয়াত মহিলা সোমাব পৰা হ'লে এই নামঘৰ ইমান লেতেৰা হৈ নাথাকিলহেঁতেন। তেওঁলোকে ইয়াক চাফ-চিকুণ আৰু পবিত্ৰ কৰি ৰাখিলেহেঁতেন।

উম্মাৰে এইকেইটা কথা কৈ মই সেই নামঘৰ ত্যাগ কৰিছিলো।

আজি বৰপেটা কীৰ্তনঘৰত ৰকিবুল হুছেইন সোমোৱা বুলি হুলস্থুল কৰি বৰপেটাবাসীয়ে সেই 'অনাচাৰ'ৰ বিৰুদ্ধে বৰপেটা বন্ধই পালন কৰিলে। (প্ৰতিবাদৰ বাবে আটাইতকৈ ভোটা হৈ পৰা অস্ত্ৰ এই 'বন্ধ' শব্দটোৱেও মোৰ মুখৰ ঘিউ উম্মাত উতলাই ৰাখে)। শংকৰদেৱৰ আত্মাই বোধহয় বৰপেটাবাসীৰ এই 'অনাচাৰ'ৰ প্ৰকাশ্‌তহে স্বৰ্গত ছটফটাই ফুৰিছে। সেই গুৰুজনাৰ ধৰ্মপ্ৰচাৰত এই ভেদ ভাব আছিল নেকি? তেওঁ ধৰ্মপ্ৰচাৰ কৰোঁতে গাৰোৰ গোবিন্দ, মিৰিৰ পৰমানন্দ, নগাৰ নৰোত্তম, কছাৰীৰ ৰমাই, কৈবৰ্তৰ পূৰ্ণানন্দ, বণিয়াৰ হৰি দাস, ভোটৰ (ভুটীয়া) দামোদৰ আৰু মুছলমান চান্দ খাঁক হৰিভকত কৰা নাছিল নে?

আকৌ মাধৱদেৱে তেওঁৰ নামঘোষাত কি লিখি গৈছে? 'ৰাম নাম নল'লে/ধৰিয়া নিবে যমে/গাৰো ভোট যৱনে/হৰিৰ নাম নলয়/হেনয় নামক কোনে/সজ্জনে নিন্দয়? (আমি ধৰি ল'ব পাৰোঁ গাৰোক খ্ৰিষ্টিয়ান, ভুটীয়াক বৌদ্ধ আৰু যৱনক মুছলমান হিচাপে মাধৱদেৱে ইয়াত বুজাইছে)।

গুৰুজনাই এনে উদাৰতা প্ৰদৰ্শনৰ আদৰ্শ ৰাখি যোৱাৰ পাছত আজি তেওঁলোকৰ অনুগামী বুলিব খোজাসকলেই দিলে এনে সকীৰ্ণতাৰ পৰিচয়। মনলৈ আহি গৈছে আৰু এক প্ৰেম-কৰুণাৰ বাণী বিলোৱা মহাপুৰুষৰ কথা। তেওঁ হ'ল যীশুখ্ৰীষ্ট আৰু সেই যীশুৱে মানুহৰ কাণ্ড-কাৰখানা দেখি তেওঁৰ স্বভাৱসিদ্ধ মমত্বৰে কৈছিল— 'হে প্ৰভু, তেওঁলোকক ক্ষমা কৰা, তেওঁলোকে কি কৰিছে তেওঁলোকে নিজেই নাজানে।' কি বিৰাট প্ৰহসনৰ কথা যে যীশুৰ প্ৰেম-কৰুণাৰ ধৰ্মৰে দীক্ষিত খ্ৰীষ্টানৰ এটা ঠালে আনটো ঠালক ধৰ্মবিৰোধী বুলি জুইত পুৰি মাৰিছিল। মধ্যযুগৰ সেই দানবীয় 'Inquisition' আজিও আমাৰ সভ্য সমাজত এক বিভীষিকাৰ নিদৰ্শন হৈ আছে। কাজী নজৰুল ইছলামেও এই ধৰ্মীয় গোড়ামিৰ বাবেই

লিখি গৈছে এনেদৰে—

'জাতেৰ নামে বজ্জাতি সব জাত-জালিয়াত খেলছে জুয়া।
চুলেই তোৰ জাত যাবে, জাত ছেলেৰে নয়ত হাতেৰ মোয়া।।
........................................................
মানুষ নাই আজ আছে শুধু জাত শেয়ালেৰ হুকাহুয়া।।
জানিস না সে বিশ্বপিতা ভগবানেৰ কোন সে জাত,
কোন ছেলেৰ তাৰ লাগলে ছোঁয়া অশুচি হন জগন্নাথ।
আমাৰ আজান ফকীৰেও এই অসমভূমিতে গাই গৈছে—
হিন্দু কি মুছলমান
একে আল্লাৰ ফৰমান।

এতিয়া এই নামঘৰত 'বিজাতী' সোমোৱাৰ সংক্ৰান্তত দুটা ঘটনাৰ কথা মনত পেলাওঁ। সেয়া ১৯৪৩-৪৪ চন মানৰ কথা হ'ব। উজানবজাৰ বাৰোবাৰী নামঘৰত ভাদমহীয়া নামত সদায় বামুণীয়ে মাহ-চাউল বিলোৱাৰ কথাত মোৰ অশিক্ষিতা গাঁৱলীয়া মায়ে পিছফালে বহি থকা এগৰাকী কৈৱৰ্ত মহিলাক জোৰকৈ আগলৈ টানি আনি কৈছিল— আহক, আজি আপুনি 'গাজী' বিলাওকহি, এই বামুণনীসকলক যি ভগৱানে সৃজন কৰিছে, আপোনাকো সেই একে ভগৱানেই সৃজন কৰিছে।

ইটো ঘটনা ইমান পুৰণি নহয়, চৈয়দ আব্দুল মালিক ছাৰ জীয়াই থকা সময়ৰে কথা। মই ঘটনাটো ড° যোগেন্দ্ৰনাৰায়ণ ভূঞাৰ মুখত শুনা। আব্দুল মালিকক এটা নামঘৰৰ আইসকলে সম্বৰ্ধনা দিবলৈ ওলাল। তেওঁলোকৰ নামঘৰতে মালিক ছাৰে বুদ্ধি কৰি ক'লে— মোৰ বৰ কঁকালৰ বিষ, গতিকে বাহিৰত চকী এখন পাৰি বহিবলৈ দিলেই হ'ব। তেতিয়া সেই মহিলাসকলে (যি মহিলাক অস্পৃশ্য জ্ঞান কৰি বৰপেটা কীৰ্তনঘৰত সোমাবলৈ দিয়া নহয়) এটা কাণ্ড কৰিলে, চকী এখন নামঘৰৰ ভিতৰত পাতি তাতে নি মালিক ছাৰক আতৌ-পুতৌকৈ নি বহিবলৈ দিলে।

পিছে এওঁলোক সাধাৰণ মহিলা, ৰকিবুল হুছেইন বৰপেটা কীৰ্তন ঘৰত সোমোৱা বুলি জাণ্ডুল খাই উঠা পুৰুষ শ্ৰেষ্ঠসকলতো নহয়, সেয়ে তেওঁলোকে এনে 'বিধৰ্মী' কাম কৰিব পাৰিলে।

মোৰ মনত এই প্ৰশ্নৰো উদয় হৈছে — শংকৰদেৱৰ নামত যিসকলক বঁটা প্ৰদান কৰা হৈ আছে, তেওঁলোক মুছলমান হোৱা হ'লে বৰপেটা কীৰ্তনঘৰত সোমোৱাৰ অধিকাৰ নেপালেহেঁতেন নেকি? চৈয়দ আব্দুল মালিক, ইমৰান শ্বাহ, তফজ্জুল আলী, মহম্মদ তাহেৰ, আবু পাছাৰ সয়ীদ আহমেদ, আশ্ৰফ আলী ছাৰ, হাইদৰ হুছেইন, ইছমাইল হোছেইন, ইমৰাণ হুছেইন— অসমীয়া ভাষা-সাহিত্য, শিক্ষাজগতৰ এই মুধাফুটা ব্যক্তিসকলৰ কোনেও বৰপেটা সত্ৰত সোমাব নোৱাৰিব নেকি?

এইবাৰৰ এই বৰপেটা বন্ধৰ কাণ্ডটো দেখি সেই ঠাইৰ গ্ৰন্থমেলালৈ গৈ যি পবিত্ৰ আনন্দ লাভ কৰিছিলো আৰু তাৰ যি স্মৃতি কঢ়িয়াই লৈ ঘূৰিছোঁ আজি তাক যেন এক বিষাদৰ কালিমাই ঢাকিলে। এই সংকীৰ্ণতা, ধৰ্মৰ নামত এই গোঁড়ামি দেখি বৰপেটাৰ প্ৰগতিশীল ভাবাপন্ন পুৰুষ-মহিলা বাৰু কিয় জাগুৰ খাই নুঠিল? কিয় কাকতে-পত্ৰে তেওঁলোকে এই ধৰ্মান্ধতাৰ বিৰুদ্ধে প্ৰতিবাদত উত্তাল হৈ উঠাৰ খবৰ পঢ়িবলৈ নাপালোঁ? যদি কোনোবা কাকতত তেনে বাতৰি ওলাইছে, মোৰ চকুত পৰা নাই। গতিকে অন্তৰত মোৰ এইটো ডাঙৰ ক্ষোভ আৰু দুখ থাকি গ'ল যে এনে এক সংকীৰ্ণ ধৰ্মান্ধ 'বৰপেটা বন্ধ'ৰ বিৰুদ্ধে কোনোৱেও মাত নামাতিলে, এনে গোড়ামিৰ অন্ধ সমৰ্থকসকলৰ কুকাৰ্যৰ প্ৰতিবাদ নকৰিলে। তেওঁলোকে বাৰু কিবা ভয় কৰিয়েই মনে মনে থাকিল নেকি? যদি কথাটো সেয়ে হয়, তেতিয়া হ'লে মই ৰবীন্দ্ৰ নাথৰ লগতে এই প্ৰাৰ্থনা কৰি কওঁ— এ দুৰ্ভাগা দেশ হতে, হে মঙ্গলময়, দূৰ কৰে দাও তুমি সৰ্ব তুচ্ছ ভয়...

— ২০০৫



# সুনীল গংগোপাধ্যায়ৰ লগত এটা সাক্ষাৎকাৰ

## (১)

## সুনীল গংগোপাধ্যায় আৰু তেওঁৰ মুৰেৰে পাহাৰ বগোৱা নায়ক

যোৱা বছৰৰ ৫ ডিচেম্বৰৰ দিনা সন্ধিয়া নৰ্থ-ইষ্ট বুক ফেয়াৰৰ প্ৰাংগণত বঙ্গৰ সুখ্যাত লেখক সুনীল গংগোপাধ্যায়ৰ লগত ৰাইজৰ এটা অন্তৰংগ আলাপ অনুষ্ঠিত হৈছিল। এই লেখকজন কেৱল বঙ্গতে জনপ্ৰিয় নহয়, অসমতো অতি জনপ্ৰিয়। তাৰ প্ৰমাণ পোৱা গৈছিল আঘোণৰ সেমেকা সন্ধিয়া, কুঁৱলীকো নেওচি মুকলি আকাশৰ তলত সমৱেত হোৱা অজস্ৰ জনগণৰ উপস্থিতিত। এনে কি মোৰ দৰে অসুস্থ মানুহজনীও তেনে পৰিবেশ নেওচি তাত উপস্থিত হৈছিলো। অৱশ্যে তেওঁৰ লগত অন্তৰংগ আলাপৰ অনুষ্ঠানৰ দৰ্শক হ'বলৈ মই তালৈ যোৱা নাছিলোঁ, দৰাচলতে মই গৈছিলো ৩টা বজাত আৰম্ভ হোৱা ৰজাঘৰীয়া পৃষ্ঠপোষকতাত অসমীয়া সাহিত্যৰ বিষয়ে অনুষ্ঠিত আলোচনাচক্ৰ এটাৰহে দৰ্শক-শ্ৰোতা হ'বলৈ। ড° জিতেন দাসৰ সঞ্চালনাত ড° ভৱপ্ৰসাদ চলিহা, পাচুগোপাল চক্ৰবৰ্তী, ড° কনক চহৰীয়া, ইছমাইল হোছেইন আদি আলোচকবৃন্দৰে যিখন আলোচনাচক্ৰ অনুষ্ঠিত হ'ল আৰু যিখনৰ আলোচনা শুনিবলৈকে সেইদিনা মই গ্ৰন্থমেলালৈ গৈছিলো, সেইখন ইমানেই তত্ত্ব আৰু তথ্য-গধুৰ হৈছিল (লগতে সৰসো হৈছিল) যে তেনে আলোচনাচক্ৰৰ অভিজ্ঞতা আগতে কমেই হৈছিল। তাৰপাছতেই সুনীল গাংগুলীৰ অন্তৰংগ আলাপ আৰম্ভ হোৱাত মই বৈ গ'লোঁ।

গ্ৰন্থমেলাবোৰত আগতে এনেকৈ অন্তৰংগ আলাপৰ নিমন্ত্ৰিত অতিথি হৈ অহা বংগৰ সুখ্যাত লেখত শীৰ্ষেন্দু মুখোপাধ্যায়, সমৰেশ মজুমদাৰ আৰু শংকৰৰো এনে মুখামুখি অনুষ্ঠানত উপস্থিত আছিলো। প্ৰায় প্ৰতিজনৰে বক্তব্য আছিল অতি ৰসাল অথচ সুন্দৰভাৱে সকলো উত্তৰো দি গৈছিল। বঙালী মানুহৰ লগত কলিকতাত বহুদিন থকাৰ অভিজ্ঞতাৰে আৰু তেওঁলোকৰ সাহিত্যিকসকলৰ লেখাবোৰ পঢ়ি মই এই কথাটো লক্ষ্য কৰিছিলো যে তেওঁলোক অতি ৰসিক জাতি। এই সাহিত্যিকসকলৰ নানা চিন্তনীয় লেখাৰ মাজতো ৰসৰ এটা ধাৰা অন্তঃসলিলা ফল্গুৰ দৰে বৈ থাকে।

সুনীল গাংগুলীও তাৰ ব্যতিক্ৰম নহয়। সেয়ে তেওঁৰ অন্তৰংগ আলাপৰ অনুষ্ঠানটোও সিদিনা নানা ধৰণে খুব ৰসাল হৈ উঠিছিল।

প্ৰথমতে শ্ৰোতা-দৰ্শকে কৰা এটা প্ৰশ্নৰ উত্তৰেৰে এই লেখাটোৰ মূল বিষয়বস্তুলৈ অহা যাওক, কাৰণ এইটোৱেই আছিল মোৰ আটাইতকৈ মনঃপুত বিষয় তথা উত্তৰ। তেওঁক সোধা হৈছিল— চেমনীয়াৰ বাবে লিখা তেওঁৰ এড্‌ভেঞ্চাৰ বিষয়ক উপন্যাসবোৰৰ মূল নায়ক কাকা বাবুজনক তেওঁ কিয় খোৰা হিচাপে দেখুৱাইছে। দুঃসাহসিক কাম কৰা মানুহ এজনে জানো খোৰা হৈ অক্ষত ভৰিৰ মানুহৰ দৰে সমান দক্ষতাৰে এনে কাম কৰিব পাৰে? ইয়াৰ উত্তৰত সুনীল গাংগুলীয়ে যি কথা কৈছিল সেই কথা মোৰ নিজৰো বিশ্বাসৰ কথা। তেওঁ কৈছিল— এবাৰ কাকা বাবুৱে জম্মু-কাশ্মীৰৰ পাহাৰ বগাবলৈ ওলাওঁতে কোনোবা এজনে তেওঁক সুধিছিল— আপুনি পংগু ভৰি দুখনেৰে কেনেকৈ পাহাৰ বগাব? তেতিয়া তেওঁ উত্তৰ দিছিল— মইতো ভৰিৰে পাহাৰ নবগাও, মূৰেৰেহে বগাও। অৰ্থাৎ সেই কথাষাৰেৰে তেওঁ এই কথাই বুজাব খুজিছিল যে মানুহৰ প্ৰধান চালিকাশক্তি হ'ল মগজু অৰ্থাৎ মূৰটো। মই সুনীল গাংগুলীৰ এই কথা সম্পূৰ্ণ বিশ্বাস কৰোঁ। মন-মগজু শক্তিশালী থাকিলে দুৰ্বল স্বাস্থ্যৰ মানুহেও পৃথিৱীত অসাধ্য সাধন কৰিব পাৰে। আনহাতে মানসিকভাৱে দুৰ্বল আৰু ভয়াতুৰ মানুহে সুস্থ-সবল শৰীৰৰ অধিকাৰী হৈয়ো একো কৰিব নোৱাৰে। গতিকে দৃঢ় মানসিকতাৰ অধিকাৰী বাবে কাকা বাবুৱে খোৰা ভৰিৰে পাহাৰ বগাব পাৰে। সংস্কৃততো আছে— পংগু লংঘয়তে গিৰি। এই দৃঢ় চিত্তৰ হোৱা বাবেই।

## (২)

## মানুহৰ সময়ৰ অভাৱ নাই

সুনীল গাংগুলীৰ আন এটা প্ৰশ্নোত্তৰেও মোৰ মনৰ পূৰাপূৰি সমৰ্থন পাইছিল। তেওঁক এজনে সুধিছিল— তেওঁ যে ইমান লিখিছে আৰু এতিয়াও সমানে লিখি আছে তাৰ বাবেনো তেওঁ ক'ত ইমান সময় পায়? উত্তৰত তেওঁ কৈছিল— কাম কৰিব খুজিলে মানুহে সময় পায়েই, সময় নাই বোলা কথাটো তেওঁ বিশ্বাস নকৰে।

মই এই কথাটো নিজৰ জীৱনৰ অভিজ্ঞতাৰেই বিশ্বাস কৰোঁ। বঙালী লেখকজনৰ

কথা ওলাইছে যেতিয়া এই প্ৰসংগত বাংলা আপ্তবাক্য এষাৰকে আওৰোবা যাওক— 'যে বাঁধে সে চুলও বাঁধে' অৰ্থাৎ সংসাৰৰ সহস্ৰ কাম কৰাজনে মন কৰিলে সময়ত আকৌ নিজৰ শৰীৰৰ চাফ-চিকুণতা, পৰিপাট্যলৈও চকু দিব পাৰে। আমাৰো আপ্তবাক্যত আছে— মন কৰিলেই চন। মই সাপ্তাহিক নীলাচল কাকতত যোগদান কৰাৰ সময়ৰ (১৯৬৮ চন) আগলৈকে আপেক্ষিকভাৱে এটা আৰামৰ জীৱনেই কটাইছিলো, যদিও তেতিয়াও মই বিভিন্ন কলেজত চাকৰি কৰিছিলো, কিন্তু তেতিয়া ঘৰুৱা কামত সহায় কৰিবলৈ এজন চৰকাৰী পিয়ন পাইছিলো। কিন্তু নীলাচলত কাম কৰাৰ তেৰ বছৰ কাল বা চাকৰিৰ পৰা খেদা খোৱাৰ পাছত বেকাৰত্বৰ কাল ডোখৰ (১৯৮০ চনৰ পৰা) মই ঘৰৰ সমস্ত কাম কৰাৰ লগতে পইচা আৰ্জনৰ ধাণ্ডাত লাগি থকাৰ মাজতো বহুত বেছি লিখিছিলো। তেতিয়াই মই ৰাইজে সমাদৰ কৰা 'ইপাৰৰ ঘৰ সিপাৰৰ ঘৰ 'অন্যজীৱন' আদি উপন্যাসো লিখিছিলো, ক'বলৈ গ'লে সেই সময়ৰ সৃষ্টিৰ হাত ধৰিয়ে মোলৈ আজিৰ এই যশখিনি আহিছিল বা পাঠকৰ মাজত জনপ্ৰিয় হ'বলৈ আৰম্ভ কৰিছিলো। আচলতে বহুত বা নানা-ধৰণৰ কাম কৰা বা কৰিব লগা হোৱা মানুহে সময় বোলা 'বস্তু'টো একেবাৰে অপব্যয় নকৰে। তেওঁলোকৰ বাবে কবিৰ ভাষাত সঁচায়ে 'সময় অমূল্য ধন' হৈ পৰে।ময়ো সেই অতি ব্যস্ত সময়ছোৱাত প্ৰতিটো মুহূৰ্তৰ সদ্ব্যৱহাৰ কৰিছিলো বাবে সুনীল গাংগুলীৰ দৰে ইমান বেছি নহ'লেও যথেষ্ট লিখিছোঁ বা লিখি আছোঁ। আমি যে সময় নাপাওঁ বুলি কওঁ তাৰ কাৰণ হ'ল সময় আমি নানাধৰণে অপচয় কৰোঁ।

পিছে তেওঁৰ এটা কথাতহে মই পতিয়ন যাব নোৱাৰিলো— চিধাচিধিভাৱে ক'বলৈ হ'লে তেওঁ সত্য ভাষণ দিয়া নাছিল বুলি ভাবো। তেওঁৰ দৰে ইমান বিপুল পৰিমাণে লেখা মানুহে বোলে পুৱা তিনি ঘণ্টা লিখে, তাৰপাছত দিনটো আৰু নিলিখে। যিমানেই খৰকৈ নিলিখক কিয়, তেওঁৰ দৰে ইমান বেছি কাৰোপক্ষেই লিখা সম্ভৱ নহয়। মই নিজে গড়ে তিনি ঘণ্টাতকৈ বেছি সময় দৈনিক লিখোঁ, কিন্তু সুনীল গাংগুলী ওৰফে নীললোহিততকৈ মই কিমান কম লিখিছোঁ।

## (৩)
## ৰবীন্দ্ৰ নাথ আৰু সুনীল গাংগুলী

এজন শ্ৰোতা-দৰ্শকৰ এটা প্ৰশ্ন আছিল— আপুনি এসময়ত ৰবীন্দ্ৰ নাথৰ প্ৰতি অতি অশ্ৰদ্ধা সহকাৰে তেওঁৰ বোলে কিতাপত গুৰিয়াইছিল, কিয়?

সুনীল গাংগুলীৰ থূলমূল বক্তব্য আছিল এনেধৰণৰ— সেই সময়ত বহুত সাহিত্যিক-সমালোচকে কৈছিল যে ৰবীন্দ্ৰ নাথেই বাংলা সাহিত্যত চূড়ান্ত, তেওঁৰ পাছত কাৰো আৰু নতুনকৈ একো লিখিবৰ নাই। এইটো বাৰু সহ্য কৰিব পাৰিনে? সাহিত্য বহমান, কোনেও শেষ কথা ক'ব নোৱাৰে, কোনেও নতুন কথা একো ক'ব নোৱাৰে— এইটো হ'ব নোৱাৰে।

অন্ততঃ জীৱনানন্দইতো সেই কথা প্ৰমাণ কৰি দেখুৱালে। গতিকে খণ্ডতে তেওঁ গীতাঞ্জলীখনক লঠিয়াইছিল।

শেষত এটা মজাৰ ঘটনা ঘটিছিল। অন্তৰংগ আলাপ শেষ হ'ল বুলি ঘোষণা কৰাৰ পাছতো এজন মানুহ উঠি আহি ক'লে— মই সুনীল গাংগুলীক মাত্ৰ কেইটামান চুটি প্ৰশ্ন কৰিব বিচাৰোঁ, তেখেতে এটা মাত্ৰ শব্দৰে যেন তাৰ উত্তৰ দি যায়— এয়ে মোৰ অনুৰোধ। তাৰপাছত যিবোৰ প্ৰশ্ন সুধিলে তাৰ মাত্ৰ তিনিটাহে উল্লেখ কৰিম। এটা হ'ল— বৰ্তমান বঙ্গৰ আটাইতকৈ ডাঙৰ কবি কোন? সুনীল গাংগুলীয়ে লগে লগেই ক'লে— মন্দাক্রান্তা সেন। আটাইতকৈ শ্ৰেষ্ঠ ঔপন্যাসিক? 'তিলোত্তমা মজুমদাৰ'— তেওঁ ক'লে। শেষ প্ৰশ্নটো আছিল— 'এটা নিৰ্জন দ্বীপত আপোনাক এখন মাত্ৰ কিতাপ নিবলৈ দি নিৰ্বাসন দিলে আপুনি কি কিতাপ নিব?' সুনীল গাংগুলীয়ে তপৰাই ক'লে— 'ৰবীন্দ্ৰনাথৰ গীতবিতান।'

ৰবীন্দ্ৰ নাথৰ কিতাপক পদাঘাত কৰা মানুহজনৰ মুখত ই কি উত্তৰ! আকৌ এবাৰ বাংলা বচন এষাৰকে আওৰাওঁ— 'একি শুনি মন্থৰাৰ মুখে'।

পৰিশিষ্ট— মোৰ এই লেখাটো শেষ কৰি উঠাৰ এদিন-দুদিন পাছতে (১৫/১২/০৫) 'খবৰ'ত বিশ্বজিৎ দাসৰ 'অসমীয়া জাতি উগ্ৰ বঙালী বিদ্বেষী, 'অৰ্ধেক জীৱনত' সুনীল গঙ্গোপাধ্যায়' শিৰোনামৰ যি প্ৰতিবেদন প্ৰথম পৃষ্ঠাত প্ৰকাশ পাইছে, সেই সম্পৰ্কে মোৰ অলপ ক'বলগীয়া আছে। সুনীল গাংগুলীৰ 'অৰ্ধেক জীৱন'ৰ পৰা যিখিনি কথা উদ্ধৃত কৰা হ'ল, তাতনো গাংগুলীয়ে এনে কি নগৰত জগৰ লগোৱা কথা ক'লে? এটা মাত্ৰ আপত্তিজনক কথা হ'ল এয়ে যে তেওঁ অসম সাহিত্য সভাৰ এখন অধিৱেশনত জাতীয় সাংগীতটো জনগণমন অধিনায়ক নেগাই অন্য কিবা গোৱা বুলি লিখিলে। এই কথাটো সিদিনা গ্ৰন্থমেলাত জনৈক কবিতা দত্তই অতি সুন্দৰভাৱে উত্থাপন কৰি সুনীলক বুজাইছিল যে অসমত ক্ষেত্ৰ বিশেষে 'চিৰ চেনেহী মোৰ ভাষা জননী' আৰু 'অ' মোৰ আপোনাৰ দেশ'টোও জাতীয় সংগীত হিচাপে গোৱা হয়। সুনীলে কবিতা দত্তৰ ব্যাখ্যাত সেই কথা নাজানিছিল বুলি স্বীকাৰ কৰিছিল।

মোৰ আপত্তি এই কথাটোতে (যদিও নিজেই দুখ মনেৰে হ'লেও যুক্তিৰে একধৰণে সেই আপত্তি খণ্ডনো কৰো। তেওঁলোকে আমাৰ বিষয়ে নাজানে, আমাৰ লেখা নপঢ়ে ইত্যাদি ইত্যাদি। কিন্তু যুক্তিৰে ভাবোঁ— আমাৰ লেখা যদি পঠনযোগ্য হ'লহেতেনে, বা ভাৰতৰ ভিতৰত অসমীয়াসকলো যদি এটা বিশিষ্ট জাতি হিচাপে পৰিগণিত হ'লহেঁতেন তেন্তে কাৰ সাধ্য হ'লহেঁতেন আমাক উলাই কৰাৰ— কিন্তু তেওঁলোকে উৎকৰ্ষক যে উলাই নকৰে তাৰ দুটা প্ৰমাণ দিওঁ। ১৯৭৪ চনত সৌৰভ চলিহাই সাহিত্য অকাডেমীৰ পুৰস্কাৰ পাওঁতে (গোলাম'ৰ বাবে) তেতিয়াৰ সাপ্তাহিক 'দেশ' পত্ৰিকাই লিখিছিল যে তেতিয়ালৈকে যিমানবোৰ গল্প-সংকলনে সাহিত্য অকাডেমীৰ পুৰস্কাৰ পাইছে তাৰ ভিতৰত

এইখন শ্ৰেষ্ঠ। সিদিনা গ্ৰন্থ মেলাত দৰ্শক-শ্ৰোতাৰ আগত সুনীল গাংগুলীয়ে প্ৰসংগক্ৰমে কৈছিল— হোমেন বৰগোহাঞিৰ কিছুমান লেখা পঢ়ি ভাবোঁ - ময়ো যদি তেনে লেখা লিখিব পাৰিলোঁহেঁতেন।

জগৎসভাত অসমীয়া সাহিত্যৰ স্থিতি এতিয়া সিমান মজবুত নহয়। অসম আন্দোলনৰ সময়ত আমি ভাবিছিলো যে আমাক বাংলা ভাষাই গ্ৰাস কৰিব। (এতিয়া অৱশ্যে অসমীয়া ভাষাক এটা ভাষাই ৰাহুৰ দৰে গ্ৰাস কৰি আনিছে, কিন্তু সেইটো বাংলা নহয়, ইংৰাজীহে) গতিকে আমি বঙালীৰ বিৰুদ্ধে ১৯৬০ চন আৰু ১৯৭৯ চনৰ পৰা উগ্ৰ হৈ যে উঠিছিলো, সি সঁচা। মোৰ আত্মীয় ল'ৰা এজনে সেই আন্দোলনত অসমীয়া ভাষা বাংলা ভাষাই ধ্বংস কৰিব বুলি পগলাৰ দৰে হৈ গৈছিল আৰু এদিন ক'ৰবাৰ পৰা আহি মোক কৈছিল— 'বাছত বঙালী মানুহ এজন দেখি গোৰ এটা শোধাই থৈ আহিলোঁ।' সেই মনে-প্ৰাণে অসমীয়া আত্মীয়ৰ এতিয়া বহুতো বঙালী বন্ধু আৰু তেওঁলোকৰ লগত আলোচনা কৰে যে কেৱল অসমীয়াকে নহয়, বঙালীকে ধৰি ভাৰতৰ প্ৰায় সকলো ভাষাকে ইংৰাজী ভাষাই অক্টোপাছৰ হাতেৰে মেৰিয়াই আনিছে। গতিকে এতিয়া বঙালী-অসমীয়া বিদ্বেষ বাদ দি আমি ইংৰাজী ভাষাৰ বিৰুদ্ধেহে লাগিব লাগে।

এই ইংৰাজীৰ কথাতে কওঁ— সৰু দ্বীপ এটাৰ ভাষা এটাই সমগ্ৰ পৃথিবীৰ ভাষাৰ ওপৰতে আধিপত্য বিস্তাৰ কৰা নাইনে? কি শক্তিৰ বলত? নিশ্চয় ধনবল, জনবল-বৃহৎ মাটিকালিৰ বলত নহয়! শক্তিশালী ভাষা-সাহিত্যৰ বলতহে নহয়নে?

সুনীল গাংগুলীইঁতে অসমীয়াক তুচ্ছ-তাচ্ছিল্য কৰিলেও অসমীয়াবিদ্বেষী বুলি নাভাবোঁ, হোৱা হ'লে 'উগ্ৰ' অসমীয়াৰ ভয়ত সুনীল গাংগুলী বাৰে বাৰে এনেকৈ অসমলৈ নাহিলহেঁতেন। হেজাৰ হওক সৰু-বৰ সকলোৰে কম-বেছি পৰিমাণে নিৰাপত্তাৰ চিন্তা থাকেই।

মই এগৰাকী নিভাঁজ অসমীয়া। কিন্তু এনেকৈ উত্তেজক, আৱেগ প্ৰধান, যুক্তি বিবৰ্জিত লেখা লিখি আমাৰ সাংবাদিকে যেন অসমীয়া-বঙালীৰ বিদ্বেষ বঢ়াই নোতোলে। সুনীল গাংগুলীৰ 'অৰ্ধেক জীৱন'ৰ উদ্ধৃত অংশটো সুস্থ মন-মগজুৰে, যুক্তিৰে (আৱেগেৰে নহয়) পঢ়ি চালে দেখা যাব যে তাত কোনোধৰণৰ অসমীয়াবিদ্বেষ প্ৰকাশ পোৱা নাই, অসমীয়া মানুহৰ প্ৰতি অন্তৰত এটা প্ৰীতিৰ ভাব আছে বাবেই হয়তো সমগ্ৰ পৃথিৱী ভ্ৰমি ফুৰা মানুহজন বাৰে বাৰে অসমলৈ আহে।

— ২০০৫



## ৰূপম দেউল বাজাজৰ ন্যায় প্ৰাপ্তি ঃ দুলাখ টকাৰ কাহিনী

ছমাৰছেট মমৰ এটা গল্প পঢ়িছিলো। যিমানদূৰ মনত পৰে মই বহুত দিন আগতে পঢ়া গল্পটোৰ মূল সাৰাংশ হ'ল এইটো ঃ এজন মানুহে যুৱক অৱস্থাত এজনী ছোৱালীৰ প্ৰেমত পৰি বলিয়াৰ দৰে হৈছিল। কিন্তু তেওঁ সেই 'নাৰী-ৰত্ন' লাভ কৰিবলৈ নাপালে। তাৰ পাছত সময় বাগৰি গৈছিল, আৰু এদিন এসময়ৰ সেই প্ৰেমিক বৃদ্ধ হৈছিল। সেই সময়তে এদিন তেওঁ প্ৰাক্তন প্ৰেমিকাক অকস্মাৎ লগ পাই গৈছিল। তায়ো 'বয়স নামৰ অসুৰটো'ৰ কবলত পৰিছে, বেয়াকৈয়ে পৰিছে— কাৰণ চেহেৰাটো অতি বীভৎস হৈ পৰিছে, শৰীৰটো পাহাৰৰ দৰে হৈছে, মুখত বীভৎস আঁক-বাঁক। তেতিয়া সেই নাৰীলৈ বিতৃষ্ণাৰে চাই মানুহজনে ভাবিলে— 'এই মানুহজনীক পাবলৈকে মই এসময়ত বলিয়া হৈ উঠিছিলোঁনে?' সন্দেহ নাই, এটা অতি 'চিনিক' গল্প। ছমাৰছেট মমক অৱশ্যে 'চিনিক' লেখক বুলি কোৱা হয়ো।

পুনৰ আৰু এটা গল্পলৈ মনত পৰি গ'ল— এইটো এটা বাংলা গল্প। এজন ডেকাই ঘৰৰ তীব্ৰ বিৰোধিতা সত্ত্বেও এজনী ছোৱালী বিয়া কৰালে আৰু তাৰ পাছত তাইক লৈ নিজৰ কৰ্মস্থলী নে ক'ৰবালৈ দীঘলীয়া ট্ৰেইনযাত্ৰাত গৈ আছিল। ৰাতি হোৱাত ছোৱালীজনীয়ে ট্ৰেইনৰ বেঞ্চতে অঘোৰে শুই আছিল, ল'ৰাজনো একেদৰে শুই পৰিছিল। পুৱা সি অতি সোনকালে সাৰ পালে আৰু দেখে যে কইনাজনী তেতিয়াও শুই আছে। তাইৰ মুখখন অলপ মেল খোৱা, ওঁঠৰ কোণেৰে অলপ লেলাউটিও ওলাইছে। সেই ফালে চাই হঠাৎ নৱ-বিবাহিত ডেকাৰ মনত এটা তীব্ৰ

বিতৃষ্ণাৰ উদ্ৰেক হ'ল— এইজনী ছোৱালীৰ কি দেখি বাৰু তেওঁ সমাজ-সংসাৰ-পৰিয়ালৰ বিৰুদ্ধে গৈ এনেকৈ বিয়া কৰাই পেলালে?

আৰু এটা 'চিনিক' গল্প। আচলতে বাস্তৱটো বৰ নিৰ্মম আৰু কঠোৰ। বিয়াটো এনে বাস্তৱতাৰ ৰূঢ়তাৰে আকীৰ্ণ যে ই বিয়াৰ আগৰ ৰোমাঞ্চ ধ্বংস কৰি পেলাব পাৰে। সেয়ে ৰবীন্দ্ৰ নাথৰ 'শেষেৰ কবিতা' উপন্যাসত নায়িকা লাৱণ্যই তেওঁৰ প্ৰিয়তম অমিতক বিয়া কৰাবলৈ অস্বীকাৰ কৰি যি শেষ কবিতাটো লিখিছিল তাত লিখিছিল এনেদৰে : 'মৰ্ত্যেৰ মৃত্তিকা মোৰ, তাই দিয়ে অমৃত মুৰতি/যদি সৃষ্টি ক'ৰে থাক, তাহাৰ আৰতি/হোক তব সন্ধ্যাবেলা/পূজাৰ সে খেলা/ব্যাঘাত পাবে না মোৰ প্ৰত্যহেৰ ম্লান স্পৰ্শ লেগে—, হয়, বিয়াৰ পাছত স্বামী-স্ত্ৰীয়েতো সেই প্ৰতিদিনৰ ম্লান স্পৰ্শ পাই থাকিবই লাগিব— তাৰ পাছত আৰু ৰোমাঞ্চ থাকে ক'ত? অৱশ্যে বিয়াৰ পাছত প্ৰত্যহৰ ঘনিষ্ঠতাই, পৰস্পৰক বুজাবুজিয়ে ৰোমাঞ্চ নিঃশেষ কৰিলেও সি সম্পৰ্কৰ আন এক গভীৰতালৈ উত্তৰণ কৰাব পাৰে, নহ'লেতো সকলো বিবাহিত জীৱনেই অশান্তিৰে ভৰা হৈ পৰিলেহেঁতেন।

প্ৰসংগৰ পৰা অলপ আঁতৰি আহিলোঁ— যি বোধহয় বহুবক্তী মানুহৰ এটা স্বভাৱেই। সি যি কি নহওক, মোৰ বক্তব্য আছিল সময়ৰ নিৰ্মমতাক বুজোৱা, যি সময়ে এসময়ৰ সুন্দৰী-গাভৰুকো অনাকৰ্ষণীয় বৃদ্ধাত পৰিণত কৰি পেলায়।

মই ৰূপম বাজাজ দেউলৰ ওঠৰ বছৰ আগৰ আৰু এতিয়াৰ পৰিৱৰ্তিত সময়ৰ ঘটনাটোৰ কথা ভাবিয়েই এই দীঘল পাতনিটো লিখিলোঁ। ওঠৰ বছৰ আগতে কোনোবা এটা পাৰ্টিত আই পি এছ বিষয়া কে পি এছ গীলে আই এছ বিষয়া ৰূপম বাজাজ দেউলৰ নিতম্বত চিকুটি দিলে— লগে লগে হুলস্থূল লাগি গ'ল। ৰূপমে গিলৰ বিৰুদ্ধে অশালীন ব্যৱহাৰ কৰা বুলি মোকৰ্দমা আৰম্ভ কৰিলে। বহুতে অৱশ্যে এই কথাও কৈছিল যে ই আই এ এছ, আই পি এছৰ মাজত একধৰণৰ অৰিয়া-অঁৰিৰ ফল।

সেই সময়ত সেই ঘটনাটোলৈ ভাৰতত হুলস্থূল লাগিছিল, বাতৰি কাকততো তোলপাৰ লাগিছিল। ময়ো তেতিয়া 'সাদিন'ত 'নাৰী নিগ্ৰহঃ এক অন্যমত' বুলি এটা লেখা লিখিছিলো। এতিয়া লেখাটো হেৰুৱালো, কিন্তু তাত মোৰ প্ৰতিপাদ্য কথাটো আছিল এয়ে যে আজি ৰূপম দেউল এগৰাকী উচ্চ বিষয়া বুলিয়েই তেওঁৰ সেই নিগ্ৰহক লৈ চাৰিওফালে হৈ-চৈ লাগি গৈছে। কিন্তু ভাৰতবৰ্ষত যে কত-শত নিৰীহ অবলা দৰিদ্ৰ নাৰী সাংঘাতিক ধৰণে নানা ধৰণে নিগৃহীতা হৈ আছে, ধৰ্ষিতা হৈছে, তাৰ পাছত হত্যাৰ বলিও হৈছে তাক লৈতো সংবাদ মাধ্যম বা আন কোনো ইমান জাগি নুঠে। ৰূপম দেউল ডাঙৰ চৰকাৰী বিষয়া কাৰণেই তেওঁৰ শৰীৰৰ এটা অংশ স্পৰ্শ কৰাৰ অপৰাধ ইমান ডাঙৰকৈ দেখুওৱা হোৱা নাইনে?

যি হওক, আজি ওঠৰ বছৰৰ পাছত আমি পাহৰি পেলোৱা সেই ঘটনা বাতৰি কাকতবোৰে পুনৰ মনত পেলাই দিলে। এই খবৰ ছপা কৰিছে যে উচ্চ ন্যায়ালয়ে ৰূপম দেউল বাজাজৰ মোকৰ্দমাৰ চূড়ান্ত ৰায় দিলে, যি বিচাৰৰ ফলত কে পি এছ গীলে তেওঁ অপমান কৰা সেই আই এ এছ বিষয়াগৰাকীক দুই লাখ টকা ক্ষতিপূৰণ দিব লাগিব। সেই টকা আদায়ো বোলে হ'ল, অৱশ্যে ৰূপম দেউলে টকাখিনি হেনো কোনো দুঃস্থ অনুষ্ঠানক দান দিয়াৰ কথা কৈছে। খবৰটো পঢ়ি অৱশ্যে ভাল লাগিল। লগতে মনত পৰি গ'ল আন এক দুলাখ টকাৰ কাহিনীলৈও। গুৱাহাটীৰ নেটৱৰ্ক বাছ আস্থানৰ মালিকক বৰ্ণালী দেবৰ ধৰ্ষণ আৰু হত্যাৰ দৰে ভয়ংকৰ অপৰাধৰ বাবে পৰোক্ষভাবে দায়ী কৰি দহ লাখ টকাৰ ক্ষতিপূৰণ দাবী কৰিছিল নিৰ্যাতনবিৰোধী ঐক্যমঞ্চই (যদিও জীৱনৰ মূল্য এনে অকিঞ্চিৎকৰ হ'ব নোৱাৰে, তথাপি পইচাকেইটাৰে অন্ততঃ বৰ্ণালী দেবৰ দৰিদ্ৰ দেউতাকে দৰ্জীৰ দোকান এখনকে পুনৰ আৰম্ভ কৰিব পাৰিলেহেঁতেন), কিন্তু মোৰ বিচাৰত যিধৰণৰ হেঁচা প্ৰয়োগ কৰিব লাগিছিল (মই অন্ততঃ ইয়াকে কৈ আহিছিলো যে আমি সকলোৱে মিলি নেটৱৰ্ক ঘেৰাও কৰি তাৰ কাম-কাজ, বাছ চলাচল বন্ধ কৰি ৰাখোঁ, তেতিয়া মালিকে টকা দিবলৈ বাধ্য হৈ যাব), সেইধৰণৰ হেঁচা প্ৰয়োগ নকৰাৰ বাবে দহ লাখ টকাৰ সলনি দুলাখ লৈয়ে সন্তুষ্ট থাকিব লগা হ'ল। অৰ্থাৎ ফুলকুমলীয়া ছোৱালী এজনীক বৰ্বৰভাবে কৰা ধৰ্ষণ আৰু হত্যাৰ ক্ষতিপূৰণো দুলাখ আৰু এগৰাকী যুৱতীৰ নিতম্ব চিকুটাৰ অপৰাধৰো ক্ষতিপূৰণ দুলাখ। অৱশ্যে বৰ্ণালীৰ ক্ষেত্ৰত অপৰাধ কৰা অপৰাধীক মৃত্যুদণ্ডই বিহা হৈছে, কিন্তু নিজৰ বাছ-আস্থান সুৰক্ষিত নোহোৱা বাবেই যে এনে ভয়ংকৰ ঘটনা সংঘটিত হ'বলৈ পালে, তাৰ শাস্তি ডাঙৰ শাস্তি হ'ব নালাগেনে? হাওৰা নে শিয়ালদহ ৰেল ষ্টেচনত প্ৰায় অনুৰূপ ঘটনা এটা ঘটা বাবে বোলে ৰে'লৱে কৰ্তৃপক্ষই দহ লাখ টকা ক্ষতিপূৰণ আদায় দিব লগা হৈছিল। বৰ্ণালীৰ কেছটো তদন্ত কৰিবলৈ আহোঁতে আমাক ত্ৰিপুৰা চৰকাৰৰ মহিলা আয়োগৰ তদানীন্তন সচিব মীনাক্ষী সেনে এই কথা কৈছিল।

শেষত আৰম্ভণিৰ কথাখিনিৰে নেগুৰডাল টানি আনি সেইপ্ৰসংগৰে মোখনি মৰা যাওক।

কে পি এছ গীলৰ শাস্তিৰ কথা শুনি মোৰ উপৰি উক্ত গল্প দুটা মনত পৰাত মই কল্পনা কৰিলোঁ— ওঠৰ বছৰৰ মূৰত বয়সে ভাটি দিয়া তেতিয়াৰ পৰিপূৰ্ণ নিতম্বৰ ৰূপম দেউল বাজাজৰ পৰিৱৰ্তিত অনাকৰ্ষণীয় ৰূপ দেখি গীল ডাঙৰীয়াই ভাবিলে - হায়, এইজনী মানুহৰে মই শৰীৰৰ তল ভাগৰ ৰূপ দেখি উত্তেজিত হৈ স্পৰ্শ কৰিবলৈ গৈছিলোনে? মোক যে তেতিয়া কি ভূতে ধৰিছিল যে সেই অপকৰ্ম কৰি পেলালোঁ। এতিয়া দুলাখ টকাৰ ভৰণি হ'ল নহয়...।

— ২০০৫



# অসমত সাহিত্যৰ দুৰৱস্থা

এই বিষয়টোক লৈ যে কতবাৰ কিমান কাগজ পত্ৰত লিখি আহিছোঁ তাৰ লেখ-জোখ নাই, (কেৱল ময়েই নহয়, আৰু বহুজনেও) তথাপি লিখোঁ, লিখি আছোঁ আৰু ভৱিষ্যতেও হয়তো লিখি যাম, লিখি যাব লাগিব। আচলতে আমি একোটা বিষয় লৈ সময়ে সময়ে নানা উত্তপ্ত আলোচনা কৰোঁ, তাৰপাছত আকৌ নিস্তেজ হৈ পৰোঁ, বিষয়টো যেন পাহৰি পেলাওঁ। কিন্তু কিছুমান বিষয় এনে গুৰুত্বপূৰ্ণ যে সময়ে সময়ে সেই প্ৰসংগ উক্ দিবই, উক্ দিবলৈ বাধ্যই। অসমীয়া সাহিত্যৰ দুৰৱস্থাতো কোনোদিনে নাতঁৰে বা আতঁৰাৰ আশা নাই, গতিকে সেই কথা সচেতন অসমীয়াই মাজে-সময়ে আলোচনা কৰিবই, কৰিব লাগিবই। বিশেষকৈ গ্ৰন্থমেলাৰ বতৰত, অৱশ্যে এইবাৰ গুৱাহাটীত প্ৰকাশন পৰিষদৰ গ্ৰন্থমেলা বা নৰ্থ-ইষ্ট বুক ফেয়াৰ অনুষ্ঠিত হ'বনে নহয় এতিয়ালৈকে আমি গম পোৱা নাই। কেৱল কেইদিনমান আগতে বাতৰি কাকতত এনে এটা খবৰ পঢ়া মনত পৰে যে নৰ্থ ইষ্ট বুক ফেয়াৰে চৰকাৰক তেওঁলোকৰ বাৰ্ষিক গ্ৰন্থমেলা যথাৰীতি জজ খেলপথাৰতে হ'ব দিব লাগে বুলি আবেদন কৰিছে। উল্লেখযোগ্য যে যোৱা দুটা বছৰে অসম প্ৰকাশন পৰিষদৰ ঐতিহ্যপূৰ্ণ গ্ৰন্থমেলাখন চৰকাৰৰ নিষেধ মানি জজ খেলপথাৰৰ সলনি চানমাৰিৰ ইঞ্জিনীয়াৰিং ইন্‌ষ্টিটিউটৰ খেলপথাৰত বিভাগটোৱে অনুষ্ঠিত কৰিবলৈ বাধ্য হৈ আহিছে। চৰকাৰে প্ৰকাশন পৰিষদটোক নানা ধৰণেই চেপি খুন্দি নিঃশেষ কৰিবলৈ যেন উঠি পৰিহে লাগিছে— সৰ্বশেষ নিদৰ্শন হ'ল পৰিষদৰ প্ৰথমজন সফল সচিব চন্দ্ৰপ্ৰসাদ শইকীয়া তাৰ পৰা আঁতৰি যাবলৈ বাধ্য হোৱাৰ পিছত ক্ৰমে মৃত্যুৰ মুখলৈ আগবাঢ়ি যোৱা অনুষ্ঠানটো

ডেৰ বছৰমান আগতে তাত সচিব হিচাপে কাৰ্যভাৰ গ্ৰহণ কৰা আই এ এছ বিষয়া লক্ষ্মীনাথ তামুলীয়ে এই কম সময়ৰ ভিতৰতে আক্ষৰিক অৰ্থতে বচাই তোলাৰ পিছতো চৰকাৰৰ যেন সেই নৱজন্ম সহ্য নহ'ল। ফলত নৱজন্মদাতা লক্ষ্মীনাথ তামুলীক আধা কাম কৰাৰ পাছতে আঁতৰ কৰিছে। পিছে আমাৰ গ্ৰন্থৰ প্ৰতি প্ৰেম থাকিলেহে সহ্য হ'ব, আমাৰ চৰকাৰক আচলতে সুকুমাৰ ৰায়ৰ এই 'ছড়া'টোৰে বৰ্ণাব পাৰি ঃ

'আৰ কিসে মিল নেই আমি পাৰি বলিতে
তোমাদেৰ কাৰু কাৰু কেতাবেৰ সহিতে।'

হয়, আমাৰ এই চৰকাৰখনৰ কিতাপৰ লগত যেন অহি-নকুল সম্পৰ্ক। সেইবাবেই গ্ৰন্থমেলাক জজ খেলপথাৰৰ পৰা উৎখাত কৰিলে, লক্ষ্মীনাথ তামুলীক প্ৰকাশন পৰিষদৰ পৰা আঁতৰালে, আমাৰ বহুতৰে প্ৰতিবাদ, লেখা উলাই কৰিও তেওঁক অপসাৰণ কৰিহে এৰিলে। লক্ষ্মীনাথ তামুলীয়ে যোৱা বছৰ পৰিষদৰ তৰফৰ পৰা কেইবাখনো অমূল্য গ্ৰন্থ প্ৰকাশ কৰি, নতুন সংস্কৰণ উলিয়াই এক অভূতপূৰ্ব কাম কৰিছিল, এইবাৰো তেনেকৈ বহুতো গ্ৰন্থ প্ৰকাশৰ কাম হাতত লৈছিল, 'বাঁহী' আলোচনী খণ্ড খণ্ডকৈ ছপা কৰাৰ কাম চলি আছিল, কিন্তু তাৰ মাজতে হঠাৎ লক্ষ্মীনাথ তামুলীক আঁতৰোৱা হ'ল। আৰু নানা কুফলৰ অন্যতম হ'ল— দুষ্প্ৰাপ্য বাহীবোৰ নিজৰ সংগ্ৰহৰ পৰা ধাৰলৈ দিয়া শিৱসাগৰৰ বিশিষ্ট নাগৰিক প্ৰফুল্ল চন্দ্ৰ বেজবৰুৱাই সেইবোৰ ঘূৰাই লৈ গ'ল, কাৰণ শ্ৰীবেজবৰুৱাই একমাত্ৰ লক্ষ্মীনাথ তামুলীৰ হাততহে সেই বাঁহীবোৰ দিয়াৰ চৰ্তত সেইবোৰ দিছিল, আন কাকো তেওঁ বিশ্বাস নকৰে।

গ্ৰন্থমেলাক স্ব-স্থানৰ পৰা আঁতৰোৱাটোও (১৯৮৪ চনত প্ৰকাশন পৰিষদৰ গ্ৰন্থমেলাখন জজ খেলপথাৰতে প্ৰথমবাৰ অনুষ্ঠিত কৰি দুবছৰ আগলৈকে যি স্ব-মহিমাৰে তাতেই একেদৰে অনুষ্ঠিত হৈ আছিল, যি ঠাই সকলোৱে গ্ৰন্থমেলাখনৰ চিৰস্থায়ী ঠাই বুলিয়েই নিশ্চিন্ত হৈ আছিল) এইখন চৰকাৰৰ আন এক গ্ৰন্থবিৰোধী ভূমিকা। আমাৰ মুখ্যমন্ত্ৰীজনৰো আকৌ পশ্চিমবংগৰ মুখ্যমন্ত্ৰীজনাৰ দৰে সমূলঞ্চে সাহিত্যপ্ৰীতি নাই, সিয়ো এক কাৰক হ'ল জজ খেলপথাৰৰ পৰা গ্ৰন্থমেলাক নিৰ্বাসন দিয়া আৰু লক্ষ্মীনাথ তামুলীক অসম প্ৰকাশন পৰিষদৰ পৰা আঁতৰাই সেইখনক মৃত্যুমুখলৈ ঠেলি দিয়া। (অৱশ্যে কোনেও ফলাফল বিনে কোনো ভৱিষ্যদ্বাণী কৰিব নোৱাৰে, হয়তো নতুন সচিবজন শ্ৰীতামুলীতকৈও কৰ্মঠ আৰু ন ন পৰিকল্পনা কৰিব পৰা আৰু তাৰ ক্ষিপ্ৰগতিত ৰূপায়ণ কৰিব পৰা বিষয়া হ'ব পাৰে— যথাসময়ত আমি নিশ্চয় গম পাম। গম পাম যে প্ৰকাশন পৰিষদখন পুনৰ মৰণৰ পথলৈ আগবাঢ়িল নে তামুলীৰ দিনৰ দৰেই তাৰ জয়যাত্ৰা অব্যাহত আছে। আৰু পুনৰ মৰণৰ গৰ্ভত সোমাব খুজিলে তাৰ যম চৰকাৰ বুলিয়েই ধৰিম, সঞ্জীৱিত হ'লে তাৰ ত্ৰাণকৰ্তা বুলিও চৰকাৰক ধন্যবাদ জনোৱাত কাৰ্পণ্য নকৰোঁ।)

অসমৰ সাহিত্যৰ দুৰ্দিনৰ বিষয়ে আলোচনা কৰিবলৈ গৈ মইনো প্ৰকাশন পৰিষদতো

প্ৰকাশন পৰিষদেই, তাৰ গ্ৰন্থমেলা মেলাখনকো কিয় টানি আনিছোঁ, সেই বিষয়ে স্বাভাৱিকতে পাঠকৰ মনত প্ৰশ্ন উদয় হ'ব পাৰে। পিছে সম্পৰ্ক আছে বাবেই এই আলোচনা কৰিবলৈ ওলালোঁ। অলপতে মোৰ কিতাপৰ এক প্ৰকাশক সংস্থা ষ্টুডেণ্টছ ষ্টৰ্ছৰ এজন স্বত্বাধিকাৰীৰ লগত অসমৰ গ্ৰন্থ জগতখনৰ এনে শোচনীয় অৱস্থা কিয় হৈছে বুলি সোধাত তেওঁ যি উত্তৰ দিলে সি মোৰ বাবে বিশ্বাসযোগ্য বুলিয়েই প্ৰতীয়মান হ'ল। তেওঁ কোৱা কথাকেইটাৰ মাজতে গ্ৰন্থমেলাৰ কথাটোও সাঙোৰ খাই আছে।

প্ৰথম কথাটোতো এতিয়া কাৰো দ্বিমত নাই যে এতিয়া ইংৰাজী মাধ্যমৰ স্কুল অসমৰ য'ত ত'ত কাঠফুলাৰ দৰে গজিছে, তাৰ ছাত্ৰ-ছাত্ৰীয়ে অসমীয়া কিতাপ-আলোচনী-বাতৰি কাকত নপঢ়ে। তদুপৰি এতিয়া এনেয়েও বাহিৰা কিতাপ পঢ়াৰ ইহঁতৰ সময় ক'ত? চাৰিওফালে বিৰাট প্ৰতিযোগিতা আৰু পাছ কৰি উঠাৰ পাছত চাকৰিৰ সমস্যা, তদুপৰি আছে অসমৰ বাহিৰৰ ঠাইবোৰৰ অহৰহ হাত বাউলি কেৱল পঢ়াৰ বাবেই নহয়, চাকৰিৰ বাবেও, সেইবোৰ ঠাই হ'ল সকলো বিষয়তে অসমতকৈ আগবঢ়া, কেৱল উন্নত পাঠ্যক্ৰম বা উন্নত পাঠদানৰ ক্ষেত্ৰতে নহয়, সেইবোৰত গঢ়ি উঠিছে নানা ধৰণৰ উদ্যোগ— য'ত আমাৰ ইয়াৰ দৰে এগাল ধন নিদিয়াকৈয়ে বোলে চাকৰি পায় (মোৰ নিজৰ বহুতো আত্মীয়-স্বজন, বন্ধু-বান্ধৱৰ বাহিৰত পঢ়া আৰু চাকৰি কৰা ল'ৰা-ছোৱালীৰ মুখত মই অন্ততঃ তেনেদৰেই শুনিছোঁ)। গতিকে আমাৰ ল'ৰা-ছোৱালীয়ে বাংগালোৰ-পুনে-দিল্লী-হায়দৰাবাদৰ একধৰণৰ প্ৰলোভিত আহ্বানত সঁহাৰি নিদিয়াকৈ কেনেকৈ থাকে? কি পাব তেওঁলোকে অসমত? ওপৰৰ পৰা তললৈ দুৰ্নীতিৰ শোষণে চেপি খুন্দি হাড় সৰ্বস্ব কৰি পেলোৱা অসমত তেওঁলোকে কি পাব? তাতে সন্ত্ৰাসবাদেতো মানুহৰ জীৱনৰে নিশ্চয়তা নোহোৱা কৰিছে, গতিকে কোন থাকে এইখন নৰক-সদৃশ অসমত? সুযোগ পালেই এই দুৰ্ভগীয়া জননীক ত্যাগ কৰি যোৱা। আমি অৱশ্যে ইহঁতবোৰৰ সমূলি দেশপ্ৰেম নাই বুলি ক'ব পাৰো, কিন্তু সেই শিক্ষাই বা তেওঁলোকে কোন আদৰ্শ অভিভাৱক, শিক্ষক, ৰাজনৈতিক-সামাজিক নেতাৰ পৰা পাইছে? কোন আছে তেওঁলোকৰ ৰোল মডেল? গতিকে যঃ পলায়তি সঃ জীৱতি...।

এনেকৈ বাহিৰলৈ যাবলৈ হ'লেও বা এনেয়েও আজিৰ এই বিশ্বায়নৰ দিনত ইংৰাজীয়েই হ'ল প্ৰধান ভাষা, মাতৃভাষাতকৈ মৰমৰ হওক বা নহওক (বহুতৰ বাবে অৱশ্যে হয়), প্ৰয়োজনীয় যে হয় তাৰতো সন্দেহ নাই। গতিকে আজিকালি আমাৰ মেধাবী ছাত্ৰ-ছাত্ৰীৰ বেছিভাগৰে এই পৰীক্ষাৰ প্ৰতিযোগিতাবোৰ, চাকৰিৰ প্ৰতিযোগিতাবোৰৰ বাবে ইংৰাজীয়ে প্ৰয়োজনীয়। তাতে এনেকৈ অতিমাত্ৰাত ব্যস্ত হৈ থকা বাবে বাহিৰা কিতাপ পঢ়িবলৈ সময় নাই— বা আগ্ৰহো নাই, পঢ়িলেও ইংৰাজীত পঢ়িব। পিছে সচাঁয়ে এওঁলোকৰ অসমীয়াই হওক বা ইংৰাজীয়েই হওক বাহিৰা কিতাপ পঢ়াৰ সময় নাই? কিন্তু নিজ মাতৃভাষাতকৈও প্ৰিয় হৈ পৰা ইংৰাজী ভাষাতে আকৌ এষাৰ কথা আছে— 'Where there is a will there is a way', আমাৰ অসমীয়াতো আছে 'মন কৰিলেই ছন'

বাংলাতো আছে— 'যে বাঁধে সে চুলও বাঁধে।' গতিকে আটাইকেইটা আপ্তবাক্যই এই কথাকেই সূচায় যে মন বা ইচ্ছা থাকিলে তাত সময়ৰ অভাৱ প্ৰতিবন্ধক হ'ব নোৱাৰে। আচলতে আজিৰ প্ৰজন্মৰ সাহিত্য পাঠৰ ৰুচিয়েই গঢ় লৈ নুঠিল, টিভি, ইণ্টাৰনেট, কম্পিউটাৰ আদিৰ যোগেদি লাভ কৰা যান্ত্ৰিক, একধৰণৰ গভীৰতা নথকা মনোৰঞ্জনৰে তেওঁলোক চিকাৰ হ'ল।

এনে নানাধৰণে অসমীয়াৰ মাজত শিক্ষিতৰ হাৰ বাঢ়ি আছে যদিও সাহিত্যৰ পাঠকৰ সংখ্যা কমি আহিছে। আমি কেৱল প্ৰকাশকে আমাক ভুল হিচাপ দি ঠগাই আছে বুলি ক'লেই নহ'ব। মই অন্ততঃ মোৰ কিতাপ ঠিকেই বিক্ৰী যায়, প্ৰকাশকেহে সত্য গোপন কৰিছে— এই জাতীয় আত্মপ্ৰমাদত ডুবি নাথাকোঁ। যি প্ৰকাশকে আগৰ বছৰ বেছি কিতাপ বিক্ৰী যোৱাৰ (তুলনামূলক) হিচাপ দিছিল, সেই প্ৰকাশকে এইবাৰ কিয় কমকৈ বিক্ৰী যোৱাৰ হিচাপ দিয়ে? উদাহৰণ স্বৰূপে যোৱা বছৰ মোৰ এখন গল্প কিতাপ মাত্ৰ সত্তৰ কপী বিক্ৰী যোৱা বুলি হিচাপ দিছে। তেওঁলোকে আগতে মোৰ ইমান কমসংখ্যক গল্প কিতাপ বিক্ৰীয়ে কৰি পোৱা নাছিল।

এতিয়া অসমীয়া সাহিত্যৰ দুৰৱস্থাৰ লগত গ্ৰন্থমেলা কেনেকৈ সাঙোৰ খাই আছে সেই আলোচনালৈও আহোঁ। মোক এজন প্ৰকাশকেই নহয়, কেইবাজনো প্ৰকাশকেই একে কথাকেই ক'লে যে অসমত গ্ৰন্থমেলাবোৰতেই তেওঁলোকৰ কিতাপ বিক্ৰী যায় আটাইতকৈ বেছি। গুৱাহাটীত অতিৰিক্ত আৰু এটা কথা হ'ল যে জজ খেলপথাৰত গ্ৰন্থমেলা অনুষ্ঠিত হ'লে তাত যিমান মানুহৰ সমাগম হয় অইন ঠাইত নহয়, গতিকে তাত গ্ৰন্থমেলা নোহোৱাত তেওঁলোকৰ বিক্ৰী কমি গৈছে। তেনেকৈয়ে চৰকাৰে পৰোক্ষভাৱে অসমীয়া সাহিত্যৰ ওপৰত মাধমাৰ শোধাইছে, কেৱল প্ৰকাশন পৰিষদৰ যোগেদিয়েই নহয়।

মই কোনোদিনে নভবা কথা এটাও প্ৰকাশকে ক'লে। এতিয়া হেনো হাইস্কুলৰ ওপৰ ক্লাছলৈকে বিনামূলীয়া পাঠ্যপুথি দিয়া হয় (মূল্য নিদি পাঠ্যপুথি পোৱাত মোৰ ঘোৰ আপত্তি— 'মূল্যহীন' যিকোনো বস্তুৱেই মূল্যহীন হৈ যায়, তাতকৈ বৰং দুখীয়া ল'ৰা-ছোৱালীক কিতাপ কিনাৰ বাবে পইচা দিলেই হয়, কম্পিউটাৰ দিছে যেতিয়া কিতাপ কিনাৰ ধনো দিব পাৰে), ফলত তেওঁলোকৰ কিতাপৰ দোকানত ছাত্ৰ-ছাত্ৰীৰ ভিৰ কমি গৈছে। প্ৰকাশকে ক'লে— আগতে তেনেকৈ স্কুল-কলেজৰ কিতাপ কিনিবলৈ অহা ল'ৰা-ছোৱালীয়ে আঁচনি কৰি নহা সত্ত্বেও দুই-এখন বাহিৰা কিতাপো কিনি পেলাইছিল। এতিয়া পিছে সেইধৰণে কিতাপ কিনাৰ বাটতো চৰকাৰে হেঙাৰ দিলে।

দুৰ্ভগীয়া দেশ এই মোৰ আই অসম, ইয়াত অসমীয়া মানুহেও কিতাপ নিকিনে, চৰকাৰেও গ্ৰন্থ কিনাৰ বিৰুদ্ধে ষড়যন্ত্ৰ কৰে।

— ২০০৫



## কনকলতা বঁটা গ্ৰহণৰ পবিত্ৰ দিনটোৰ সোঁৱৰণত

যোৱা ২০ ছেপ্টেম্বৰৰ দিনা মই গহপুৰলৈ গৈ '৪২ৰ অমৰ শ্বহীদ বীৰাংগনা কনকলতাৰ স্মৃতিত অসম চৰকাৰে প্ৰদান কৰা বঁটাটো গ্ৰহণ কৰি যি আনন্দ আৰু গৌৰৱ অনুভব কৰিলোঁ তাৰ লগত আন বহুতো আনন্দ আৰু গৌৰৱৰ তুলনা নহয়। এজনী কম বয়সীয়া ছোৱালীয়ে অকুতোভয়ে আগবাঢ়ি গৈছিল ব্ৰিটিছ পুলিচৰ গুলীকো তুচ্ছ কৰি, কাৰণ সেই সময়ত সেই 'সাধাৰণ' ছোৱালীজনীও 'অসাধাৰণ' হৈ পৰিছিল। জন্মভূমিৰ স্বাধীনতা লাভ কৰিবলৈ মৰণপণ কৰি আগবাঢ়ি যাবলৈ তাইৰ প্ৰাণলৈ এনে এক দেশপ্ৰেমৰ জোৱাৰ আহি গৈছিল, মৃত্যুকো নেওচা দিব পৰা এনে এক অভূতপূৰ্ব আবেগে মনক প্লাবিত কৰিছিল যে ফলত তাই সাধাৰণ ঘৰুৱা ছোৱালী কনকলতাৰ পৰা বীৰংগনা কনকলতালৈ পৰ্যবসিত হৈছিল। কিন্তু এনে বীৰত্বৰে মৰণকো অমৰ কৰি তুলিব পৰা ব্যক্তিৰ জন্ম হয় কমেই। এইসকল হয় ক্ষণজন্মা, এইসকলৰ গাতেই প্ৰয়োগ কৰিব পাৰি ৰবীন্দ্ৰ নাথৰ এইযাৰ কবিতা— 'জীৱন-মৃত্যু পায়েৰ ভৃত্য, চিত্ত ভাবনাহীন'। জীৱন-মৃত্যুৰ চিন্তাক পদদলিত কৰিব নোৱাৰিলে বাৰু কনকলতাই কেনেকৈ হাতত পতাকা লৈ বীৰ বিক্ৰমেৰে গহপুৰৰ পুলিচ থানালৈ আগুৱাই গ'লহেঁতেন, সন্মুখৰ মৰণ-বিভীষিকাকো নেওচি হেলাৰঙে আগবাঢ়ি গ'লহেঁতেন, কেনেকৈ আগবাঢ়ি গৈছিল মুকুন্দ কাকতি? দেশপ্ৰেমৰ আবেগ এক মহৎ আবেগ, বিৰাট ধুমুহাৰ ৰূপ লৈ আহি একো একোজন ব্যক্তিক কেতিয়াবা এনেকৈ কোবাই থৈ যায় যে তাৰ বলত বলীয়ান হৈ কনকলতা, মুকুন্দ কাকতি আদিৰ দৰে বাহ্যিক দৃষ্টিত সাধাৰণ যেন লগা ব্যক্তিও হৈ

পৰে পৰম সাহসী বীৰ। গহপুৰৰ পৰা এখন বাতৰি কাকতলৈ জনৈক অমৰেন্দ্ৰ কলিতাই এই প্ৰসংগত পণ্ডিত জৱাহৰলাল নেহৰুৰ এষাৰ উক্তিৰে যিখন চিঠি লিখিছে সি সঁচায়ে প্ৰণিধানযোগ্য ঃ

'Ordinary men and women are not usually heroic. They think of their daily bread and butter, of their children, of their household worries and the like. But a time comes when a whole people become full of faith for a great cause and then even simple, ordinary men and women become heroes.'

সি যি কি নহওক, অসমৰ এইগৰাকী চিৰস্মৰণীয় বীৰাংগনা কনকলতা বৰুৱাৰ স্মৃতিত অনুষ্ঠিত কৰা বঁটাটোৰ ময়ো যে এগৰাকী প্ৰাপক হ'ব পাৰিলোঁ এইটো মোৰ বাবে কম সৌভাগ্যৰ কথানে? আজিলৈকে মই অসমীয়া সাহিত্যলৈ যি সামান্য অৰিহণা আগবঢ়াইছোঁ তাৰ বাবে নানা ধৰণৰ সন্মান আৰু বঁটা লাভ কৰিছোঁ, তাৰ এটা কাৰণ অৱশ্যে এইটোৱেই যে এৰাণ্ড্ৰুপি দ্ৰুমায়তে, অৰ্থাৎ বটগছ নথকা ঠাইত এৰা গছেই বটগছৰ মৰ্যাদা পায়। মোৰ নিজৰ সম্পৰ্কে কোনো ভ্ৰমাত্মক ধাৰণা নাই, মই খুব বেয়া নিলিখিব পাৰোঁ, কিন্তু বিশ্বৰ কথা বাদেই ভাৰতৰ অন্যান্য ৰাজ্যৰ বহুতো লেখিকাৰ তুলনাত মই একপ্ৰকাৰ নগণ্য লেখিকাই, কিন্তু অসমত প্ৰতিভাৰ বৰ অভাৱ— বিশেষকৈ সাহিত্যৰ ক্ষেত্ৰত। গতিকে আমাৰ ইয়াত সঁচা অৰ্থাৎ উচ্চমানৰ লেখিকা আঙুলি মূৰত গণিব পৰা বিধৰ। ফলত কম প্ৰতিভাৰ অধিকাৰিণী হৈয়ো মই বঁটা-বাহন, সন্মান বেছিকৈ পাইছো (অৱশ্যে লগতে এই কথাও নকৈ নোৱাৰোঁ যে মোৰ সীমিত সামৰ্থ্যৰে ১৯৪৪ চনৰে পৰা, বালিকা অৱস্থাৰে পৰা আজিলৈকে নানা প্ৰতিকূল অৱস্থাতো নিষ্ঠাৰে, নিৰৱচ্ছিন্নভাৱে সাহিত্য সাধনা কৰি আহিছোঁ। ফলত আখৰৰ লেখেৰে অসমৰ লেখিকাসকলৰ ভিতৰত ময়েই আটাইতকৈ বেছি লিখিছো, কিন্তু যিক্ষেত্ৰত নিৰ্মলপ্ৰভা বৰদলৈ আৰু মামণি ৰয়ছম গোস্বামীয়ে আশীৰ দশকৰ প্ৰথম ভাগতে সাহিত্য অকাডেমী বঁটা লাভ কৰিছে— মই সেই একে বঁটা লাভ কৰিছোঁ নব্বৈৰ দশকৰ শেষৰ পিনেহে। অথচ মোৰ শ্ৰেষ্ঠ বুলি বিবেচিত উপন্যাসবোৰ— একমাত্ৰ 'অভিযাত্ৰী'খন বাদ দি - সেই সত্তৰ-আশী আৰু 'সেই নদী নিৰৱধি'খনৰ কথা ধৰিলে ষাঠিৰ দশকতে ৰচনা কৰা। পিছে কিবা দুৰ্ভাগ্যৰ ফলত মই সেইবোৰ সময়ত একপ্ৰকাৰ অৱহেলিত লেখিকাই হৈ ৰ'লোঁ— কেৱল বঁটা-বাহনৰ স্বীকৃতিৰেই নহয়, তেতিয়াৰ সাহিত্যিক পৰিমণ্ডলৰ দ্বাৰা গ্ৰহণযোগ্যতাৰ স্বীকৃতিৰেও। আজি সুযোগ পাই মোৰ এই ক্ষোভ ব্যক্ত কৰিলো এই বাবেও যে দুই-এজনে ময়ো বঁটা-বাহনৰ লোভত 'লবী'ত সোমোৱা বুলি সত্যৰ অপব্যৱহাৰ কৰি কাকতত ইঙ্গিত দিয়া মোৰ চকুত নপৰাকৈ থকা নাই) দেখিকৈ হ'লেও বহুতো পাইছোঁ। অসম সাহিত্য সভাৰ দুটা বঁটা, বাংগালোৰৰ শ্বাশ্বতী বঁটা, প্ৰবীণা শইকীয়াৰ স্মৃতিত দিয়া বঁটা, দলিত সাহিত্য পৰিষদৰ পৰা দিয়া বঁটা,

সুন্দৰী মোহন দাস স্মৃতি বঁটা, ত্ৰিপুৰা চৰকাৰৰ অদ্বৈতমল্ল স্মৃতি পুৰস্কাৰ, অসম উপত্যকা সাহিত্য বঁটা আৰু লগতে সাহিত্য অকাডেমী বঁটা - অসমৰ বহুত সাহিত্যিকে নোপোৱা এনে নানা বঁটা মই পাইছোঁ। ইয়াত মোৰ প্ৰধান আনন্দ আৰু গৌৰৱৰ কথা এয়ে যে জীৱনত নিজে সামান্য চেষ্টা-চৰিত্ৰ নকৰিও মই এইবোৰ বঁটা, স্বীকৃতি লাভ কৰিছোঁ। মোৰ প্ৰতি অসমৰ ৰাইজৰ যি অকুণ্ঠ মৰম আৰু শুভেচ্ছা তাৰেই যেন ফলশ্ৰুতি এই পুৰস্কাৰবোৰ।

মই সদায় অকপটভাৱে কৈ আহিছোঁ যে বঁটা পালে মোৰ ভাল লাগে, কাৰণ ইয়াৰ ফলত কেৱল অৰ্থই হাতলৈ নাহে, যি কিতাপৰ বাবে বঁটাটো দিয়া হয় সেই কিতাপৰ কথা বেছিকৈ প্ৰচাৰ হয়, বেছিকৈ বিক্ৰী হয়।

পিছে এই বঁটাবোৰৰ ক্ষেত্ৰত লেখকৰ মনত আটাইতকৈ আনন্দ দিয়া বঁটাও নিশ্চয় থাকে— যাক টকাৰ মূল্যৰে জুখিব পৰা নাযায়। আৰ্থিকভাৱে আটাইতকৈ মূল্যবান আছিল অসম উপত্যকা সাহিত্য বঁটাটো, কিন্তু তুলনাত বহু কম টকাৰ বঁটা 'অদ্বৈতমল্ল বৰ্মন স্মৃতি পুৰস্কাৰ'টো মোৰ বাবে বহুত বেছি মূল্যবান হৈ আছে। মই এই কথা কৈ আহিছোঁ আৰু এনেকি 'খবৰ'ৰ পাততো লেখিছোঁ যে মোক আটাইতকৈ গৌৰৱান্বিত কৰা বঁটাটো হ'ল— অদ্বৈতমল্ল বৰ্মনৰ স্মৃতিত দিয়া বঁটাটো - কাৰণ এই মানুহজন আছিল ত্ৰিপুৰাৰ তিতাছ নদীৰ পাৰৰ এখন মাছমৰীয়া গাঁৱৰ এঘৰ অতি দৰিদ্ৰ আৰু শিক্ষাৰ পোহৰ নপৰা ঘৰৰ ল'ৰা, যি নিজৰ বিদ্যানুৰাগৰ বাবে শিক্ষা লাভ কৰিছিল আৰু চৰম দাৰিদ্ৰ্যৰ লগত যুঁজি জীৱনত প্ৰতিষ্ঠিত হৈছিল। অতি কম বয়সতে যক্ষ্মাৰোগত আক্ৰান্ত হৈ মৃত্যুবৰণ কৰা ডেকাজনে 'তিতাছ একটি নদীৰ নাম' নামৰ মাছমৰীয়াৰ জীৱনক লৈ অসাধাৰণ উপন্যাস এখন লিখি উলিয়াইছিল (এইখনৰ ভেটিতে ঋত্বিক ঘটকে একে নামৰ এখন কালজয়ী চিনেমাও নিৰ্মাণ কৰিছিল)। সেই জীৱন-সংগ্ৰামী ডেকাজনৰ স্মৃতিত দিয়া বঁটাটোৰ ফলকত লিখা কথা কেইষাৰেও মোক উদ্দীপ্ত কৰি তুলিছিল কাৰণ তাত লিখা আছিল যে যোৱা কেইবাদশকজুৰি মই নিপীড়িত আৰু অবহেলিত মানুহৰ কথা লিখি অহা বাবেই মোক সেই স্বীকৃতি দিয়া হৈছে। (হায়, মই সমাজৰ এই স্তৰৰ মানুহৰ কথা দৰাচলতে কিমানেই বা কি লিখিব পাৰিছোঁ।)

তাৰ পিছত এইবাৰ মোক এই কনকলতা বঁটাটো প্ৰদান কৰি আৰু বেছি গৌৰৱান্বিত আৰু অভিভূত কৰি তুলিলে। কনকলতা মোৰ নিজৰ ৰাজ্যৰে ছোৱালী, যি স্বাধীনতা যুঁজত ব্ৰিটিছৰ নিৰ্মম নিষ্পেষণৰ বলি হ'ল। অকালতে প্ৰাণ দিলে আৰু আমাৰ স্বাধীনতাৰ ৰণক এখোজ আগুৱাই লৈ গ'ল সেই অভূতপূৰ্ব বলিদানৰ দ্বাৰা।

কনকলতা আৰু মুকুন্দ কাকতিৰ নামত বঁটাকেইটা প্ৰদান কৰি অহা হৈছে যোৱা তিনিবছৰ ধৰি, কিন্তু প্ৰত্যেকবাৰ গুৱাহাটীতে সেই কাৰ্যসূচী অনুষ্ঠিত হৈ আহিছে। কিন্তু এইবাৰ গহপুৰ ৰাইজৰ ন্যায়সংগত দাবীতে কনকলতা-মুকুন্দ কাকতিৰ নিজৰ ঠাই, বলিদান দিয়া ঠাই গহপুৰত এই অনুষ্ঠান অনুষ্ঠিত কৰিব লগা হ'ল অসম চৰকাৰে। মোৰ বাবে

এইটো পৰম সৌভাগ্যৰ কথা যে মই গহপুৰীয়া ৰাইজৰ সন্মুখত উপস্থিত হৈ তেওঁলোকৰ বীৰাংগনাগৰাকীৰ স্মৃতিত দিয়া বঁটাটো গ্ৰহণ কৰাৰ সুযোগ পালোঁ। অসুস্থ শৰীৰেৰেই ইমান দুৰ বাট গৈ তাৰ বিশাল জনতা দেখি এনেকৈ অভিভূত হৈ পৰিছিলো যে শৰীৰৰ ব্যাধিও যেন পাহৰি গৈছিলো। জীৱনত ইমান বিশাল জনসমাৱেশ দেখা নাছিলো। গহপুৰ হাইস্কুলৰ বিৰাট খেলপথাৰখন লোকাৰণ্য হৈ পৰিছিল। পুৱাৰে পৰা বৰষুণ আৰম্ভ হৈছিল আৰু গুৱাহাটীত বতৰৰ তাণ্ডৱলীলা চলা বাবে হেলিকপ্টাৰেৰে গৈ গহপুৰত উপস্থিত হোৱাৰ বন্দবস্ত থকা মুখ্যমন্ত্ৰীয়ে সেই কাৰ্যসূচী বাতিল কৰিব লগা হ'ল। কিন্তু তেখেতৰ বাবে বাট চাই থাকিবলগীয়া হোৱাত সভাখন নিৰ্দিষ্ট সময়ত আৰম্ভ নহৈ বহুত পলমকৈ আৰম্ভ হ'ল। গতিকে পুৱাৰে পৰা আহি সমবেত হোৱা ৰাইজ বৰষুণৰ বতৰকো নেওচি বহুতপৰ ধৈৰ্য ধৰি বৈ থাকিবলগীয়া হৈছিল। মণ্ডপ বিশাল আছিল যদিও তাতো ঠাই সংকুলান হোৱাত ৰাইজৰ একাংশ বাহিৰতে দণ্ডায়মান হৈ থাকিব লগা হৈছিল। বহুতৰ ছাতি আছিল যদিও বহুতৰে নাছিলো। গহপুৰীয়া ৰাইজৰ সেই কষ্ট দেখি মনত খুব বেয়া পাইছিলোঁ, আনহাতে, সেই উৎসাহ-উদ্দীপনা দেখি মোৰ এইদৰে ভাবিবলৈও মন গৈছিল যে তেওঁলোকে নিজ ঠাইৰ বীৰ-বীৰংগনা দুগৰাকীৰ স্মৃতিত প্ৰথমবাৰৰ বাবে অনুষ্ঠিত হোৱা সভাখনত উপস্থিত থাকিবলৈ বজ্ৰ-বিদ্যুতকো নেওচা দি আহিবলৈ বোধহয় পৰাংমুখ নহ'লহেঁতেন।

মই সিদিনা বঁটা গ্ৰহণ কৰি ৰাইজক যিকেইষাৰ কথা কৈছিলো, তাৰে এটা আছিল, সদায় যেন তেওঁলোকৰ নিজৰ ঠাইতে সেই অনুষ্ঠানটো পাতি যোৱাত দৃঢ়তাৰে মত পোষণ কৰি থাকে। আন এটা আছিল— যি স্বাধীনতা লাভৰ বাবে আমাৰ এই বীৰ-বীৰাংগনাসকলে প্ৰাণআহুতি দিলে আৰু শেষত স্বাধীনতা অৰ্জিতো হ'ল, তাক আমি বছৰে বছৰে সভা-সমিতি পাতি পালন কৰিব গ'লে উগ্ৰপন্থী সংগঠনবোৰে তাত যোগদান নকৰিবলৈ সকীয়নি দিয়া ফেচিষ্ট আদেশটো আমি যেন পালন নকৰোঁ। আমি আমাৰ বিবেকৰ নিৰ্দেশতে কাম কৰি যাব লাগিব, আমাক হুকুম জাৰি কৰা কাৰো অধিকাৰ নাই।

আমি সেইদিনাতে গুৱাহাটীলৈ উভতি অহাৰ বন্দবস্ত হৈ আছিল, গতিকে সভাখনৰ শেষলৈকে থাকিব নোৱাৰিলোঁ আৰু তেতিয়া বিষাদ মনেৰেই গহপুৰীয়া ৰাইজৰ ওচৰত ক্ষমা বিচাৰি বিদায় মাগিছিলো। মনৰ মণিকূটত গহপুৰৰ সেই পবিত্ৰ স্মৃতি যে সদায় যুগমীয়া হৈ থাকিব, সেই বিষয়ে মনত কোনো সন্দেহ নাছিল। শেষত গহপুৰীয়া ৰাইজলৈ অন্তৰেৰে, নম্ৰভাৱে প্ৰণিপাত জনালোঁ। তেওঁলোকৰ সেই হিলদ'ল ভাঙি অহা জনসমাৱেশ জীৱনত পাহৰিব নোৱাৰোঁ।

—২০০৫



# মুখতাৰাণ মাই, ইমৰাণা, জ্যোৎস্না আৰাইঁতৰ কথাৰে

এবাৰ দূৰদৰ্শনৰে নে কোনোবা আলোচনীৰ এটা সাক্ষাৎকাৰত মোক নানাধৰণৰ প্ৰশ্ন সোধাৰ লগতে এই প্ৰশ্নটোও সুধিছিল— মই বাৰু পূৰ্বজন্ম-পৰজন্ম নামানো বুলি তেওঁলোকে জানে, তথাপি ধৰি লোৱা হওক, মই সেইবোৰ বিশ্বাস কৰোঁ, তাৰ পাছত যদি মোক সোধা হয় যে অহা জন্মত মই পুৰুষ হৈ জন্মিবলৈ ভাল পাম নে মহিলা হৈ জন্মিবলৈ ভাল পাম। তেতিয়া তাৰ ভিতৰত মই কোনটো বাছি লৈ উত্তৰটো দিম? কোৱা বাহুল্য যে মই এখন্তেকো দ্বিধা নকৰি উত্তৰ দিলোঁ— এইটো আৰু সুধিব লগা প্ৰশ্ননে, নিঃসন্দেহে পুৰুষ। এই ধৰাত কোনোবাই স্ব-ইচ্ছাই মহিলা হৈ জন্ম ল'ব খুজিবনে? অইনৰ (মানে মহিলাৰ) অইন নানা তিতা অভিজ্ঞতাৰ কথালৈ নেযায়ো মোৰ নিজৰ সাহিত্যিকা হিচাপে হোৱা অভিজ্ঞতাৰ ভেটিত ক'ব পাৰোঁ যে দুই-এক ভাগ্যৱতী ব্যতিক্ৰমৰ কথা বাদ দি পুৰুষৰ সাহিত্য চৰ্চাত যিমান সুবিধা, মহিলাৰ সিমানেই অসুবিধা ঘৰতো-পৰতো। ঘৰৰ কথাই কওঁ— খুব কম ঘৈণীয়েক বা মাকে হেতা ধৰাতকৈ কলম ধৰাটোক স্বামী আৰু পুত্ৰই পছন্দ কৰে।

কিছুদিন আগতে প্ৰীতি বৰুৱাক সাহিত্য অকাডেমীৰ অনুবাদ বঁটাটো দিওঁতে তেওঁ কিছু আৱেগিক হৈ কৈছিল যে মৰাৰ পাছত পুনৰ্জন্ম ল'বলগীয়া হ'লে তেওঁ আকৌ নাৰী জনম লাভ কৰিবলৈকে বিচাৰিব। মই তেতিয়া মনে মনে তেওঁৰ সেই উক্তি এক আৱেগিক ঘোষণা বুলি ধৰি লৈছিলোঁ আৰু অলপ বিৰক্তিৰে ভাবিছিলোঁ— নাৰী হৈ এই পৃথিৱীত ইমান নিকাৰ ভুঞ্জিব লগা হোৱাৰ পাছতো কোনোবাই পুনৰ সেই একে লিংগৰে মানুহ হৈ উপজিব খোজেনে?

গতিকে মনত তাৰ বিৰুদ্ধে হোৱা বিৰূপ প্ৰতিক্ৰিয়াতে হয়তো মই মোৰ সাক্ষাৎকাৰটোত সামান্যপৰ চিন্তা নকৰিও কৈ উঠিলোঁ যে মই কেতিয়াও তিৰোতা মানুহ হৈ উপজিব নোখোজোঁ— ন', নেভাৰ, নেভাৰ।

কিছুদিন পাৰ হ'ল। বাতৰি কাকতত এটাৰ পাছত এটাকৈ পাকিস্তানৰ মুখতাৰাণ মাই, উত্তৰ প্ৰদেশৰ ইমৰাণা আৰু অসমৰ জ্যোৎস্না আৰাৰ ভয়ংকৰ ভয়ংকৰ ধৰ্ষণৰ কথা পঢ়িবলৈ পালোঁ (ধৰ্ষণ মানেই ভয়ংকৰ, কিন্তু এইকেইটা কাহিনীৰ প্ৰথম দুটাৰ কথা ভাবিলে কেইবাটাও ভয়ংকৰ বিশেষণ লগাবৰ মন যায়), মুখতাৰাণা মাইক পুৰুষপ্ৰধান সমাজখনে নিৰ্ধাৰণ কৰা দানৱীয় নিয়মৰ বিচাৰেৰে পোন্ধৰ বছৰীয়া ভায়েকে বেলেগ জাতৰ তিৰোতাক ধৰ্ষণ কৰাৰ মিছা অপৰাধৰ অভিযোগত শাস্তি দিলে এই বুলি— তেওঁক উলংগ কৰি গাঁওখনত প্ৰকাশ্যে, দিবালোকত সমূহ পুৰুষে ধৰ্ষণ কৰিব। কাৰ্যকৰীও কৰা হ'ল সেই বৰ্বৰ, বীভৎস শাস্তি। আমি 'পাশবিক' পশুতুল্য, এনে কেইটামান শব্দ ব্যৱহাৰ কৰোঁ— যেতিয়া আমাৰ মানুহ নামৰ অমৃতৰ সন্তান, সৃষ্টিৰ জীৱশ্ৰেষ্ঠ প্ৰাণীয়ে কিবা জঘন্য কাম কৰে, তেতিয়া সাধাৰণতে সেই শব্দকেইটা প্ৰয়োগ কৰা হয়। কিন্তু সেই মানুহে সদায়ে এনে নহয় এনে কিবা কলমৰ অক্ষম ভাষাৰে প্ৰকাশ কৰিব নোৱৰা জঘন্য অপৰাধ কৰে যে দেখিলে হয়তো সেই পাশবিক শব্দৰ উৎপত্তিস্থল প্ৰাণীবিধে সিহঁতৰ মূক ভাষাৰেই আই ধৰিত্ৰীক সীতাৰ দৰেই ফাট মেলিবলৈ প্ৰাৰ্থনা কৰিব যাতে পাতালৰ গৰ্ভত লুকাই, প্লুটোৰ অন্ধকাৰ নৰকত সোমাই হ'লেও সেই ভয়ংকৰ দৃশ্য দেখাৰ পৰা হাত সাৰিবলৈ পাৰে।

আমি কওঁ— পাকিস্তান তথা আন মুছলমান দেশবোৰত এতিয়াও নানা বৰ্বৰ প্ৰথা প্ৰচলিত আছে। নাৰীক সেই প্ৰথাবোৰ মতে, তালিবানীয় শাস্তি দিয়া হয়। কিন্তু অতি পৰিতাপৰ কথা যে ইছলামত নাৰীৰ অধিকাৰ আছিল সকলোতকৈ বেছি। ইমৰাণা, মুখতাৰাণ মাইক দণ্ড বিহিলে আইনে নহয়, গোড়ামিয়েহে, ধৰ্মীয় গোড়ামিয়েহে ইমৰাণাক পুতেকৰ অনুপস্থিতিত শহুৰেকে বোৱাৰীয়েক তেওঁৰ সন্তানৰ পুত্ৰৰ মাকক, তেওঁৰো নিজৰ নাতিৰ মাকক ধৰ্ষণ কৰিলে— আৰু পৃথিৱীৰ সভ্য সমাজৰ এক নপতা ফুকন ধৰ্মীয় মুছলমান শাসকে তেনে এক বীভৎস, জঘন্য অপৰাধৰ বিচাৰ কৰি অপৰাধীক শাস্তি দিয়াৰ পৰিৱৰ্তে দিলে এক পুৰস্কাৰ— বুঢ়াই বোৱাৰীয়েককে বিয়া কৰাওঁক। বৃদ্ধস্য তৰুণী ভাৰ্যা। আঃ— সেই ৰায় শুনি লুচ্ছা বুঢ়াৰ মুখত বোধহয় পৰম সুখৰ, পৰম তৃপ্তিৰ আকৰ্ণ বিস্তৃত হাঁহি বিৰিঙিছিল। (এইখিনিতে মই ভাৰতৰ সমূহ মুছলমান নিৰীহ-নিৰপৰাধী জীয়ৰী-বোৱাৰীক মাৰ্ক্সীয় বাণীৰ আলমত এনেদৰে আহ্বান কৰোঁ— ভাৰতৰ মুছলমান নাৰীসকল একগোট হওক, আপোনালোকৰ স্বামী নামৰ কাপুৰুষসকলৰ বাহিৰে হেৰুৱাব লগা আন আৰু একো নাই।))।

এতিয়া আমাৰ ইয়াতো, অসমতো জ্যোৎস্না আৰাৰ ক্ষেত্ৰত একে ঘটনাই ঘটিছে। আচলতে যুগ যুগ ধৰি পৃথিৱীৰ সকলো নাৰী একেই ভাগ্যৰ বলি হৈ আহিছে। হিন্দুৰেই

হওক, মুছলমানেই হওক বা অইন ধৰ্মাৱলম্বীয়ে হওক। পুৰুষৰ ওচৰত নাৰীৰ যেন এটাই পৰিচয়— দেহ সৰ্বস্ব এটা প্ৰাণী। যি পুৰুষৰ ভোগৰ সামগ্ৰী সেই নাৰী বুঢ়ীয়েই হওক বা কেঁচুৱাই হওক, সকলো বয়সতে তাক পুৰুষে ভোগ কৰিব তথা ধৰ্ষণ কৰিব পাৰে, সেয়ে চহৰৰ তথাকথিত সম্ভ্ৰান্ত পৰিয়ালৰ ল'ৰাই গৈ লোকৰ ঘৰৰ দুৱাৰ খুলি সোমাই গৈ মাতৃ বা আইতাকৰ বয়সৰ তিৰোতাকো ধৰ্ষণ কৰে (গুৱাহাটীত দুই বছৰমান আগতে ঘটা এটা সঁচা উদাহৰণেৰে এই কথা লিখিছোঁ) চাৰি বছৰীয়া জ্যোৎস্না কলিতা, আঠ বছৰীয়া বৰ্ণালী বা জেছমিনাকো ধৰ্ষণ কৰে— কেৱল সেয়ে নহয়, তাৰ পাছত নৃশংসভাৱে হত্যা কৰে। ইয়াত হিন্দু - মুছলমান বুলি কথা নাই। নাৰীৰ সঁচায়ে জাত নাই, মাথোঁ এটাই পৰিচয়— নাৰী দেহসৰ্বস্ব— এইবাবেই বিয়াৰ বজাৰতো নাৰীৰ ৰূপটোকে প্ৰাধান্য দিয়া হয়। বংগদেশত পূৰ্বতে এনেকুৱা বৰ্বৰ প্ৰথাও চলিছিল— যেতিয়া দৰা ঘৰৰ পৰা কইনা বাছিবলৈ গৈ গৰু-গাহৰিক পৰীক্ষা কৰাৰ দৰে শৰীৰৰ পৰীক্ষা কৰিছিল, গা টিপি চাইছিল, খোজ কাঢ়িব দিছিল— (ভৰিত দোষ নাইতো।); কথা কোৱাই মাত পৰীক্ষা কৰিছিল, খোপা খুলি কিমান দীঘল চুলি, সঁচা চুলি নে মিছা চুলি পৰীক্ষা কৰি চাইছিল (নৰকান্ত বৰুৱাৰ এটা লিমাৰিক আছে— ভালকৈ বুজি পায় বিবাহৰ পৰে/ কেইইঞ্চি খাঁটি চুলি খোপাৰ ভিতৰে... পিছে তেতিয়াৰ বংগত বিয়াৰ আগতেই সেই পৰীক্ষা কৰি ঠগ নোখোৱাৰ পকা বন্দোবস্ত কৰি লোৱা হৈছিল!)। মনত পৰি গৈছে এখন হিন্দী চিনেমালৈ, য'ত শ্ৰীদেৱীয়ে গাত ক'লা ৰং সানি লুভীয়া পুৰুষৰ অত্যাচাৰৰ পৰা নিজকে বচাই ৰাখিবলৈ চেষ্টা কৰিছিল।

আমি ভাবোঁ— সমাজ সভ্য হ'ল, শিক্ষিত হ'ল। সেই শিক্ষা সভ্যতাৰ এটা চিন বাতৰি কাকতবোৰ। কিন্তু এতিয়া সেই বাতৰি কাকতবোৰো নানা অচিলাত সুন্দৰী, অৰ্ধনগ্ন নাৰীৰ ফটো প্ৰকাশ নকৰিলে যেন নচলা হৈছে। বিজ্ঞাপনতো হকে-বিহকে অৰ্ধনগ্ন নাৰীক প্ৰদৰ্শন নকৰিলে নচলা হৈছে। পিছে মই কেতিয়াও একপক্ষীয় হ'ব নোখোজোঁ— আমাৰ নাৰী সমাজৰো প্ৰচুৰ দোষ-দায়িত্ব আছে, তেওঁলোকেও এই বিজ্ঞাপনবোৰত অদৰ্কাৰতেই দেহ প্ৰদৰ্শন কৰি, গা-দেখুৱা পোছাক-পৰিচ্ছদ পিন্ধি ৰাস্তাই-ঘাটে ঘূৰি ফুৰি নিজৰ এই দেহসৰ্বস্বতাকেই যেন প্ৰমাণ কৰিব খোজে, উদণ্ড পুৰুষক পৰোক্ষভাৱে প্ৰৰোচিত কৰিব খোজে।

শেহতীয়াভাৱে আমাৰ অসমৰ, বিশেষকৈ গুৱাহাটীৰ নাৰী সমাজৰ প্ৰতি মোৰ আৰু এটা গুৰুতৰ অভিযোগ হ'ল— তেওঁলোকে কিয় বৰ্ণালী ধৰ্ষণ-হত্যাতে কেৱল ইমান উত্তাল হ'ল, কিয় তাৰ পাছত জ্যোৎস্না-জেছমিনা এইসকলৰ ক্ষেত্ৰত প্ৰায় নীৰৱ হৈ ৰ'ল? নিৰ্যাতনবিৰোধী ঐক্যমঞ্চ, বৃহত্তৰ নুনমাটিৰ পঞ্চাশ মে পঁয়ত্ৰিশটা নাৰী সংগঠন আদিকে ধৰি গুৱাহাটীৰ বিভিন্ন নাৰী সংস্থাসমূহে এই অপৰাধ সংঘটিত কৰা দানৱৰূপী অপৰাধীসকলৰ শাস্তিৰ ক্ষেত্ৰত কিয় আন্দোলন গঢ়ি নুতুলিলে? কিয় অসমৰ জ্যোৎস্না

আৰাৰ ওপৰত শহুৰেকে যৌন বিকৃতিৰ পৰাকাষ্ঠা দেখুৱাই ধৰ্ষণ কৰাৰ অপৰাধৰ বিৰুদ্ধে জাণ্ডুৰ খাই নুঠিল? অতি গৰিহণাৰ যোগ্য এই নিষ্ক্ৰিয়তা।

প্ৰত্যেকেই নিজৰ অধিকাৰ আদায় কৰি ল'ব লাগিব— কোনোৱে কাকো থালত সজাই একো আগবঢ়াই দিবলৈ নাযায়, অধিকাৰ আদায় কৰিবলৈ, অন্যায়-অত্যাচাৰৰ প্ৰতিকাৰ বিচাৰি যুঁজিব লাগিব— বিশেষকৈ এই পুৰুষপ্ৰধান সমাজখনত পুৰুষে পাৰ্যমানে নাৰীৰ অধিকাৰ খৰ্ব কৰি ৰখাৰ চেষ্টা কৰিবই (যদিও পৃথিৱীৰ ইতিহাসত দেখোঁ জন ষ্টুৱাৰ্ট মিল, আমাৰ মহাত্মা গান্ধী, ৰামমোহন ৰায়, স্বামী বিবেকানন্দ, বিদ্যাসাগৰ আদি পুৰুষেহে নাৰীৰ অত্যাচাৰৰ বিৰুদ্ধে সৰৱ হৈছিল। আমাৰ বিৰিঞ্চি কুমাৰ বৰুৱা আৰু শৰৎ চন্দ্ৰ-ৰবীন্দ্ৰ নাথইঁতে তেওঁলোকৰ দুখ-জ্বালা-যন্ত্ৰণাৰ কথা হৃদয়স্পৰ্শী লেখনীৰে লিখি গৈছিল), গতিকে মহিলাই মহিলাৰ হকে যদি যুঁজিবলৈ আগবাঢ়ি নাহে কোন আহিব? সদায় উপৰিউক্ত পুৰুষতো নোলায়।

মোৰ পংগু ভৰি, অক্ষম-বৃদ্ধ শৰীৰেৰে মই মাথোঁ কলমডাল চলোৱাৰ বাহিৰে আন শাৰীৰিক প্ৰতিবাদ কৰিব নোৱাৰোঁ। তাকো সেই কলম কোনোপধ্যেই তৰোৱালতকৈ শক্তিশালী নহয়, মোৰ কলমতো নহয়েই। তথাপি যাৰ যি সামৰ্থ্য তাৰেই অৰিহণা যোগাব লাগে। সেয়ে শেষত মই মোৰ পলায়নবাদী মনোভাব সলনি কৰি এই কথা ভাবিছো যে পৰজন্ম থাকিলে ময়ো মাইকী মানুহ হৈয়ে জন্ম লোৱাৰ ইচ্ছা প্ৰকাশ কৰিম আৰু আমাৰ দুঃখিনী নাৰীসকলৰ তেজ আৰু চকুলো মচিবলৈ নিজৰ সীমিত ক্ষমতাৰে যুঁজি যাম। নিজৰ লিংগৰ দুখ নিজে আটাইতকৈ বেছি উপলব্ধি কৰিব নোৱাৰে জানো?

— ২০০৫



# সপ্ৰতিভ মানে স্মাৰ্ট, ধপাত মান বিড়ি

গুৱাহাটী বিশ্ববিদ্যালয়ৰ পাঠ্যপুথি প্ৰকাশন বিভাগৰ এক তাজ্জব কাণ্ডৰ নমুনা আজিৰ এই লেখাৰ প্ৰতিপাদ্য। তিনি বছৰমান আগতে গুৱাহাটী বিশ্ববিদ্যালয়ে বি এ মহলাৰ পাঠ্যপুথি 'সাহিত্য-মঞ্জৰী'ত মোৰ 'এনথ্ৰপ'লজিৰ সপোনৰ পিছত' নামৰ গল্পটো সন্নিবিষ্ট কৰাৰ অনুমতি বিচাৰি মোলৈ পত্ৰ প্ৰেৰণ কৰিলে আৰু মই লগে লগেই আনন্দিত মনেৰে সন্মতি জনালোঁ। দুটা কাৰণত মোৰ আনন্দ লাগিছিল, প্ৰথমতে— কলেজ, স্কুল, বিশ্ববিদ্যালয়ৰ অসমীয়া পাঠ্যপুথিত আজিলৈকে বহুতো সাহিত্যিকৰ গল্প-প্ৰবন্ধ-কবিতা সন্নিবিষ্ট হোৱা দেখি আহিছিলোঁ। মোৰ কিন্তু এটা গল্পও কোনো কিতাপৰ বাবে নিৰ্বাচিত হোৱা নাছিল। ইফালে প্ৰকাশকসকলৰ নেৰানেপেৰা তাগিদাত মই আজিলৈকে চাৰিখনলৈ দ্ৰুত পাঠ্যপুথিও যুগুতাই দিলোঁ, কিন্তু ছেৰাই তাৰ এখনতো অনুমোদন নিদিলে। গতিকে মই মনে মনে এই কথাই মানি ল'বলৈ বাধ্য হ'লোঁ যে স্কুল-কলেজৰ ছাত্ৰ-ছাত্ৰীক শিক্ষা দিব পৰা পাঠৰ মই যোগ্য লেখিকা নহওঁ।

এনে এটা পৰিপ্ৰেক্ষিতত মোৰ গল্প এটা বি এ মহলাৰ বাবে নিৰ্বাচিত হোৱাত মন যে উৎফুল্লিত হ'ব সি সহজেই অনুমেয়। দ্বিতীয় যিটো কথাই মোক আনন্দিত কৰিছিল তাৰ কাৰণ আছিল এক ধৰণৰ গৌৰৱবোধ। 'এনথ্ৰপ'লজিৰ সপোনৰ পিছত' গল্পটো মই মেট্ৰিক পৰীক্ষা পাছ কৰি উঠাৰ পিছত লিখিছিলো, সেইটো ১৯৪৯ চনত ড° বিৰিঞ্চি বৰুৱা সম্পাদিত 'ৰংঘৰ' নামৰ মাহেকীয়া আলোচনীত ওলাইছিল (সেইখনেই পিছত 'ৰামধেনু' হিচাপে প্ৰকাশিত হৈছিল)। গতিকে মেট্ৰিকৰ দেওনা পাৰ কৰা

ছোৱালী এজনীৰ গল্প এটা বি এ মহলাৰ পাঠ্যপুস্তকত অন্তৰ্ভুক্ত হোৱাটো সেই গল্পৰ লেখিকা হিচাপে মোৰ অলপ গৌৰৱৰ কথানে?

তৃতীয় কাৰণ এটাও অৱশ্যে আছে, যদিও সি নিতান্তই স্থূল, অৰ্থাৎ বৈষয়িক। মই ভাবিছিলো— আমাৰ গল্প-উপন্যাসহে পাঠকে নিকিনে, কিন্তু পাঠ্যপুস্তকতো ছাত্ৰ-ছাত্ৰীসকলে বাধ্য হৈ কিনিব। গতিকে বেছি বেচা যোৱা সেই কিতাপৰ লেখা এটাৰ বাবে মই হয়তো অলপ ভাল ৰয়েল্টিয়েই পাম। পিছে 'সেই আশাৰ গুড়ে বালি', অৰ্থাৎ সেই আশা ৰূপী গুড়ত বালিহে পৰিল। মই আজিলৈ এটাও পইচা পোৱা নাই।

পিছে পইচা বাৰু নাপাওঁৱেই, গল্পটোতো শুদ্ধ ছপা কৰি উলিয়াব লাগিছিল, কিন্তু গল্পটোত যি ধৰণে খোদাৰ ওপৰত খোদকাৰি কৰা হ'ল দেখি মোৰ চকু কপালত উঠিল, সাধাৰণ ছপাৰ ভুল হোৱা হ'লেও সিমান কথা নাছিল। অসমীয়া কিতাপত ছপাৰ ভুল থাকেই— ইয়াতো থাকিলে মই মানি ল'লোহেঁতেন, ক্ষোভেৰে, দুখ মনেৰে হ'লেও। বিশেষকৈ এই লেখা যেতিয়া অসমীয়া বিষয়ৰ ছাত্ৰ-ছাত্ৰীয়ে পঢ়িব তেনেস্থলত তেওঁলোকে ভুল বানানৰ, ভুল বাক্য-গাঁথনিৰে অসমীয়া পাঠ শিকিবলগীয়া কথাটো সঁচায়ে অত্যন্ত পীড়াদায়ক, অত্যন্ত অন্যায়ৰ কথা। লগতে এইটোও অন্যায়ৰ কথা যে লেখিকাই নিলিখা কথাও তেওঁলোকে ভুলকৈ পঢ়িব লগা হৈছে।

হয়, 'এনথ্ৰপ'লজিৰ সপোনৰ পিছত' গল্পটোত মই ব্যৱহাৰ নকৰা শব্দ আৰু এনেকি বাক্যও সুমুৱাই দিয়া হৈছে। মই এটা শব্দ লেখিছিলোঁ 'সপ্ৰতিভ' বুলি, তেওঁলোকে সেইটো সলনি কৰি 'স্মাৰ্ট' বুলি লেখিলে, মই লিখা 'কোঠালী'ক লিখিলে 'ৰুম' বুলি; মই লেখিলোঁ 'ধপাত' বুলি, তেওঁলোকে সেই শব্দটো আঁতৰাই লেখিলে 'ধোৱা খোৱা' আৰু 'বিড়ি' বুলি (মই ধপাত শব্দটো দুবাৰ মান ব্যৱহাৰ কৰিছিলো)। এনেকুৱা আৰু আন সালসলনি কৰিলে মই জীয়াই থাকোঁতেই, মোৰ পৰা কোনো অনুমতি নলৈ। আৰু এক অদ্ভুত কাণ্ড কৰিলে— মই নিলিখা বাক্য এটাকে সুমুৱাই দিলে। বাক্যটো হ'ল— মোৰ নায়িকা উমাই টেকেলি পিঠা ভাঁপত দিবলৈ পিঠাগুৰি কিছুমান হেনো সানি থৈছিল। কি অপূৰ্ব খোদাৰ ওপৰত খোদকাৰি কৰা নমুনা। মইতো সেই বাক্যটো লিখা নাছিলোঁ।

এতিয়া পাঠকৰ মনলৈ প্ৰশ্ন আহিব পাৰে যে তিনি বছৰমান আগতে 'গল্প-মঞ্জৰী'ত সন্নিবিষ্ট হোৱা এই কথা-কাণ্ডবোৰ মোৰ ইমান দিনে চকুত পৰা নাছিল নেকি। হয়, চকুত পৰা নাছিল, মই সাধাৰণতে পিছত অ'ত ত'ত প্ৰকাশ হোৱা মোৰ গল্প-প্ৰবন্ধবোৰ পঢ়ি নাচাওঁ, পঢ়ি চোৱাৰ মোৰ ধৈৰ্য নাথাকে। তদুপৰি নিজৰ লেখাক লৈ সন্তুষ্ট হ'ব নোৱাৰা মই মানুহজনীয়ে পিছত সেইবোৰ পঢ়িলে বিৰক্তহে হওঁ বাবে বাৰে বাৰে সেই লেখাবোৰ নপঢ়োঁ। এইবাৰ এই কথাবোৰ কেনেকৈ গম পালোঁ তাৰ কাহিনীটো কওঁ। মোৰ 'অনেক আকাশ' নামৰ গল্প পুথিখন (মোৰ প্ৰথম কিতাপো) প্ৰথমতে প্ৰকাশ কৰিছিল 'বাণী প্ৰকাশ মন্দিৰ'ৰ তেতিয়াৰ স্বত্বাধিকাৰী প্ৰয়াত অম্বিকাপদ চৌধুৰীয়ে, ১৯৬১ চনত। চৌধুৰীহঁতৰ

কেইবাজনো ভাই-ককাই। এতিয়া তাৰে দুই-এগৰাকীয়ে নিজাববীয়াকৈ গ্ৰন্থ প্ৰকাশ কৰাৰ উদ্যোগ হাতত হৈছে। তেওঁলোকৰ এগৰাকী হ'ল গঙ্গাপদ চৌধুৰী। গঙ্গাপদ চৌধুৰীয়ে ললিত উঁৰালী কলেজৰ অধ্যক্ষ পদৰ পৰা অৱসৰ পোৱাৰ পিছত হেনো প্ৰকাশনাৰ কাম হাতত লৈছে। মই তেওঁক বহুত দিন আগৰে পৰা চিনো যদিও বৰ্তমান প্ৰকাশক হৈছে বুলি নাজানো। কিন্তু মোৰ পৰম হিতৈষী ড° জিতেন দাসেই উদ্যোগ লৈ 'অনেক আকাশ'খনৰ আজি প্ৰায় পঁয়ত্ৰিছ বছৰৰ পিছত দ্বিতীয় সংস্কৰণ উলিওৱাৰ বাবে শ্ৰী চৌধুৰীৰ ওচৰ চাপিছিল। জিতেনে সেই সৰু কিতাপখনৰ লগত মই হাতে লিখা স্কুলীয়া আলোচনীত লিখা গল্প দুটামানো সুমুৱাই দি তাত মোৰ গল্পবোৰৰ বিষয়ে এটা আলোচনা আগবঢ়াই কিতাপখনৰ কলেবৰ বৃদ্ধি কৰিছিল।

শ্ৰী চৌধুৰীয়ে কিতাপখন ছপাবলৈ গাত লোৱাৰ পিছত তেওঁক 'অনেক আকাশ'ত ছপা হোৱা 'এনথ্ৰপ'লজিৰ সপোনৰ পিছত'টোত অজস্ৰ ছপাৰ ভুল থকা বাবে 'গল্প-মঞ্জৰী'ত সন্নিবিষ্ট গল্পটোও চাই ল'বলৈ কৈছিলোঁ। মই ভাবিছিলোঁ যে পাঠ্যপুথিত প্ৰকাশ হোৱা গল্পটো নিশ্চয় ত্ৰুটিহীন হৈয়ে ওলাব, ছাত্ৰ-ছাত্ৰীসকলকতো আৰু ভুলে ভৰা পাঠ এটা পঢ়িবলৈ দিব নোৱাৰি। আৰু তেতিয়াই দেখা গ'ল যে সৰিয়হৰ ভুলিতে ভূত, 'গল্প-মঞ্জৰী'ত মোৰ গল্পত উপৰোক্ত সালসলনিবোৰ কৰিছে, নিজৰ ইচ্ছামতে বাক্য গঠন কৰি ভৰাই দিছে। গঙ্গাপদ চৌধুৰীয়ে মোক উত্তেজিত হৈ কথাটো ক'লে আৰু তেতিয়া ময়ো দুয়োটা গল্প মিলাই পঢ়ি অবাক হৈ গ'লো, অকল সেইকেইটাতে নহয়, আৰু বহুত সলনি কৰিছে। কথাটো শুনি মোৰ দুই-এক বন্ধুৱেতো ইয়াকো ক'লে যে মই পাঠ্যপুথি প্ৰস্তুতি কমিটীটোৰ বিৰুদ্ধে মোকৰ্দমাই কৰিব পাৰোঁ। পিছে মই সেই কাম কৰিব খোজা নাই। মোৰ তেতিয়া মনলৈ এটা ভাবো আহিল যে স্বয়ং লক্ষ্মীনাথ বেজবৰুৱাৰ 'জাতীয় সংগীত'টোকে জুবিন গাৰ্গে অদল-বদল কৰি গাব পাৰে, মই আৰু কোন কুটা!

আমাৰ এইবোৰ আলোচনা-বিলোচনাৰ মাজত জিতেনে সখেদে কৈছিল— আমাৰ ভাষাত বা আৰু কিমান পূৰ্বসুৰী লেখকৰ লেখা অদল-বদল কৰি ছপোৱা হৈছে কোনে জানে। সেইসকল লেখক এতিয়া আৰু জীৱিতও নাই যে তেওঁলোকে এইবোৰ ভুললৈ আঙুলিয়াই দিব পাৰিব। গতিকে বিহগী কবি ৰঘুনাথ চৌধুৰীয়েও তেওঁৰ চৰাইৰ বিষয়ক কবিতা এটাত 'অকলে' লিখিছিল নে 'অকলই' লিখিছিল আমি কেনোদিনে গম নাপাম। কিন্তু সেই কবিতাটো সন্নিবিষ্ট হোৱা কিতাপবোৰত ক'ৰবাত 'অকলে' আছে আৰু ক'ৰবাত 'অকলই' আছে।

— ২০০৫



# অন্য এক নতুন 'অসুৰ'

কলমডাল হাতত থকা বাবে বহুতে ভাবে যে এইডাল এক শক্তিশালী অস্ত্ৰ, ইয়াৰ দ্বাৰা দেৱী দুৰ্গাৰ যাঠীডালৰ দৰে বহুতো 'অসুৰ'ক নিধন কৰিব পৰা যায়। আমাৰ সমাজত সেই অসুৰৰ নানা চেহেৰা, নানা প্ৰকৃতি, সি নানা ৰূপত আহি আমাক সময়ে সময়ে আক্ৰমণ কৰি থাকে। আৰু যিহেতু মোৰ হাততো এডাল কলম আছে, সেয়ে বহুতে ভাবে যে সেই কলমডাল চলাই মই তেনে বহুতো 'অসুৰ' নিধন কৰিব পাৰিম (এটা কথাত মই মাজে মাজে হ'লে বৰ বিৰক্তি অনুভৱ কৰোঁ। সেইটো হ'ল— মোৰ দৰেই হাতত কলম থকা বহুতে নিজে কিবা অন্যায়ৰ বিৰুদ্ধে লেখাৰ সাহস নেদেখুৱাই মোৰেই হতুৱাই সেই অপ্ৰীতিকৰ কাম কৰাব খোজে আৰু যেতিয়া কয়— এই বিষয়ে তুমিয়েই খুব কড়াকৈ বাতৰি কাকতত কিবা অলপ লিখাচোন)। পিছে হায়, মইতো সেই আশাৰে তেনে নানা 'অসুৰ'ৰ বিৰুদ্ধে কলম চলায়ে থাকিলো; তথাপিতো এটা সৰু-সুৰা অসুৰো আজিলৈকে নিধন কৰিব নোৱাৰিলো। গতিকে কেতিয়াবা হাতৰ কলমডাল দলিয়াই আন দহজনৰ দৰে এটা সাধাৰণ জীৱনেই কটাই থাকিবৰ মন যায়, তাত অন্ততঃ বিফলতাজনিত হতাশাৰ ক্ষোভ নাথাকিব।

কিন্তু তাকোতো কৰিব নোৱাৰোঁ, নানা কৰণত কৰিব নোৱাৰোঁ। প্ৰথম কথা হ'ল অভ্যাস। মানুহ অভ্যাসৰ দাস, ইংৰাজীতো কথা এটা আছে যে Habit is the second nature. সেই সৰুকালৰ পৰা হাতত কলমডাল তুলি লোৱাৰ পাছত সি হাতত ডেনড্ৰাইট সদৃশ্য আঠাৰেহে যেন সহজে এৰাব নোৱাৰাকৈ লাগি ধৰিলে। তদুপৰি এতিয়া এবিধ লোভো

তাৰ লগত যুক্ত হৈ যোৱাত হাতৰ পৰা কলমডাল এৰুৱাই পেলোৱাৰ নিজৰো ইচ্ছা শক্তি নোহোৱা হৈ গ'ল। সেই লোভ হ'ল ধনৰ লোভ। আগতে লেখা-মেলা কৰি ধন ঘটিব পৰা নগৈছিল, এতিয়া অন্যান্য বহুতো বৃত্তিৰ তুলনাত লেখা বৃত্তিত কম আৰ্জন হ'লেও হাতলৈ কিছু ধনতো অহা হ'ল (আমিতো আৰু ৰাম-কৃষ্ণ পৰমহংসৰ দৰে মহাপুৰুষ নহওঁ যে 'টাকা মাটি, মাটি টাকা' কথাষাৰ আক্ষৰিক অৰ্থতে পালন কৰিব পাৰিম। তেওঁ সঁচায়ে টকাক খোলাকুটিৰ দৰে গণ্য কৰিব পাৰিছিল। পিছে আমি সাধাৰণ মনুষ্যনো ইমান নিৰ্লোভ হ'ব পাৰোনে?)। গতিকে অকপটে স্বীকাৰ কৰোঁ যে অলপ আয়ৰ আশাতো লেখামেলা কৰোঁ।

পিছে নিজক ইমান হীন বুলি ভাবিবলৈও মন নাযায়, সঁচাকৈ নহওঁও। সমাজৰ এই 'অসুৰ'বোৰক কিজানি নিধন কৰিব নোৱাৰিলেও অলপ হ'লেও 'শায়েস্তা' কৰিব পাৰোঁ— এই সদিচ্ছাৰেওতো কলমডাল চলাওঁ বা চলাই আহিছোঁ। আৰু আজিও তেনে এক প্ৰেৰণাৰেই এইবাৰৰ লেখাটো লিখিবলৈ ওলালোঁ।

কিছুদিন আগতে মোৰ আত্মীয় এগৰাকী দূৰণিবটীয়া ঠাই এখনৰ পৰা বাছেৰে গুৱাহাটীলৈ আহি আছিল। বিশেষ এক দুখজনক কাৰণতে সংসাৰৰ নানা সমস্যাকো এফলীয়া কৰি থৈ তেওঁ গুৱাহাটীলৈ আহিছিল। গতিকে সকলো মিলি মনটো অতি ভাৰাক্ৰান্তই হৈ আছিল। তেনে মনৰ অৱস্থাত নীৰৱতা অতি কাম্য। বাছৰ শব্দ বাৰু হৈ থাকক, দুই-এজনে দুই-এষাৰ কথাও পাতক, কিন্তু বহুতো মানুহৰ যেতিয়া চেলো ফোনবোৰ বাজে বা নিজেও তাক 'অন' কৰি লৈ কথা-বতৰা পাতিবলৈ আৰম্ভ কৰে, তেতিয়া এসময়ত সেই 'হট্টগোল'বোৰ অসহ্যকৰ হৈ উঠে। আৰু যদি কিবা বিশেষ জৰুৰী কথাত সেই ফোন ব্যৱহাৰ কৰা হয়, তেতিয়া বাৰু এবেগেতলৈ সেই কথা-বতৰা সহ্য হয়, কিন্তু মানুহে যেতিয়া হোৱাই — নোহোৱাই সেই ফোন ব্যৱহাৰ কৰে (অৱশ্যে এজনৰ বাবে হোৱাই-নোহোৱাই পতা কথা চেলোফোনধাৰী বাছত ভ্ৰমণকাৰীজনৰ বাবে ভ্ৰমণৰ আমনি আঁতৰোৱা আহিলাও হ'ব পাৰে) আৰু বাৰে-ভচহু কথা কৈ সহযাত্ৰীৰ কৰ্ণপটাহ বিদীৰ্ণ কৰে, তেতিয়া সঁচায়ে অসহনীয় হয়। তাতে যদি সহযাত্ৰী বাধ্যতামূলক শ্ৰোতাৰ মানসিক অৱস্থা শোচনীয় হয়, তেতিয়া অসহায় খং আৰু ক্ষোভত নিজৰ মূৰৰ চুলি নিজে আঁজুৰি ছিঙিবৰ মন যায়।

মই উল্লেখ কৰি অহা আত্মীয়ৰো সিদিনাৰ বাছ ভ্ৰমণত সেই অৱস্থা হৈছিল। মনটো ভাৰাক্ৰান্ত, তাৰ মাজত বাৰে বাৰে চেলোফোনবোৰ বাজে বা বজোৱা হয়, তাৰে এজনে বোলে সুদীৰ্ঘ সময়জুৰি কাৰোবাৰ প্ৰেমজনিত বিবাহৰ কথাতো এনেদৰে ৰসালাপতো মগ্ন হৈ গৈছিল... 'হয় নেকি? ঘৰৰ বাধা নামানিও প্ৰেমত হাবুডুবু খাই বিয়া পাতিছে? পিছে চাই থাকা, দুদিনো সেই বিয়া নিটিকে, দুদিন পাছতে ফেমিলি ক'ৰ্টলৈ ডিভোৰ্চৰ বাবে ঢাপলি মেলিব— যিমান বেছি প্ৰেম-বিবাহ গৈছে, সিমান বেছি ডিভোৰ্চো হ'বলৈ ধৰিছে। প্ৰথমতেতো 'তোমাক নাপালে মই আত্মঘাতী হ'ম' আৰু শেষত সেই একে গৰাকী মানুহেই

ফেমিলি ক'ৰ্টলৈ গৈ সেই 'তোমাক নাপালে জীৱন শেষ কৰিম' বোলা কথাষাৰৰ বিপৰীতে চিএৰ-বাখৰ কৰে বোলে এওঁ মোৰ জীৱনটো শেষ কৰি দিলে— তোমাৰ সুনীললৈ মনত পৰে নে? সিয়ো তেনেকৈ প্ৰেমত আকণ্ঠ ডুবি বিয়া কৰোৱা ছোৱালীজনীয়ে বোলে তাৰ বিৰুদ্ধে সেই আদালতত গৈ নানা জঘন্য অপবাদ দি চিৎকাৰ কৰি আছিল। অ' সুনীলক মনত পৰিছে? আৰু মই কেনেকৈ এই কথা জানিলো? আমাৰো ভাগিন এজনৰ ঘৈণীয়েকৰ লগত ডিভোৰ্চ কে'ছ চলিছে, সিয়েই বাহিৰৰ পৰা সেই অশ্লীল চিএৰবোৰ শুনি ৰস লগাই মোক তাৰ বৰ্ণনা দিছে... এৰা, তাৰো যে সেই একেই অৱস্থা হ'ব পাৰে সি বেচেৰাই তেতিয়া পাহৰিয়ে পেলালে...'

মোক বাছত শুনা এনে এটা বাৰ্তালাপৰ বৰ্ণনা দি আত্মীয়ই আকুলভাৱে কৈছিল— তুমি এই বিষয়ে কাগজে-পত্ৰে অলপ লিখা-মেলা কৰা না। এই ম'বাইল ফোনবোৰ বাছত যাতে অতি ইমাৰ্জেন্সি নহ'লে কোনোৱে ব্যৱহাৰ নকৰে, তাৰ বাবে চৰকাৰে কড়া নিৰ্দেশ দিয়াৰ বিষয়ে টানি লেখা না—

এইদৰেই সমাজৰ আৰু এবিধ নতুন 'অসুৰ'ৰ বিৰুদ্ধেও আত্মীয় এগৰাকীয়ে কলমৰূপী অস্ত্ৰডাল ব্যৱহাৰ কৰিবলৈ অনুৰোধ কৰিলে আৰু ময়ো লগে লগে এই অনুৰোধ মানি ল'লো। কাৰণ এই বিষয়ে মোৰো কম তিক্ত অভিজ্ঞতা নোহোৱা নহয়। মেলে-মিটিঙে, বাছে-ঘৰে, যেতিয়া তেতিয়াই ম'বাইল ফোনবোৰ বাজি উঠি কমতো উত্যক্ত নকৰে। অথচ ই যে এক অতি সুবিধাজনক আহিলা তাক স্বীকাৰ নকৰিওটো নোৱাৰোঁ। কোনখন কাগজত জানো পঢ়িলোঁ যে অলপতে পাকিস্তান আৰু জম্মু-কাশ্মীৰত হোৱা বিৰাট ভূমিকম্পটোত ঘৰৰ ভগ্নাৱশেষত চেপা খাই থকা এজন মানুহে বোলে পকেটত থকা এই কণমানি যন্ত্ৰটোৰ সহায়তে সেই অঞ্চলটোৰ বৰ্ণনা দি সাহায্যকাৰী দলৰ দ্বাৰা উদ্ধাৰ পাই গৈছিল। পিছে আমি মানুহবোৰ সুৰ হ'ব নোৱাৰি হৈছোঁ অসুৰ, ভস্মাসুৰৰ দৰে য'তে হাত দিও সিয়ে ধ্বংস হৈ যায়। ম'বাইল ফোনকো আমি জধে-মধে ব্যৱহাৰ কৰি তাৰ সুবিধাক বহুত ক্ষেত্ৰত অসুবিধালৈ পৰ্যব্যসিত কৰি পেলাইছোঁ। এই অপব্যৱহাৰৰ এটা কাৰণ হ'লতো দুৰ্নীতি, এনেকৈ দুৰ্নীতিৰে মানুহৰ হাতলৈ অপৰ্যাপ্ত ধন নাহিলেতো কোনেও সুদীৰ্ঘ সময় বা হকে-বিহকে বিয়নীমেল জাতীয় কথা-বতৰা পাতি চেলোফোনক অসুৰত পৰিণত কৰি নেপেলালেহেঁতেন।

আমি মানুহ সঁচায়ে এক ভস্মাসুৰৰে বংশধৰ; আনহে নালাগে বিজ্ঞানৰ দ্বাৰা আবিষ্কৃত নানা আশীৰ্বাদক আমি অভিশাপত পৰিণত কৰি আছো। মনত পৰিছে সেই সময়ৰ কথা, যেতিয়া আমাৰ দৰে অনুন্নত ৰাজ্যত প্ৰথমবাৰৰ বাবে টেলিফোন ব্যৱহাৰ কৰিবলৈ পাইছিলো। দূৰভাষণৰ সেই অভিজ্ঞতাই তেতিয়া মনত যে কি ৰোমাঞ্চ আৰু পুলকৰ সৃষ্টি কৰা নাছিল। ইতিমধ্যে কোনোবা এজন বিখ্যাত বঙালী লেখকৰ 'দূৰভাষিণী' নামৰ ৰোমাণ্টিক গল্প এটা পঢ়ি আপ্লুত হৈ আছিলোৱেই। তাৰপাছত সেই দূৰভাষৰ যন্ত্ৰটো যেতিয়া নিজাববীয়াকৈও

লাভ কৰিছিলো তেতিয়া সঁচায়ে 'আনন্দে নধৰে হিয়া'ৰ দৰেই অৱস্থা হৈছিল। কিন্তু হায়, এদিন এনে সময়ো আহি পৰিছিল যেতিয়া সেই 'ব্ৰেক্‌মন্‌ষ্টাৰ'টোৰ (তেতিয়া টেলিফোন যন্ত্ৰটোৰ বং কেৱল ক'লা আছিল বাবে সি সেই 'ক'লা দানৱ' নাম পাইছিল) ডিঙি চেপি হত্যা কৰাৰ বাসনাও জাগিছিল, অন্ততঃ সময়ে সময়ে যেতিয়া হকে-বিহকে অহা ফোন-কলে উত্যক্ত কৰি মাৰিছিল তেতিয়াতো সেই বাসনা জাগিছিলেই। সি যি কি নহওক, আমি পিছে এই ম'বাইল ফোনৰ এনে ধৰণৰ 'অত্যাচাৰ'ৰ বিৰুদ্ধে কিবা এটা কৰিবৰ হ'ল, বাইজৰ স্বাৰ্থত আৰু নিজৰো স্বাৰ্থত।

— ২০০৫



# মাটিৰ পৰশ

আমি যেতিয়া সেই পঞ্চাশৰ দশকতে কলকাতালৈ পঢ়িবলৈ যাওঁ আৰু প্ৰথমবাৰৰ বাবে কলকাতা মহানগৰী দৰ্শন কৰোঁ তেতিয়া সেই কংক্ৰিটৰ নগৰীখন দেখি আমাৰ দৰে অসম আৰ্হিৰ ঘৰৰ বাসিন্দাসকলে একধৰণৰ হীনমন্যতাতো ভুগিছিলো, নিজকে কুঁৱাৰ ভেকুলী সদৃশ লাগিছিল যি কুঁৱাৰ পৰা ওলাই গৈ সাগৰত পৰি কক্‌বকাব লগা হৈছিল।

আমাৰ লগত পঢ়া প্ৰায় সকলো বঙালী ছোৱালীয়ে কোনোদিনে অসম দেখা নাছিল, কিন্তু তেওঁলোকৰ অসম সম্পৰ্কে এটা ধাৰণা হলে মনত দৃঢ়ভাৱে পোত খাই আছিল যে অসমখন জংঘলৰ দেশ (অৰ্থাৎ মমত বোধহয় এই প্ৰচ্ছন্ন ধাৰণাটোও আছিল যে তাৰ মানুহবোৰ একপ্ৰকাৰ 'জংলী', অৰ্থাৎ পুৰাপুৰি সভ্য নহয়।)। তেতিয়া সেই কথাটো লৈ আমাৰ মনত খং জাগিছিল, লগতে জাগিছিল এক ধৰণৰ লাজো— আমাৰ দেশখন জংঘলৰ দেশ। আমাৰ প্ৰধান চহৰ গুৱাহাটীতে কলকাতাৰ দৰে এটাও দালান নাই।

পিছে এতিয়া আৰু সেই ভাব নাজাগে, বৰং এতিয়া সেই কলকাতাৰে বিশ্বকবি ৰবীন্দ্ৰ নাথ ঠাকুৰৰ এই কবিতা ফাঁকিহে আকুলভাৱে আওৰাওঁ : 'ফিৰে দাও সে অৰণ্য/লওহে নগৰ'। হয়, এতিয়া আমাৰ গুৱাহাটী নামৰ এসময়ত অশোক মেহতাই নাম দিয়া এই toy town খনো সৰু-সুৰা কলকাতা হৈ পৰিছে। ইয়াত মূৰ দাঙি উঠিছে শত-সহস্ৰ বহুতল বিশিষ্ট দালাল ঘৰ। পুনৰ তাক ৰবীন্দ্ৰ নাথ ঠাকুৰৰ ভাষাৰে বৰ্ণাবৰ মন গৈছে— 'স্তূপে স্তূপে উঠিছে গড়ি। সেইত নগৰী।' আমাৰো গুৱাহাটী এতিয়া নগৰী,

আমিও এতিয়া 'জংঘল'ৰ অধিবাসী নহওঁ— কলকাতাৰ দৰে এখন 'কংক্ৰিটৰ জংঘল'ৰহে অধিবাসী। হায়!

সিদিনা এই 'হায়'ৰ সমাৰ্থক শব্দ কেতবোৰেই উচ্চাৰিত হৈছিল এজন খাঁটি কলকাতাবাসীৰেই মুখত। এই ভদ্ৰলোকজন কিবা এটা সকামত গুৱাহাটীলৈ আহিছিল— তেওঁৰ যি কাম তাৰ লগত ময়ো সংশ্লিষ্ট আছিলো গতিকে তেওঁ কলকাতালৈ ওভতাৰ দিনা ভদ্ৰতা কৰি বৰঝাৰ বিমান কোঠলৈ আগবঢ়াই থ'বলৈ গৈছিলো। যাবৰ পৰত তেওঁ ড° ভবেন শইকীয়াৰ 'আৰোহণ' চাই গৈছিল আৰু তেতিয়া সেই অঞ্চলটোত দেখা বহুতল-বিশিষ্ট অট্টালিকাৰ লানি দেখি সখেদে কৈছিল— এসময়ত গুৱাহাটী চহৰখন যে কি ধুনীয়া আছিল, একেবাৰে প্ৰকৃতিৰ নন্দন কাননৰ দৰেই আছিল। কিন্তু এতিয়া ইয়ো কলকাতাৰ দৰে কুৎসিত কংক্ৰিটৰ অৰণ্যত পৰিণত হ'বলৈ ধৰিছে। আগতে গুৱাহাটীলৈ আহিলে যি সতেজ ভাব এটা অনুভূত হৈছিল, এতিয়া সি আৰু নহয়।...

এই দালানবোৰে দ্ৰুত গতিত গুৱাহাটীৰ পৰা মাটি অন্তৰ্ধান কৰি পেলাব ধৰিছে। আই বসুমতীৰ বুকু খান্দি খান্দি বিদীৰ্ণ কৰি পেলাইছে, এনেকি ডিপ টিউবৱেলেৰে পাতালৰ পানীও শুহি আনি পৃথিৱীৰ বুকু মৰুতুল্য কৰিবলৈ ধৰিছে, পাহাৰবোৰ কাটি যেন তেজহে নিগৰাইছে।

পাহাৰ কাটিলে যে সঁচায়ে গাৰ পৰা এক ধৰণৰ তেজ ওলোৱা যেন লাগে, সেই কথাটো অলপতে তীব্ৰভাৱে অনুভূত হৈছিল। সিদিনা আত্মীয় ল'ৰা এজনৰ বিবাহ-উপলক্ষে পুৰাতে জোৰোণ দিয়া দলটোৰ লগত নগাঁওলৈ গৈ আবেলিৰ আগতে উভতি আহিছিলো। যোৰাবাট এৰি গুৱাহাটীমুখী হোৱাৰ লগে লগেই বাওঁফালে দেখা এটা দৃশ্যত চকু থৰ লাগিল— মেঘালয়ৰ ভাগত পৰা পাহাৰ এখন - তাৰ গাটো এনেকৈ কটা হৈছে যেন প্ৰাগঐতিহাসিক যুগৰ মেমথ এটাৰ গাৰ ছাল বখলিয়াই ৰক্তাক্ত কৰি পেলোৱা হৈছে। তেতিয়াও কাটি থকা বাবে পাহাৰৰ গাৰ মাটি তিতাই আছিল, তাতে সেই মাটিৰ ৰংটো আমি পাহাৰৰ সচৰাচৰ দেখা কমলা-বাদামী ৰঙতকৈ অলপ বেছি ৰঙা আছিল। হয়তো কোনোবা কেনোবা পাহাৰৰ মাটিৰ ৰং তেনেকুৱা ৰঙচুৱা থাকে, মই কিন্তু আগতে দেখা নাছিলোঁ, গতিকে গাটো চমচমাই গৈছিল, পাহাৰৰ পৰা যেন তেজ নিগৰিছে, বেদনাত যেন পাহাৰটোৱে চকুপানী টুকিছে।

এদিন সেই মাটি কাটি নিশ্চিহ্ন কৰা পাহাৰখনৰ ঠাইত মূৰ দাঙি উঠিব বিশাল অট্টালিকাই, তাত বোধহয় মাটিৰ চিন- মোকামেই নাথাকিব, থাকিব ঘৰ আৰু ঘৰ, লানি নিছিগাকৈ 'গজি' উঠা ঘৰ।

কিন্তু মাটিৰ পৰশ যে কি আপুৰুগীয়া বস্তু এই কথাটো যেন পুনৰ গভীৰভাৱে প্ৰতীয়মান হ'ল— আমি বৰ্তমান একতলাৰ পৰা দোতালালৈ বসতিস্থান সলনি কৰিব লগা

কথাত। নানা অসুবিধাৰ বাধ্যবাধকতাত পৰি ওপৰলৈ আহিব লগা হ'ল। কিন্তু পকা বেলকনিত থিয় হৈ মনে থিয়াই থাকিল তলৰ মাটিলৈ। অৱশ্যে কম মাটিত বন্ধা ঘৰটোত খুব বেছি খালী মাটি নাছিল, তথাপি যি আছিল তাতে গোলাপ, জবা, খৰিকাজাঁই, নব-মল্লিকা, ব্লিডিং হাৰ্ট (যোগেশ দাসৰ ভাষাত 'হিয়া ভগা' ফুল) আদিৰ গছ আৰু লতা ৰুইছিলো। গোলাপডালত এনেকৈ ফুলে জাতিষ্কাৰ হৈ থাকে যে এবাৰ বিশিষ্ট ফটোগ্ৰাফাৰ ধ্ৰুৱজ্যোতি দাসে মোৰ এটা সাক্ষাৎকাৰ ল'বলৈ অহা আলোচনী এখনৰ সম্পাদিকাৰ লগতে আহি গোলাপডাল দেখিহে মুগ্ধ হৈ তাৰো ফটো তুলিছিল। সেই গোলাপৰ পাহিবোৰ সৰে, মাটিত দলিচা পাতে আৰু মই পুনৰ কবিগুৰুৰ গান গুণ গুণাওঁ— ফুল বলে, ফুল বলে/ধন্য আমি মাটিৰ পৰশে... মই নিজেও গৈ বাৰাণ্ডাৰ পৰা নামি সেই মাটিৰ পৰশ লওঁ। গছবোৰৰ ওচৰলৈ গৈ মৰমেৰে কিবাকিবি কথা পাতোঁ। (এইটো বোলে বৈজ্ঞানিকভাৱে পৰীক্ষিত সত্য যে গছ-গছনিক গান শুনালে, মৰম কৰিলে সিহঁত আৰু বেছি লহপহকৈ বাঢ়ে) স্পৰ্শ কৰোঁ সিহঁতক, তাত পখিলাই জাক পাতি উৰে, বিবিধ ৰঙৰ পখিলা - বগা, হালধীয়া, ক'লা, বিচিত্ৰ ৰঙী—। নাতিনী পুপিয়ে সেই পখিলাক ধৰিবলৈ সিহঁতৰ পিছে পিছে তায়ো একপ্ৰকাৰ উৰে।

আকৌ যেতিয়া বাৰাণ্ডাত বহোঁ, তলৰ মাটিত জাকে জাকে ঘনচিৰিকা আহি বহেহি আৰু সামান্য ভীতি প্ৰদৰ্শনতে বা কিবা আৱাজতে ফুৰুৎ কৰি উৰি যায়। কেতিয়াবা দেখোঁ সিহঁতে মুখত একোডাল খেৰ-কুটা মাটিৰ পৰা বুটলি লৈছে, হয়তো গছত বা ক'ৰবাৰ পৰিত্যক্ত সুচল ঠাইত ঘৰ বান্ধিব। মাটিৰ ওপৰত ঘৰ বান্ধিলেও, আকাশত উৰি ফুৰিলেও সিহঁতে মাটিৰ লগত ঠিকেই সম্পৰ্ক ৰাখে। যিহওক এনেকৈ মাটিৰ পৰা বুটলি মুখত কুটা লৈ ফুৰুৎকৈ উৰি যোৱা ঘনচিৰিকাক দেখিলে এইবাৰ মোৰ মনলৈ আহে অসমীয়া কবিৰে গান, নৱকান্ত বৰুৱা ৰচিত আৰু বীৰেন দত্তই সুৰ দিয়া আৰু গোৱা গান ঃ

*মুখত দুডাল দুবৰি বন*
*দুডাল খৰিকা*
*মোৰ চোতালত ওমলহি*
*অ' ঘনচিৰিকা...*

আমি ওপৰলৈ অহা বাবে নাতিনী পুপিৰ বৰ দুখ। 'আইতা, এতিয়া মই ক'ত দৌৰিম? ক'ত পখিলা ধৰিম? ক'ত পৰুৱাই বন্ধা বাহ চাম। মোৰ ওপৰলৈ আহি অলপো ভাল লগা নাই...' সঁচায়ে মাটিৰ পৰশৰ অভিজ্ঞতা তুলনাহীন।

— ২০০৫



# বহিৰ্গমন

মই বহুত বছৰ আগতে 'ব্ৰাইড্ ড্ৰেইন' বুলি এটা লেখা লিখিছিলো— সেই লেখাটো প্ৰকাশ হৈছিল 'জনমভূমি'ত তেতিয়া সেই লেখাটো পঢ়ি প্ৰায়ত জগদীশ ফুকন ডাঙৰীয়াৰ নিচিনা বিশিষ্ট ব্যক্তিয়েও ভালপাই সুদূৰ আমেৰিকাৰ পৰা (তেতিয়া তেওঁ কেইদিনমানৰ বাবে আমেৰিকাত জীয়েকৰ লগত থাকিবলৈ গৈছিল) 'জনমভূমি'লৈ এটা লেখা পঠিয়াই সেই ভাল লগাটো ব্যক্ত কৰিছিল।

মোৰ সেই লেখাৰ বক্তব্য আছিল— কাকতে-পত্ৰে ব্ৰেইন ড্ৰেইনৰ কথা বৰকৈ লেখা-লেখি হৈ আছে, বিশেষকৈ ভাৰতবৰ্ষৰ আই আই টিবোৰৰ পৰা ওলোৱা অতি মেধাবী ছাত্ৰসকলে গৈ আমেৰিকাত চাকৰি কৰি নিজৰ মেধা সেই দেশবোৰৰ উন্নতিৰ বাবে উছৰ্গা কৰি আছে। ঠিক তেনেকৈ আমাৰ ছোৱালীবোৰেও অসমৰ বাহিৰৰ ল'ৰাক বিয়া কৰাই অসমৰ দৰাক সেই বিশিষ্ট কইনাবোৰ লাভ কৰাৰ পৰা বঞ্চিত কৰি আছে বাবে ব্ৰাইড ড্ৰেইনো চলি আছে। মই তেতিয়া উদাহৰণ দিছিলো পাৰবীন চুলতানা, মনালিছা বৰুৱা আৰু শুভলক্ষ্মী বৰুৱাৰ লগতে আন দুই-এজনী আমাৰ চিনাকি ছোৱালীবো (এইসকল অৱশ্যে স্বনামধন্য নহয়)।

এতিয়া সেই ব্ৰাইড্ ড্ৰেইনৰ সোঁত যেন আৰু বেছিহে বৃদ্ধি হৈছে— আমাৰ ছোৱালী অসমৰ বাহিৰলৈ পঢ়িবলৈ যায় (যিটোৰ প্ৰকোপো এতিয়া সাংঘাতিকৰূপে বৃদ্ধি হৈছে— ল'ৰাও যায়, ছোৱালীও যায়) আৰু তাৰ যেন বেছিভাগেই অনা অসমীয়া ল'ৰাক বিয়া কৰায়, অন্ততঃ আমাৰ সেই ধাৰণাৰ ভিত্তি গঢ়ি তুলিছে বহুতো উদাহৰণে। সেয়ে আমাৰ আত্মীয়-

স্বজন, চা-চিনাকিৰ ভিতৰত যিসকলৰ ছোৱালী তেনেকৈ বাহিৰলৈ পঢ়িবলৈ গৈছে সিহঁতক বহুতেই মুখৰ আগতে কোৱা শুনো— 'পঢ়িবলৈ যাবি নে দৰা গোটাবলৈ যাবি'? এই প্ৰক্ৰিয়া ল'ৰাৰ ক্ষেত্ৰত কম চলি আছে বুলিও বহুতৰ ধাৰণা। আমাৰ বেচেৰা যুৱকসকল, তেওঁলোক যেন বাহিৰৰ সেই চমক লগোৱা যুৱকসকলৰ আগত নিষ্প্ৰভ। (প্ৰিয় অসমীয়া তৰুণসকল, মই নিজে কিন্তু তেনেকৈ নেভাবো দেই।)

পিছে আমাৰ বিয়াৰ ক্ষেত্ৰতে এনে লোকচান হোৱা নাই, অৰ্থৰ ক্ষেত্ৰতো হৈ আছে, চাকৰিৰ ক্ষেত্ৰতো হৈছে, অৰ্থাৎ মেধাৰ ক্ষেত্ৰতো হৈ থকাৰ ফলত ব্ৰাইড্ ড্ৰেইনৰ লগতে ব্ৰেইন্ ড্ৰেইনো হৈ আছে আৰু সেইটোহে হৈছে পৰম আপচোছৰ কথা। এতিয়া All Roads lead to Rome অৰ দৰে আমাৰ ল'ৰা-ছোৱালীবোৰৰ শিক্ষাপীঠ সেই 'ৰোম' আগতে দিল্লীয়েই আছিল যদিও এতিয়া সি পুনে, বাংগালোৰ আদি চহৰলৈও সম্প্ৰসাৰিত হৈছে— যেন অসমত ভাল শিক্ষা লাভ কৰিব নোৱাৰিহে। কিছুমান ক্ষেত্ৰত অৱশ্যে বাহিৰৰ দৰে অসমত শিক্ষাৰ সুবিধা নাই। কিন্তু মজলীয়াভাবে মেট্ৰিক, হায়াৰ ছেকেণ্ডাৰী আদি পাছ কৰা ল'ৰা-ছোৱালীও যে অসম এৰি সেইবোৰ ঠাইত পঢ়িবলৈ যায়, সেইটোহে অতি পৰিতাপৰ কথা। এওঁলোকৰ ক্ষেত্ৰত অৱশ্যে ব্ৰেইন্ ড্ৰেইন্ হোৱা বুলি ক'ব নোৱাৰি, কিন্তু বুজন পৰিমাণৰ 'মানি ড্ৰেইন্'তো হয়। আমাৰ দুখীয়া অসমৰ পৰা এনেকৈ শিক্ষাৰ নামতো ধনৰ বহিৰ্গমন হৈ আছে, বাহিৰৰ কিছুমান শিক্ষানুষ্ঠানেই (যাৰ হয়তো কটন কলেজৰ ওচৰ চপাৰে যোগ্যতা নাই) আমাৰ এনে ধনেৰে চহকী হৈ আছে। এনেকৈ জধে-মধে য'তে-ত'তে পঢ়িবলৈ যোৱা ল'ৰা-ছোৱালীয়ে ঘৰৰ সুখ-আৰাম এৰি পঢ়িবলৈ যোৱাৰ প্ৰধান কাৰণ জানো এক ধৰণৰ গ্লেমাৰৰ মোহ নহয়? এতিয়াৰ মাক-দেউতাকে ল'ৰা-ছোৱালীক বাহিৰলৈ পঢ়িবলৈ পঠিয়াইছো বুলি নক'লে যেন ষ্টেটাছেই নাথাকে। মোৰ ভাবি আচৰিত লাগে যে সীমিত আয়ৰ মধ্যবিত্ত পৰিয়ালবোৰে বাহিৰত ল'ৰা-ছোৱালীক পঢ়ুৱাবলৈ ইমান টকা ক'ত পায়। পিছে মই ভুলকৈ ক'লোঁ— আপুনি, মই সকলোৱে জানো এই টকা ক'ৰ পৰা আহে, তেওঁলোকে এই টকা কেনেকৈ সংগ্ৰহ কৰে। গতিকে আচলতে আচৰিত নহওঁ। পিছে যেনেকৈয়ে নাৰ্জক, সেই টকা অসমৰে আৰু সেই টকাও বাহিৰলৈ যোৱাত অসমৰে ক্ষতি হয়।

তাৰ পাছত বহুতো ল'ৰা-ছোৱালীয়ে শিক্ষা সমাপ্ত কৰি বাহিৰত চাকৰি-বাকৰিও কৰে। এই এটা কথাত অৱশ্যে মাত মতা টানেই। অসমত নিবনুৱা সমস্যাৰ যি প্ৰকোপ তাৰ পাছত আমাৰ ল'ৰা-ছোৱালীক কেৰিয়াৰ গঢ়াৰৰ বাবে বাহিৰলৈ পঢ়া-শুনা, চাকৰি-বাকৰিৰ বাবে যোৱা কথাটোত খুব দোষো দিব নোৱাৰি। তাত কতজনক যে নানা কোম্পানীত কাম কৰি থকা বুলি নুশুনো, খাটনি অৱশ্যে খুব বেছি, কিন্তু দৰমহা ভাল আৰু আন নানা সুবিধাও আছে। আমাৰ ইয়াত নিবনুৱাৰ সমস্যা বৃদ্ধি পোৱাৰ অন্যতম প্ৰধান কাৰণ হ'ল সন্ত্ৰাসবাদ। বাহিৰৰ উদ্যোগপতিয়ে ইয়াত সন্ত্ৰাসবাদীসকলৰ নানা ভাবুকিৰ ভয়তে উদ্যোগ স্থাপন

কৰিব নোখোজে। গতিকে নিবনুৱাৰ এক ধৰণৰ সংস্থানৰ বাট বন্ধ। দৰাচলতে অসমৰ এই অস্থিৰ অৱস্থায়ো আজিৰ যুব প্ৰজন্মৰ এচামক অসম ত্যাগ কৰাইছে আৰু ফলত ক্ষতি হৈছে আমাৰেই।

অসমৰ ধন-বিত আন নানা প্ৰকাৰেও বাহিৰলৈ গৈ আছে। আজি যে মেলে-মিটিঙে এই গামোচা পিন্ধোৱা নিয়ম এটা প্ৰচলিত হৈছে— ইয়াৰ সকলো গামোচা অসমতে বৈ উলিওৱা হয় বুলি আমি ক'ব পাৰোনে? এতিয়াও বাহিৰৰ পৰা প্ৰচুৰ গামোচা আমদানি হৈ আছে আৰু অসমৰ টকা এই গামোচায়ো বাহিৰলৈ লৈ গৈ আছে। সঁচায়ে, ৰতন লহকৰৰ ভাষাত গামোচাবোৰ ডিঙিত পিন্ধাৰ সময়ত সেই গামোচাৰে চিপজৰী লগাবৰহে মন যায়।

তেনেকৈ কণী, মাছ আৰু নিত্য প্ৰয়োজনীয় নানা সামগ্ৰীৰেও আমি স্বাৱলম্বী হ'ব নোৱাৰাৰ ফলত অসমৰ টকা সেইবোৰ কিনাৰ ফলতো বাহিৰলৈ গৈ আছে।

অলপতে নতুনকৈ গঠিত হোৱা এটা মঞ্চই বাংলাদেশীসকলক অৰ্থনৈতিকভাৱে বয়কট কৰাৰ সিদ্ধান্ত ঘোষণা কৰিছে। খুব প্ৰশংসনীয় সিদ্ধান্ত। কিন্তু আমাৰ-মানুহে সঁচায়ে ইমান স্বাৱলম্বী হ'ব পাৰিবনে যে 'বাংলাদেশী'ক বয়কট কৰি চলিব পাৰিব? এই বিষয়ত মোৰ সন্দেহ আছে। আৰু বাংলাদেশীৰ অৰ্থনৈতিক ভাবে বয়কট কৰিলেও আমাৰ ল'ৰাছোৱালীৰ এই বহিৰ্গমন প্ৰক্ৰিয়াৰ জানো অন্ত পৰিব?

— ২০০৫



# একেই জোন, একেই বেলি

কিছুদিন আগতে ছাজাহানা নামৰ তেলেগু ভাষাৰ নবীন যদিও অতি শক্তিশালী লেখিকা এগৰাকীৰ 'ছিলছিলা' নামৰ গল্প এটা পঢ়িলোঁ আৰু লগে লগে মনলৈ আহিল যে আমাৰ ঘৰত থকা ছোৱালীজনীৰ মুখত তাইৰ গাঁৱৰ, তাইৰ ঘৰৰ যি কাহিনী শুনো, তাকে লৈ মই গল্প এটা লিখি পটভূমি অন্ধ্ৰ প্ৰদেশৰ পিছপৰা অনুন্নত এখন গাঁও আৰু চৰিত্ৰবোৰৰো সেই তেলেগু নাম দিলে দুটা কাহিনী একাকাৰ হৈ গ'লহেঁতেন— কোনটো অন্ধ্ৰ প্ৰদেশৰ কোনটো অসমৰ ধৰিব নোৱৰা হৈ পৰিলহেঁতেন। পিছে ইয়াৰ কাৰণটো বাৰু কি? কাৰণ হ'ল এয়ে যে দুয়োখন ৰাজ্যৰ, পিছে নহয়, ভাৰতৰ প্ৰায় সকলোবোৰ ৰাজ্যৰ গাঁওবোৰৰ দৰিদ্ৰতা আৰু তাৰ আনুষংগিক অনগ্ৰসৰতা কম-বেছি পৰিমাণে একেই, তিৰোতাবোৰৰ অৱস্থা একেই। এই প্ৰসংগত উৰিষ্যাৰ গাঁও এখনৰ বৰ্ণনা থকা মোৰ 'ব্ৰহ্মাস্ত্ৰ' নামৰ উপন্যাসখনৰ গৰীয়সীত সমালোচনা কৰি ড° গোনা মহন্তই লিখা এইখিনি কথাও প্ৰণিধানযোগ্য বুলি তাৰ অংশ বিশেষ উদ্ধৃত কৰি দিলো।

'...উৰিষ্যাই হওক বা বঙ্গই হওক বা অসমেই হওক ভাৰতবৰ্ষৰ আটাইবোৰ ৰাজ্যৰ গাঁওবোৰৰ চেহেৰা একেই, গঞাসকলৰ জীৱন-ধাৰণ প্ৰণালীৰো বিশেষ কোনো পাৰ্থক্য নাই। মনোজ আৰু অমৰৰ মাজত কম সময়ৰ ভিতৰতে আত্মীয়তা গঢ়ি উঠাৰ এটা মূল কাৰণ হৈছে দুয়োজন গ্ৰামীণ অঞ্চলত ডাঙৰ-দীঘল হোৱা ডেকা... উৰিষ্যাৰ বালেশ্বৰৰ ভিতৰুৱা গাঁওখন যেন অমৰৰ নিজৰ পৰিচিত গাঁওখনহে...।'

এতিয়া প্ৰথমতে আমাৰ ঘৰত থকা ছোৱালীজনীৰ কথা কৈ লওঁ। তাইৰ নাম সীমা। নামনি অসমৰ এখন জনজাতি গাঁৱৰ জনজাতি সম্প্ৰদায়ৰ ছোৱালী। তাই নিজেই চহৰত থকা আত্মীয় এগৰাকীৰ লগত গুৱাহাটীলৈ গুচি আহিছিল। ঘৰত থাকিলে পেটত ভাত নিমিলে। অথচ খাওঁতা বহুতো, বাই-ভনী পাঁচজনী, ভাই-ককাই তিনিটা। বাপেক খেতিয়ক, কিন্তু খেতিৰ মাটি খুব কম। সেই সীমাকেই আমি ভাগ্যক্ৰমে ঘৰত বনকৰা ছোৱালী হিচাপে পালোঁ। তেৰ-চৈধ্য বছৰৰ ভায়েক দুটাই মেঘালয়ত বোলে কিবা বোজা কঢ়িওৱা কাম কৰে। এবাৰ সেই বোজা বোৱা কাম অসহনীয় হোৱাত দুয়ো গুচি আহিছিল, কিন্তু শেষত ঘৰত ভাত নিমিলা হোৱাত পুনৰ বোজাবাহী হ'বলৈ মেঘালয়লৈ উভতি গ'ল।

পিছে গাঁওবোৰত ভূতৰ ওপৰত দানহৰ দৰে দাৰিদ্ৰৰ লগতে পৰিয়ালবোৰৰ ওপৰত অত্যাচাৰ চলোৱা আৰু এবিধ 'এজেণ্ট' হ'ল মানুহবোৰৰ মদ খোৱা স্বভাৱ। মদে কেৱল দাৰিদ্ৰই বৃদ্ধি কৰা নাই বা কৰি অহা নাই, তিৰোতাবোৰো সদায় বলি হয় এই মদাহী গিৰিয়েকবোৰৰ অত্যাচাৰৰ।

মই সময়-সুবিধা পালেই সীমাক সিহঁতৰ গাঁৱৰ জীৱনৰ কথা সোধোঁ (মইতো আজীৱন গাঁৱৰ বা চহৰীয়া বস্তিৰ দাৰিদ্ৰৰ জীৱনৰ কথা এই বনকৰা ল'ৰা-ছোৱালীবোৰৰ পৰাই গম পাই আহিছোঁ আৰু সেই অভিজ্ঞতাৰ ভেটিতে দুই-এটা গল্প, দুই-এখন উপন্যাস লেখিছোঁ। প্ৰত্যক্ষ অভিজ্ঞতা তেনেকৈ নাই বাবেই মোৰ সেই লেখা কেতিয়াও দৰিদ্ৰতাৰ দুখ-কষ্টেৰে হৃদয়-স্পৰ্শী বা গভীৰ হ'ব পৰা নাই)। সিহঁতৰ গাঁৱত যে সকলোৱে মদ খায় আৰু সময়ে সময়ে মাতাল হৈ তিৰোতাবোৰৰ ওপৰত অত্যাচাৰ চলায়, সেই কথাবোৰ মাজে মাজে সীমাই মোক কয়। এবাৰ বোলে তাইৰ মহাক এজন ইমানেই মাতাল হ'ল যে হাতত দা লৈ ঘৈণীয়েক আৰু ল'ৰা-ছোৱালীকেইটাক কাটিবলৈ খেদি আহিছিল। সেই মাহীয়েকে প্ৰাণৰ আত্ৰানিত অনতিদূৰৰ সীমাহঁতৰ ঘৰত আশ্ৰয় লৈছিল। মহাকে কিবাকৈ গম পাই দাখন হাতত লৈ তালৈকে খেদি আহিছিল, মাকে কোনোমতে ভনীয়েকহঁতক ঘৰৰ আন্ধাৰ চুকত লুকুৱাই ৰাখি সেইবাৰ একো অত্যাচাৰ নোপোৱাকৈ ৰাখিব পাৰিলে। পিছে সদায় তেনেকৈ কোনো গাঁৱৰ তিৰোতাই ৰক্ষা নাপায়। সকলোৱে কম-বেছি পৰিমাণে মাৰধৰ খাব লগা হয়েই— ভাত নাপালেও কিল-চৰ ঠিকেই পায়।

তাৰপিছত সীমাই কৈছিল— 'এনেয়ে কিন্তু মহা বেয়া মানুহ নহয়, কিন্তু মদ খালেই পগলা হৈ যায়'।

সীমাৰ এই কথাকেইষাৰ শুনি মোৰ মনলৈ আহি গৈছিল ছাজাহানাৰ 'ছিলছিলা' গল্পৰ এই বাক্যকেইষাৰ, (সেই সুদূৰ অন্ধ্ৰ প্ৰদেশৰ গাঁও এখনৰ চিত্ৰ আমাৰ গাঁৱৰ দৰে

কিমান বেছি এবে!) নায়িকা কাৰিঘিয়ে ভাগিনীয়েকক কৈছিল— 'শৰীৰৰ স্পৰ্শকাতৰ অংশবোৰত মই আগতেও ইয়াতকৈ বেছি মাৰ খাইছো, কিন্তু মইতো বাচি আছো। তোৰ ডাঙৰ মহাৰজন ভালেই, কেৱল মদ খালেহে এনে ব্যৱহাৰ কৰে...।'

সীমাইঁতৰ গাঁওখন ঘাইকৈ জনজাতীয় লোকৰ, গতিকে চহৰীয়া পাঠকৰ ভাব হ'ব পাৰে— জনজাতিৰ লোকসকলেতো মদ খায়েই। পিছে এতিয়া মই এখন বৰ্ণহিন্দু গাঁৱৰ এই মদ খোৱাৰে এনে হৃদয়বিদাৰক কাহিনী বৰ্ণাম যি কাহিনী কেইবাবছৰৰ আগতে ঘটিছিল। সেই বনকৰা মানুহৰ যোগেদিয়েই গম পোৱা ঘটনা এটা। আমাৰ ঘৰত কেইবাবছৰো আগতে এজন কম বয়সীয়া লগুৱা আছিল। এদিন তাৰ গাঁৱৰ মানুহ এজন আহি খবৰ দিলে যে তাৰ মাকৰ খুব অসুখ, ইয়াত মেডিকেল কলেজ হাস্পাতালত থৈছে, সি এবাৰ গৈ মাকক চাই আহিব লাগে।

সময়টো আছিল আগবেলা এঘাৰটামান বজা। আমি সৰু ল'ৰাটোক ভাত এমুঠি খুৱাই পঠাই দিলোঁ। প্ৰায় আবেলি পৰলৈকে তাৰ দেখা-দেখি নাছিল, কিন্তু সেই 'দূত'জন আহিল আৰু আমাক ক'লে যে তাৰ মাক মৰিল। আমাৰ লগুৱায়ে কিবাকৈ সৎকাৰ কৰিব লাগিব, বাপেক আহিব নোৱাৰে, ঘৰত থকা সৰু ল'ৰা-ছোৱালীকেইটাক গতাই থৈ আহিবলৈ কোনো মাইকী মানুহ নাই (সেই মাইকী মানুহৰ অভাৱ পূৰাবলৈ ঘৈণীয়েকৰ মৃত্যুৰ কিছু দিনৰ পিছতেই 'মতা মানুহজনে' আকৌ বিয়া কৰাইছিল)।

তাৰ পাছত আমাৰ ঘৰত চাহ-জলপান খাই মানুহজনে ধীৰে-সুস্থে কৈছিল যে আচলতে মানুহজনী গৰ্ভৱতী আছিল, গিৰিয়েকে মদ খাই মাতাল হৈ তাইক পেটতে গোৰ মাৰিলে আৰু ফলত খুব বেছি ৰক্তস্ৰাৱ হোৱাত তেবেঁই আনি হাস্পাতালত ভৰ্তি কৰিছিল।

সেইদিনা মই বিশেষ এটা কামত শিলপুখুৰী পাৰৰ কিতাপৰ দোকান এখনলৈ গৈছিলো আৰু ওলাই আহিবৰ পৰত বাৰাণ্ডাত ভৰি দিয়েই দৃশ্য এটা দেখিছিলো— আমাৰ সেই বনকৰা ল'ৰাটোৱে ঠেলা এখন ঠেলি লৈ গৈ আছে, তাত কাপোৰেৰে ঢকা কিবা বস্তু (মোৰ আৰু বুজিবলৈ বাকী নাছিল যে সেয়া আছিল তাৰ মাকৰ মৃতদেহ, সি নৱগ্ৰহ শ্মশানলৈ লৈ গৈ আছে)।

এই দৃশ্যটো আজিও মোৰ হৃদয়ত জীৱন্ত হৈ আছে, মই কোনোপাধ্যে পাহৰিব পৰা নাই, পাহৰিব নোৱাৰোঁ। মোৰ 'প্ৰেম-অপ্ৰেমৰ মাজেদি' নামৰ উপন্যাসখনতো এই কৰুণ-নিৰ্দয় ঘটনাটো বৰ্ণনা কৰিছোঁ।

কেইবাবছৰৰো আগতে জিতেনে (ড° জিতেন দাস) মোক এটা গল্পৰ প্লট দি কৈছিল যে তাৰ ভেটিত মই গল্প এটা লিখিব লাগে, গল্পটোৰ নামো কৈ দিছিল। মই সেই গল্প

লিখিও উলিয়াইছিলো আৰু তেওঁ কোৱা মতে নামো দিছিলো 'একেই জোন একেই বেলি'। অসমৰ পটভূমিত লিখা গল্প। এই নামটো মোৰ ইমানেই ভাল লাগিছিল আৰু প্ৰসংগৰ লগত ইমান খাপ খোৱা যেন লাগিছিল যে কলকাতাৰ পটভূমিতো মই সেই একেটা নামেৰে এখন উপন্যাসিকাও লিখিছিলো, কলকাতাত বা অসমত বা ভাৰতৰ বিভিন্ন ৰাজ্যত ওলোৱা জোন-বেলি একেই, মহিলাৰ ওপৰত চলা অত্যাচাৰো একেই। আজিৰ ৰচনাখনৰ প্ৰতিপাদ্য বিষয়বস্তুও জানো একে নহয়? ভাৰতৰ সকলো ৰাজ্যৰ মহিলাৰ ওপৰত, বিশেষকৈ গাঁও-ভূঁই, দৰিদ্ৰ ঘৰৰ মহিলাৰ ওপৰত জানো যুগ যুগ ধৰি এই পুৰুষশাসিত সমাজখনৰ কম-বেছি পৰিমাণে একেই অত্যাচাৰ চলি অহা নাই?

— ২০০৫



# প্ৰশাসনিক বিষয়াৰ সুখ-দুখ

কিছুমান চাকৰিত (নে সকলো চাকৰিতে ?) সুবিধা থকাৰ লগতে অসুবিধাও থাকে যথেষ্ট, বিশেষকৈ চৰকাৰী চাকৰিত। নিপাতনে সিদ্ধিৰ দৰে আমি ধৰিয়েই লওঁ যে চৰকাৰী চাকৰিয়াল মানেই অসৎ আৰু কাম ফাঁকি দিয়া মানুহ। অৱশ্যে এনে উদাহৰণেই দিন-ৰাতি দেখি থাকিব লগা হৈছে যদিও ইও সঁচা যে তাৰ মাজতে সৎ বিষয়া-কৰ্মচাৰীয়ো থাকে, লগতে তেওঁলোকৰ বিষয়েও মিছা অপবাদ দিয়া পৰিতাপৰ ঘটনাও ঘটে। আজিৰ লেখাৰ প্ৰতিপাদ্যও এয়ে— সৎ বিষয়াৰ বিৰুদ্ধে অপবাদ, অপপ্ৰচাৰ আদি। এই কামত আগভাগ লয় বাতৰি কাকতবোৰেই। হয়, বাতৰি কাকত সমাজৰ একপ্ৰকাৰ প্ৰহৰীয়েই। তেওঁলোকে বিশ্ব-ৰাষ্ট্ৰ-ৰাজ্যৰ চুক-কোণৰ নানা বাতৰি বিলোৱাৰ লগতে আন আন লেখাৰেও কাকতখনক এক প্ৰকাৰ এখন সৰু-সুৰা আলোচনীও কৰি তোলাৰ লগতে সমাজৰ নানা ধৰণৰ দুৰ্নীতি, অবিচাৰ-ব্যভিচাৰ উদঙাই দি থাকে। পিছে এনে কৰোঁতে সেই কাকতে কিছুমান নিৰ্দোষ লোকৰ বিষয়ে তেওঁলোকৰ ভ্ৰষ্টাচাৰৰ মিছা বাতৰি প্ৰকাশ কৰি সৎ বিষয়াজনৰ অকলংকিত চৰিত্ৰত কলংকৰ চেকা সানি ৰাইজ-চৰকাৰক বিভ্ৰান্ত কৰাৰ লগতে সংশ্লিষ্ট বিষয়াজনৰ মনত অপৰিসীম দুখ দিয়ে, তেওঁৰ সততাৰে, নিষ্ঠাৰে, আত্মোৎসৰ্গৰ মনোভাবেৰে কাম কৰাৰ মনোবলৰ ওপৰত অক্ষমণীয় আঘাতো কৰে।

অলপতে এখন বাতৰি কাকতত এজন লেখকৰ 'প্ৰশাসনীয় বিষয়াৰ সুখ-দুখ' নামেৰে এটা লেখা পঢ়িবলৈ পালোঁ। তাত তেওঁ জীৱনত ঘনিষ্ঠভাৱে লগ পোৱা এ চি এছ-আই এ এছ বিষয়াসকলৰ সুখ-দুখৰ

কথা লিখি এবাৰ মন্তব্য কৰিছে যে এই বিষয়াসকলৰ কান্ধত কি গধুৰ দায়িত্ব ন্যস্ত হয় তেওঁ স্বচক্ষে দেখি বিস্ময় মানিছে। দেশৰ বিভিন্ন সমস্যাত বিভিন্ন পৰিস্থিতি উদ্ভৱ হ'লে, সংঘাত-সংঘৰ্ষ হ'লে, বানপানীকে ধৰি বিভিন্ন প্ৰাকৃতিক দুৰ্যোগ হ'লে— এওঁলোকেই ৰাতি-দিন নমনি সেইবোৰ ঠাইত কাম কৰিব লাগে। অৱশ্যে বহুতৰ লগতে মোৰো এইটো ধাৰণা— সৰহভাগ বিষয়াই দুৰ্নীতিপৰায়ণ; লাগে তেওঁলোক উচ্চপদস্থ কৰ্মচাৰীয়েই হওক বা নিম্নপদস্থই হওক । কিন্তু কোটিৰ মাজত গুটি থকাৰ দৰে এনে অসৎ বিষয়াৰ মাজতো দুই-চাৰিজন সৎ বিষয়াও থাকে, কিন্তু এইক্ষেত্ৰত বাতৰি কাকতবোৰেও যেতিয়া সেই সৎ বিষয়াক দুৰ্নীতিৰ জালত পেলাবৰ চেষ্টা কৰি নিজৰ কাকতত মিছা প্ৰতিবেদন প্ৰকাশ কৰে, তেতিয়া মোৰ দৰে মানুহৰ বাৰ্ণাৰ্ড শ্ব'ৰ 'কেণ্ডিডা' নাটকৰ কেণ্ডিডাৰ দৰেই চিঞৰি উঠিবৰ মন যায়— 'Oh God, when shall we be ready to receive saints?' সৎ বিষয়াৰ সৎ কামক উদ্‌গনি নজনাই, নানা স্বাৰ্থৰ বাবে বাতৰি কাকতবোৰত আৰু কিমান মিছা কথা লিখিম, তেওঁলোকৰ কিমান চৰিত্ৰ হনন কৰিম? উপৰি উক্ত লেখকজনে নানা ঘটনা, পৰিসংখ্যা দি এবাৰ প্ৰায় কেণ্ডিডাৰ দৰেই যেন কৈছে— 'ভাল কাম কৰি স্বীকৃতি নোপোৱাৰ বেদনা বৰ্ণনা কৰিব নোৱাৰি; সেয়ে উন্নয়নৰ ক্ষেত্ৰত এই বিষয়াসকলক চৰকাৰে গুৰুত্ব দিয়াটো বাঞ্ছনীয়।'

পিছে চৰকাৰতো চৰকাৰেই, বাতৰি কাকত তথা ৰাইজেও যেতিয়া তেওঁলোকক স্বীকৃতি নিদিয়ে— অধিক কি তেওঁলোকৰ বদনামহে ৰচনা কৰে বা তেওঁলোকৰ নিষ্ঠাৰে কৰা কামৰ বাবে তেওঁলোকৰ সপক্ষে থিয় নিদি নীৰৱতাহে অৱলম্বন কৰে, তেতিয়া সেই চৰকাৰী বিষয়াৰ মনৰ ক্ষোভ কেনেকুৱা হয় কল্পনা কৰকচোন, কি হতাশাত তেওঁলোক ডুবি যায়, কেনেকৈ কাম কৰাৰ প্ৰেৰণা হেৰুৱাই পেলায় এবাৰ পাঠকে নিজকে তেওঁৰ অৱস্থাত পেলাই অনুভৱ কৰাৰ চেষ্টা কৰকচোন।

অসমত এতিয়া কিন্তু এনে পৰিস্থিতিয়ে বিৰাজ কৰিছে। উদাহৰণ স্বৰূপে লক্ষ্মীনাথ তামুলীৰ কথাই প্ৰথমতে ধৰা যাওক, তেওঁ অতি নিষ্ঠাৰে আৰু উৎসাহেৰে প্ৰকাশন পৰিষদৰ সচিব হৈ মৃতপ্ৰায় উদ্যোগটোক জীয়াই তুলিছিল, আমি অসমীয়া ভাষা - সংস্কৃতিৰ একান্ত অনুৰাগীসকলে তেওঁ আৰু ডেৰ বছৰ হ'লেও (ইতিমধ্যে তেওঁ তাৰ সচিব হোৱাৰ ডেৰ বছৰ পাৰ হৈছিল, সাধাৰণতে এজন চাকৰিয়ালক - বদলি হোৱা চাকৰিয়ালক— তিনি বছৰ এটা বিভাগতে ৰখাৰ নিয়ম আছে বুলি আমি জানি আহিছো) প্ৰকাশন পৰিষদত থকাৰ কামনা কৰিছিলো। মই জনাত তেওঁ এগৰাকী আই এছ বিষয়া, সেই ফালৰ পৰা তেওঁৰ তলৰহে বিভাগ এইটো, তথাপি অসমীয়া ভাষা-সংস্কৃতিৰ প্ৰতি থকা তেওঁৰ একনিষ্ঠ শ্ৰদ্ধা আৰু ভালপোৱাৰ বাবে তেওঁ হাঁহিমুখে এই বিভাগতে থাকি পূৰ্ণোদ্যমে কাম কৰি গৈছিল, ডেৰ বছৰতে তেওঁৰ উদ্যোগ আৰু কৰ্মক্ষমতাৰে প্ৰায় মৰিয়ে যোৱা প্ৰকাশন পৰিষদটোক সকলোপিন জীয়াই তুলিছিল, বহুতো পুৰণি গ্ৰন্থৰ পুনৰ প্ৰকাশ কৰি উলিয়াইছিল,

নতুন নতুন গ্ৰন্থও প্ৰকাশ কৰিছিল। তেওঁৰ এই প্ৰচেষ্টাত হাত আগবঢ়াইছিল অসমৰ কেবাজনো আগশাৰীৰ বুদ্ধিজীবীয়ে, শীতৰ প্ৰচণ্ড ঠাণ্ডাকো নেওচা দি মাজৰাতিলৈ প্ৰেছত কাম কৰিছিল লগতে বাঁহীৰ নিচিনা আলোচনীৰ সংকলনৰ কামো হাতত লৈছিল লক্ষ্মীনাথ তামুলীয়ে। তেওঁৰ সততা আৰু নিষ্ঠাৰ ওপৰত আস্থা থকা বাবেই শিৱসাগৰৰ প্ৰফুল্ল বেজবৰুৱাই তেওঁৰ আপুৰুগীয়া গ্ৰন্থৰ পুথিভঁৰালৰ পৰা বাঁহীবোৰ ধাৰলৈ দিছিল। কিন্তু আমাৰ চৰকাৰে কৰিলে কি? ডেৰ বছৰতে লক্ষ্মীনাথ তামুলীক বদলি কৰি দিলে। ফলত নানা অশুভ কথাৰ মাজত এই কথাও হ'ল যে বাঁহীৰ কাম আধৰুৱা হৈ থাকোতেই শ্ৰী বেজবৰুৱাই বাঁহীবোৰ ঘূৰাই লৈ গ'ল, তেওঁ শ্ৰীতামুলীকহে বাঁহী ধাৰলৈ দিয়াৰ বন্দবস্ত কৰিছিল বাবেই সেই কাম কৰিলে। আমি কেইজনমানে লক্ষ্মীনাথ তামুলীক আঁতৰোৱাৰ কথালৈ বাতৰি কাকতত লিখা-লিখিও কৰিলো, কিন্তু কা কস্য পৰিবেদনা? আমি কেৱল অৰণ্যৰোদন কৰাই সাৰ হ'ল, চৰকাৰে সেই আবেদনলৈ কাণেই নিদিলে। লক্ষ্মীনাথ তামুলীক বদলি কৰি লৈ গ'ল।

আমাৰ মনত এই খেদো থাকি গ'ল যে বাতৰি কাকতবোৰেও নিজাববীয়াকৈ এই অন্যায়ৰ প্ৰতিবাদ কৰি কোনো লেখা-মেলা নকৰিলে। আনহে নালাগে তামুলী অহাৰ পাছত জজ খেলপথাৰত প্ৰথমবাৰৰ বাবে যিখন গ্ৰন্থমেলা অনুষ্ঠিত হ'ল (এতিয়াতো চৰকাৰে জজ খেলপথাৰৰ পৰা গ্ৰন্থমেলা চিৰদিনৰ বাবে অপসাৰণেই কৰিলে), তাৰ অভূতপূৰ্ব সাফল্যত 'অন্তৰংগ আলাপ' অনুষ্ঠানৰ অংশগ্ৰহণকাৰীসকলে— বিশেষকৈ মহিলাসকলে— সমস্বৰে, সজোৰে এই প্ৰতিশ্ৰুতি দিছিল যে তেওঁলোকে চৰকাৰে তামুলীক অপসাৰণ কৰিব খুজিলে কেতিয়াও নিদিয়ে, তাৰ বাবে যৎপৰোনাস্তি চেষ্টা চলাব। কিন্তু মূৰকত কি দেখিলো? সকলোৱেই তামুলীৰ বদলিত প্ৰায় নীৰৱতাই অবলম্বন কৰিলে, অথচ ৰাইজে হেনো নখ জোকাৰি নৈও বোৱাই নিব পাৰে। তথাপি ৰাইজৰ পিনৰ পৰা কোনো চেষ্টা কৰা নহ'ল।

After this, what hope? সৎ, নিষ্ঠাবান চৰকাৰী বিষয়াৰ মনোবেদনাৰ কথা কোনে বুজিব? আন এনে এজন বিষয়াৰ কথাও প্ৰসংগক্ৰমে উল্লেখ কৰোঁ। এওঁ হ'ল ড° জিতেন দাস। অসমৰ লাইব্ৰেৰী সঞ্চালকালয়ৰ সঞ্চালক। এওঁ অসমৰ পুথিভঁৰাল সেৱালৈ যিধৰণৰ অৰিহণা আগবঢ়াইছে তাৰ তুলনা বিচাৰি পোৱা টান (মই এইষাৰ কথা তথ্য আৰু প্ৰমাণৰ ভিত্তিত কৈছোঁ। জীৱনত আজিলৈকে মই নজনাকৈ কোনো কথা লিখি পোৱা নাই)। যোৱা দুবাৰ এই পুথিভঁৰাল সঞ্চালকালয়লৈ ৰামমোহন লাইব্ৰেৰী ফাউণ্ডেচন আৰু ৰাজ্যিক চৰকাৰৰ পৰা যি লাখ লাখ, কোটি কোটি টকাৰ অনুদান আহিছিল, আহিছে, তাৰ প্ৰতিটো পইচা কামত লগাবলৈ তেওঁ ৰাতি-দিন নমনি স্বাৰ্থৰে কাম কৰি গৈছে, যি স্বাৰ্থ অসমৰ পুথিভঁৰালসমূহক সমৃদ্ধ কৰা, সুবিধা প্ৰদান কৰা, যাতে গ্ৰন্থপ্ৰেমী ৰাইজে অসমৰ নতুন প্ৰকাশনৰ বহু বহু কিতাপ পঢ়িবলৈ পায়, সুবিধাজনক ঠাইত বহি পঢ়িবলৈ পায়,

কিন্তু কেৱল চহৰৰ চৰকাৰী পুথিভঁৰালতে নহয়, গাঁৱৰ ২০৪টা পুথিভঁৰালেও এওঁৰ নিষ্ঠা আৰু কৰ্তব্যপৰায়ণতাৰ বাবেই দমকল পালে, চকী-মেজ পালে, ঘৰৰ সুবিধা পালে, গাঁৱৰ পুথিভঁৰালীৰ দুশমান টকাৰ দৰমহা নশমান টকালৈ বৃদ্ধি হ'ল— এওঁ চৰকাৰৰ ঘৰত জোৰদাৰভাৱে চুপাৰিচ কৰা বাবেই। কিন্তু দেহ্লা মাটি কৰি, এটা পইচাও আত্মসাৎ নকৰি কাম কৰাৰ প্ৰতিদান কি পালে? অসমৰ চাৰি-পাঁচখনমান বাতৰি কাকতত ডাঙৰ ডাঙৰ হেড লাইনেৰে খবৰ ওলাল ড° জিতেন দাসে লাইব্ৰেৰী ছায়েঞ্চৰ সঞ্চালকালয়ত কৰা দুৰ্নীতিৰ খবৰ, কোটি কোটি টকা আত্মসাৎ কৰাৰ খবৰ। ইয়াৰ পাছত বাৰু মোৰ এইখন দেশৰ এনেবোৰ কথাত কিয় বাৰ্ণাৰ্ড শ্ব'ৰ নাটকলৈ মনত নপৰিব?

আনহাতে, সঁচা অৰ্থত দুৰ্নীতিপৰায়ণ বিষয়াসকলে (বেছিভাগেই বুলি মই আগতেই লিখি আহিছোঁ) যাক কয় 'বাহাল তবিয়তে' বাস কৰিছে, দামী গাড়ী, মাৰ্বল-মোজেইকৰ সুদৃশ্য অট্টালিকা, ল'ৰা-ছোৱালীক বাহিৰৰ নামী-দামী স্কুল-কলেজত পঢ়ুওৱাকে ধৰি নানা ৰাজকীয় সুবিধা ভোগ কৰি আছে। হয়, এওঁলোকৰ বিষয়েও বাতৰি কাৰ্কতত লেখা হয়, কিন্তু সি কাৰো গাৰ নোম লৰাব নোৱাৰে। সুখ ভোগৰ তুলনাত সেই গালি ন-ধৰ্তব্য আৰু সমালোচনাই বা কি কৰিব, চৰকাৰৰ দ্বাৰা যদি তেওঁলোক দণ্ডিত নহয়? আনহাতে, জিতেন দাসহঁতৰ দৰে সৎ বিষয়াই ইমান উচ্চ পদবীত থাকিও এই বিলাস-আৰামৰ জীৱন কটাব পৰা নাই সততাৰ বাবে। আনহাতে, অসৎ বুলি তেওঁলোকৰ বিৰুদ্ধে বৰ বৰ হৰফেৰে বাতৰি কাকতত প্ৰতিবেদন ওলায়। বিচিত্ৰ এই দেশ চেলুকচ!

মই অসম আন্দোলনৰ সময়ত তাৰ অপকাৰী দিশবোৰৰ সমালোচনা সম্বলিত 'গোহানী আই গোসাঁনী আই' নামেৰে যিখন উপন্যাস লিখিছিলো, তাত ক'ৰবাত পঢ়ি পোৱা এইষাৰ কথা ভাল লাগি উদ্ধৃতি দিছিলো— At last we have found the enemy, and it is us! হয়, এই কথাষাৰ এতিয়াও প্ৰযোজ্য।

আমি অসমীয়াসকলেই অসমীয়াৰ শত্ৰু। বয়স বঢ়াৰ লগে লগে মোৰ এই উপলব্ধি আৰু গভীৰ হৈ আহিছে— চৰকাৰ শত্ৰু, আলফা শত্ৰু, বাতৰি কাকত শত্ৰু আৰু আমি বাইজো শত্ৰু।

— ২০০৫



# বিচিত্ৰ এই জীৱন ঃ বাজী

সিদিনা এখন ৰেস্তোৰাঁলৈ যাওঁতে আমাৰ ওচৰৰ মেজ এখনত আগত কফি নে চাহৰ কাপ হাতত লৈ দুজন ডেকা ল'ৰাই আগন্তুক নিৰ্বাচন সম্পৰ্কে গৰম আলোচনা কৰি আছিল আৰু তেতিয়াই এজনে সিজনৰ এই মতৰ যে এইবাৰ তৰুণ গগৈৰ মন্ত্ৰীসভাৰ পতন ঘটিবই তাৰ বিপৰীতে বাজীয়েই মাৰিলে যে তৰুণ গগৈহঁতৰ পৰাজয় নহয়।

মই তেতিয়াই মনতে ভাবিলো যে 'বাজী'য়েও জীৱনৰ বৈচিত্ৰ্যত অৰিহণা যোগায়— গতিকে এই বিষয়েও লিখিম। আমি যিসকলে ৰাজনৈতিক লেখা নিলিখো বা লেখাৰ যোগ্যতা নাই, সেইসকলৰ বাবে এনেকৈ জীৱনৰ ৰামধেনুৰ ৰংবোৰ বিচাৰি উলিওৱাৰ বাহিৰে গত্যন্তৰ নাই। মোৰ অন্ততঃ নাই। সেয়ে মই ৰবীন্দ্ৰ নাথৰ কবিতা আওৰাই কওঁ— 'আমি তব মালঞ্চেৰ হ'ব মালাকাৰ'। মই পৃথিৱীৰ বিচিত্ৰ ৰঙীণ ফুল গোটাই তাৰে মালাগাঁথি নানাৰঙী লেখাৰ সাধাৰণ এগৰাকী মালাকাৰ হৈয়ে ৰ'লোঁ। সি যি কি নহওক, বাজী এক ধৰণৰ মাদকতাপূৰ্ণ, উত্তেজনাৰ 'খেল'। হয়, ই এবিধ খেলেই। মানুহে জীৱনটোক লৈয়ে কত খেল খেলে, জীৱনকেই বাজী ৰাখে। এই কথাত চেখভৰ 'বাজী' নামৰ বিখ্যাত গল্পটোৰ কথাই নিশ্চয় বহুতৰ মনলৈ আহিব যাব, মৃত্যুদণ্ডতকৈ যে যাৱজ্জীৱন কাৰাদণ্ডই ভাল— সেই কথাটো প্ৰমাণ কৰিবলৈ এজন মানুহে নিজৰ জীৱনটোকেই বাজী ৰাখি বন্ধুৰ ঘৰৰ 'কাৰাগাৰ'ত বিপুল ধনৰ বিনিময়ত যাৱজ্জীৱনৰ মেয়াদ কটালে— অৱশ্যে গল্পটো তেনে সৰল নহয়,

কাৰাগাৰৰ পৰা ওলাই আহিল মেয়াদ ওকলাৰ এদিন আগতে— নানা গ্ৰন্থ অধ্যয়ন কৰি ধন-সম্পত্তিৰ অসাৰতাত পতিয়ন গৈ তেওঁ এই সিদ্ধান্ত লৈছিল।

বাজীৰ কথাত আৰু এজন লেখকৰ আন এটা কাহিনীও মনত পৰিল। এওঁ বৰ্তমান যুগৰ এক প্ৰকাৰ থ্ৰিলাৰ জাতীয় লেখক, অৱশ্যে যথেষ্ট নামী আৰু জনপ্ৰিয়, নাম হ'ল ৰবাৰ্ট লুডলাম। বৃহৎ আকাৰৰ অতি বাস্তৱধৰ্মী উপন্যাস লেখোঁতা লুডলামৰ এখন উপন্যাসৰ পটভূমি আফ্ৰিকা। এই উপন্যাসখনৰ এটা দৃশ্য পাহৰিব নোৱাৰা বিধৰ, ভয়ংকৰ দৃশ্য সেইটো। এজন মানুহে জংঘলত অকথ্য মৃত্যু যন্ত্ৰণাত ছটফটাই আছে। ওচৰতে বৈ পৈশাচিক আনন্দত সেই দৃশ্য চাই থকা দুজন হৃদয়হীন মানুহে মানুহজনৰ মৃত্যু হ'বলৈ কিমান সময় লাগিব তাকে লৈ বাজী ধৰিছে।

আমিও এসময়ত এই বাজীৰ খেলত মতলীয়া হৈ থাকিছিলো— দুটা ঘটনা বৰ্ণাও, যদিও সেই ঘটনা ক'ৰবাত ক'ৰবাত আগতেও লিখিছোঁ। তথাপি প্ৰাসংগিক বুলি পুনৰ লেখো। মই তেতিয়া স্কুলৰ ছাত্ৰী, মোক কোনেও এপ্ৰিলফুল কৰিব নোৱাৰে বুলি পুৰাতে ডাংকোপ মাৰি ঘোষণা কৰি থওঁ। এবাৰ এপ্ৰিলফুলৰ দিনা মোৰ তলৰ ভাই পবিত্ৰই বাথৰুমৰ পৰা আৰ্তনাদ কৰি কৈ উঠিল— বাইদেউ, তোমাৰ মৰমৰ পানীৰ 'জাৰ'টো মোৰ হাতৰ পৰা বাথৰুমৰ পকাত পৰি ভাঙি গ'ল, সেইটোত পানী ভৰাই তোমাক সহায় কৰো বুলি বাথৰুমলৈ লৈ আহিছিলো। হয়, খন্তেক আগতে বাথৰুমত কাঁচৰ পাত্ৰ পৰি ভঙাৰ শব্দটো ঠিকেই শুনিছিলো— গতিকে খণ্ডত দৌৰি গ'লো আৰু দেখিলো-বাথৰুমৰ মজিয়াত ভঙা বটল এটা আগত লৈ ভাইটোৱে আমোদেৰে হাঁহি আছে। মই গৈ পোৱাৰ লগে লগে সি চিঞৰি উঠিছিল— এপ্ৰিল ফুল। পিছে এই বাজীত হাৰি মোৰ আনন্দই লাগিছিল— মোৰ মৰমৰ জাৰটো যে নভঙাকৈ আছে।

আনবাৰৰটো ঘটিছিল আই এছ চি পৰীক্ষা দিয়াৰ সময়ত। ফিজিক্সৰ পৰীক্ষাত খুব বেয়া কৰিছিলো আৰু তেতিয়া মই থকা হোষ্টেল 'হোৱাইট মেম'ৰিয়েল হল'ৰে আবাসী চতুৰ্থ বাৰ্ষিকৰ ফিজিক্সত অনাৰ্চ লোৱা মেধাবী ছাত্ৰী অঞ্জলি গগৈয়ে দৃঢ়তাৰে কৈছিল যে মই পৰীক্ষাত যিমানেই বেয়া নকৰো কিয় প্ৰথম বিভাগত উত্তীৰ্ণ হ'মেই। মই ক'লো— বাজী মাৰো দিয়া। ঠিক হ'ল— মই প্ৰথম বিভাগ পালে তেওঁক ৰবীন্দ্ৰ নাথৰ 'সঞ্চয়িতা'খন কিনি দিব লাগিব (সেয়া আছিল ১৯৫২ চন, 'সঞ্চয়িতা'ৰ দৰে বৃহৎ কবিতা সংকলনখনৰ দাম আছিল মাত্ৰ ১০ টকা) আৰু নাপালে তেওঁ মোক দহ টকা দিব। মোৰ নিজৰ 'সঞ্চয়িতা'খন আছিল, তদুপৰি পিতাই ইমান হিচাব কৰি হোষ্টেললৈ টকা পঠাইছিল যে মোৰ বাবে দহ টকা আছিল অমূল্য ধন। মই মেট্ৰিকত পোৱা কুৰি টকীয়া বৃত্তিৰ লগত পিতাই পোন্ধৰ টকা পঠাইছিল— মুঠ সেই ৩৫ টকাৰে মই হোষ্টেলৰ খৰচ আৰু অন্যান্য খৰচ চলাব লাগিছিল। গতিকে প্ৰথম বিভাগ পালে মই দহ টকা ৰূপী অমূল্য ধন 'অবাবত'

ব্যয় কৰিব লাগিব— কিন্তু দ্বিতীয়, তৃতীয় বিভাগ পাই পাচ কৰিলে অঞ্জলি গগৈয়ে মোক নগদ দহ টকা দিব। টকাৰ ইমান প্ৰয়োজন নাথাকিলে ময়ো বোধহয় কিবা কিতাপ বিচাৰিলোহেঁতেন। যিহওক, ফলাফল ওলোৱাত দেখা গ'ল মই বাজীত হাৰিলো অৰ্থাৎ প্ৰথম বিভাগেই পালো। জিকিলে মই দহ টকা পালোহেঁতেন— কিন্তু তেনেকৈ যদি ধনৰ কথাই ভাবিবলৈ যাওঁ— তৃতীয় বা দ্বিতীয় বিভাগ পালে সেই কুৰি টকীয়া বৃত্তিটো হেৰালহেঁতেন কাৰণ আমাৰ দিনত নিয়ম আছিল (এতিয়াৰ কথা নেজানো), আই এ বা আই এছ চিত প্ৰথম বিভাগ পালে মেট্ৰিকৰ বৃত্তিটোকে পাই থকা যায়। যিহওক, এইবাৰো বাজীত হৰাৰ 'আনন্দ'ত মই অঞ্জলি গগৈক 'সঞ্চয়িতা'খন কিনি দিছিলো। ঘটনাটো মনত পৰিলে যিটো কথাই মোক আটাইতকৈ চমৎকৃত কৰে— সি হ'ল অঞ্জলি গগৈৰ ৰবীন্দ্ৰ নাথৰ কবিতাৰ প্ৰতি থকা আকৰ্ষণ। এজনী অসমীয়া ছোৱালী, তাকো আকৌ পদাৰ্থ বিজ্ঞানৰ ছাত্ৰী— তেওঁ বাজীত জিকি বিচাৰিলে 'সঞ্চয়িতা'। সঁচায়ে বিচিত্ৰ এই জীৱন।

আমি জানো বাজীৰ এটা ভয়ংকৰ দিশ আছে। এনেকৈ হোৱাই নোহোৱাই বাজী ধৰি মানুহ সৰ্বস্বান্ত হোৱাৰ নজিৰ আছে, এটা উদাহৰণ হ'ল ঘোঁৰাৰ ৰেচত বাজী ধৰা। তেনেকৈ বহুত মানুহ লাওলোৱা হৈছে।

শেষত বাজী ধৰাৰ এটা আমোদজনক কাহিনী (নিশ্চয় সঁচা নহয়) কৈ মোৰ লেখাটো মধুৰেণ সমাপয়েৎ কৰো।

এখন ক্লাব নে ক'ত এজন সদস্যই নতুনকৈ হোৱা সদস্য জনৰ লগত নানা কথা-বতৰা পাতি আছিল, বাজীৰ কথাও পাতিছিল। তেতিয়া নতুন সদস্যজনক বাজী ৰখাৰ প্ৰতি আগ্ৰহান্বিত দেখি চালাক পুৰণি সদস্যজনে কৈছিল— 'মোৰ লগত বাজী ৰাখিব নেকি? বাজীটো হ'ল এই— মোৰ সোঁ চকুটো মই দাঁতেৰে কামুৰি দেখুৱাব পাৰিম— আপুনি যদি অসম্ভৱ বুলি ভাবি প্ৰত্যাহ্বান জনাই বাজী ধৰি মোক হৰুৱাব পাৰে— তেন্তে এটা ভাল অংকৰ ধন আপোনাক মই দিব লাগিব, কিন্তু আপুনি হাৰিলে সেই ধন মোক দিব লাগিব। নতুন সদস্যজন তৎক্ষণাৎ ৰাজী হ'ল— অৰ্থাৎ চালাক সদস্যজনৰ জালত ভৰি দিলে। তেতিয়া তেওঁ সোঁ চকুটো হাতেৰে উলিয়াই আনি কামুৰি দেখুৱালে— কাৰণ তেওঁৰ সেই চকুটো পাথৰৰ আছিল। পিছে বেচেৰা নতুন সদস্যজনে সেই কথানো কেনেকৈ জানিব?

তাৰ পাছত চালাক সদস্যজনে আকৌ এটা বাজীৰ প্ৰস্তাৱ দিলে— এইবাৰ বাওঁ চকুটোও একেদৰে দাঁতেৰে কামোৰাৰ কথা ক'লে। নতুন সদস্যজন এইবাৰো ৰাজী হৈ গ'ল, সোঁ চকুটো বাৰু পাথৰৰেই, কিন্তু বাওঁ চকুটোতো হ'ব নোৱাৰে, হোৱা হ'লে দেখোন মানুহজন অন্ধ হ'লহেঁতেন। গতিকে সেইটো উলিয়াই আনি এইবাৰ কামোৰাৰ প্ৰশ্নই নুঠে।

কিন্তু বেচেৰা নতুন সদস্যজন এইবাৰো বাজীত হাৰিল। কেনেকৈ? কাৰণ এটা চকু পাথৰৰ হোৱাৰ দৰে ধুৰন্ধৰ সদস্যজনৰ দাঁতযোৰা লগোৱা আছিল। গতিকে সেই যোৰা মুখৰ পৰা উলিয়াই নি বাওঁফালৰ ভাল চকুটো কামুৰি দেখুৱালে।

ইমানখিনি পঢ়াৰ পাছত পাঠকৰ নিশ্চিয় ভাব হৈছে যে মই বিখ্যাত বাজী এটাৰ কথা পাহৰি আছোঁ। আচলতে নাই পাহৰা, পাহৰি থাকিবহে বিচাৰোঁ— মই এগৰাকী মহিলা হৈ ধৰ্মপুত্ৰ (!) যুধিষ্ঠিৰে পত্নী দ্ৰৌপদীক কৌৰৱৰ লগত পাশাখেলত পণ বাখি বাজী ধৰাৰ কথাটো সঁচায়ে মনত পেলাব নোখোজো।

— ২০০৫



# এজন পাপাৰ দুখ, দুজন পাপাৰ দুখ, নোহোৱা হোৱা পাপাৰ দুখ

ওপৰৰ শিৰোনামটোৰ প্ৰথম দুটা বাক্যাংশেৰে মই আগতে কোনোবা এখন কাকতত এটা লেখা লিখিছিলো। আজি সেই বাক্যাংশ দুটাত আৰু এটা বাক্যাংশ যোগ দি পাঠকলৈ আন এটালেখা লিখি সবিনয়ে আগবঢ়াব খুজিছোঁ। বৰ্তমান আগৰ দুটাৰ লগত মোৰ আৰু এটা প্ৰায় তেনেধৰণৰ অভিজ্ঞতাই যোগ হৈছে।

প্ৰথমতে থূলমূলকৈ আগৰ দুটা অভিজ্ঞতাৰ কথা বৰ্ণাই লওঁ। মোৰ বৰপুত্ৰ অনিন্দ্য 'ষ্টেট বেংক অব্ বিকানিৰ এণ্ড জয়পুৰ'ৰ এজন বিষয়া। সি সেই বেংকতে চাকৰি কৰা হিমাচলী ছোৱালী এজনী বিয়া কৰাইছে। তাৰ দুজনী কন্যা সন্তান। এতিয়া সিহঁত জয়পুৰত থাকে। মই যি সময়ৰ কথা লিখিছোঁ তেতিয়াও সিহঁত জয়পুৰতে আছিল, তাৰ পাছত সিহঁত মুম্বাই আৰু উদয়পুৰলৈ বদলি হৈ গৈ এতিয়া পুনৰ জয়পুৰলৈ আহিছে।

সেই সময়ত সিহঁতৰ নিকি নামৰ দ্বিতীয় কন্যাজনীৰ জন্ম হৈছিল। মই সেইবাবে জয়পুৰলৈ গৈ সিহঁতৰ সংসাৰ চম্ভালিছিলো। বোৱাৰীৰ তেনে অৱস্থাৰ সময়তে অনিন্দ্য খুব বেছি ধৰণে জণ্ডিচত আক্ৰান্ত হ'ল, এনেকি তাক হাস্পতালতো ভৰ্তি কৰিব লগা হ'ল। তেতিয়া ডাক্তৰৰ নিৰ্দেশ অনুযায়ী অতি কম পৰিমাণৰ ৰুগীয়া পথ্য লৈ তাক খুৱাই আহিছিলো। প্ৰথম দিনা টিফিন কেৰিয়াৰত সেইবোৰ ভৰাব ধৰোঁতে আঠ বছৰীয়া ডাঙৰ নাতিনী বুম্পিয়ে তাতে আৰু বহুত খাদ্য ঠেচি ঠেচি ভৰাব খোজোঁতে মই মানা কৰিছিলো। তাইৰ অকণমানি প্ৰাণটোৱে খুব আঘাত পালে, মই কম খুৱাই বোলে পুত্ৰক মাৰিব ওলাইছো। তাই থোকাথুকি

মাতেৰে কৈছিল— 'মেৰি পাপা মৰ্ জানেছে তুমহাৰা ক্যা হ্যায়, তুমহাৰাতো দো বেটা হ্যায়, এক মৰ্‌গেছে এক্‌তো ৰহগো। লেকিন মেৰি তো এক হি পাপা হ্যায়, মৰ জানেছে মেৰি কোই পাপা নেহি ৰহেগা'। (মাক হিন্দীভাষী, তাতে সিহঁত সিফালেই থাকে বাবে নাতিনীহঁতে হিন্দীতে কথা কয়। মই অৱশ্যে ভালকৈ হিন্দী নাজানো বাবে ভুলে-ভালেই কথাখিনি লিখিলোঁ।)

মোৰ নাতিনীৰ এজন পাপাৰ দুখৰ পাছত এতিয়া মোৰেই এক প্ৰকাৰ নাতিনীৰ দৰে আন এজনী ছোৱালীৰ দুজন পাপাৰ দুখৰ কথা লেখোঁ। অনিন্দ্যৰ এজন বন্ধুৱে ঘৰ দুখনৰ ঘোৰ বিৰোধিতা সত্ত্বেও ছোৱালী এজনী বিয়া কৰাইছিল, ইমানেই প্ৰেমৰ পৰকাষ্ঠা আছিল। যথাসময়ত সিহঁতৰ এজনী ছোৱালী জন্ম হ'ল। সময় বাগৰিল। তাই ছয়-সাত বছৰীয়া হ'ল। তাৰ পাছত তাইৰ মাক-দেউতাকৰ তীব্ৰ দাম্পত্য-কলহ আৰম্ভ হ'ল, কাৰণটো হ'ল মোৰ পুত্ৰৰ বন্ধুৰ ঘৈণীয়েক বোলে তাইৰেই স্বামীৰ বন্ধু এজনৰ প্ৰেমত পৰি সংসাৰত ধুমুহাৰ সৃষ্টি কৰিলে। শেষত সিহঁতৰ ডিভোৰ্ছ হ'ল আৰু এদিন তাই সেই নতুন প্ৰেমিকক বিয়া কৰালে। ছোৱালীজনী মাকৰ লগতে থাকিল, কিন্তু মাজে মাজে তাইক দেউতাকেও লগত আনি ৰাখে। তেনে সময়তে তাই খুব বেজাৰেৰে দেউতাকক বোলে কৈছিল— 'পাপা, মায়ে বিয়া কৰোৱা মানুহজনকো বোলে মই 'পাপা' বুলি মাতিব লাগে। মোৰ কিন্তু সেইজনক পাপা বুলি মাতিবলৈ একেবাৰে মন নাই...'

(এহাল অসমীয়া দম্পতীৰে কাহিনী। আমাৰ অসমীয়া সমাজো বেছি আগবাঢ়ি গৈছে, তথাকথিত আধুনি ধ্যান-ধাৰণাৰে পুষ্ট হৈছে ভালকৈয়ে!)

বৰপুত্ৰৰ বন্ধুৰ কাহিনী ক'লোঁ। এতিয়া সৰু পুত্ৰৰো এজন বন্ধুৰ কাহিনী কওঁ, প্ৰায় একে কাহিনী। এই পুত্ৰ দিল্লীত পঢ়ি থাকোঁতে এই ল'ৰাজনৰ লগত বেছি ঘনিষ্ঠতা হৈছিল। লাহে লাহে সিহঁত জীৱন পথত আগবাঢ়িল আৰু সংসাৰত প্ৰতিষ্ঠিত হৈ দুয়ো যথাসময়ত বিয়া-বাৰু কৰাই সন্তানৰ পিতৃও হ'ল। পুত্ৰৰ বন্ধুজনে অনা-অসমীয়া ছোৱালী বিয়া কৰাই দিল্লীতে চাকৰি কৰিছিল। যথেষ্ট ভাল চাকৰি, ল'ৰাটো এনেয়েও ভাল, দেখাতো অতি আকৰ্ষণীয় সম্ভ্ৰান্ত পৰিয়ালৰ সন্তান। তাৰ দুটি সন্তানৰো জন্ম হ'ল, সি সিহঁতৰ মৰমৰ পাপা। ঘৈণীয়েকজনীকো আমি বৰ ভাল ছোৱালী বুলিয়েই জানিছিলো। বহুত বছৰলৈকে দুয়োৰে বৰ সুখৰ সংসাৰেই আছিল। কিন্তু হঠাতে যে কি হ'ল, সিহঁতৰ জীৱনতো কালধুমুহাৰ সৃষ্টি হ'ল। অনা-অসমীয়া ঘৈণীয়েকজনীয়ে ইমান বছৰৰ মূৰত বোলে 'উপলব্ধি' কৰিলে যে মোৰ ল'ৰাৰ বন্ধুৰ লগত পৰি তাইৰ জীৱনটো মাটি হৈ গ'ল। তাইৰ নিজৰ যি প্ৰতিভা আছিল এই স্বামীজনৰ লগত সংসাৰ কৰি সেই প্ৰতিভা বিকশিত কৰাৰ কোনো সুযোগেই তাই নাপালে। গতিকে তাইৰ বোলে অন্তৰ তাৰ প্ৰতি ঘৃণা আৰু বিদ্বেষেৰে ভৰপূৰ হৈ গ'ল। সেয়ে অৱশেষত তাই এনে এক 'ধুৰন্ধৰ' স্বামীৰ লগত সংসাৰৰ বন্ধন ছিন্ন কৰিবলৈ উঠি-পৰি লাগিল। আৰু শেষত দুয়োৰো ডিভোৰ্ছ হৈ গ'ল।

মই এতিয়া সন্তান দুটিৰ কথাই ভাবোঁ। এতিয়া সিহঁত মাকৰ লগত থাকে। 'পাপাক'জনক ইয়াতো ডিভোৰ্ছৰ চুক্তি অনুযায়ী মাজে-মধ্যেহে লগ পাব, যি পাপাকৰ অতদিনে সিহঁত বুকু শুৱাই আছিল। ইতিমধ্যে তাৰ ঘৈণীয়েক (ভূতপূৰ্ব!) থকা ঠাইৰ পৰা তাৰ বহুত দূৰলৈ বদলি হ'ল, গতিকে 'পাপাক'ক সিহঁতে সহজে লগ নাপাব, অৰ্থাৎ সিহঁতৰ জীৱনৰ পৰা পাপাক একপ্ৰকাৰ নোহোৱা হৈ যাব। কিন্তু তাৰ বাবে সেই নিৰপৰাধ শিশুকেইটিয়ে কি পাপ কৰিছিল? সিহঁতেতো স্ব-ইচ্ছাই এই পৃথিৱীত জন্মগ্ৰহণ কৰা নাছিল।

সকলোতকৈ পৰিতাপৰ কথা যে এই দম্পতীয়েও কিন্তু প্ৰেমত হাবুডুবু খায়েই ঘৰৰ ঘোৰ আপত্তিকো নেওচা দি এই বিয়া কৰাইছিল। তেন্তে সেই প্ৰেমত কেনেকৈ ঘুণে ধৰিলে?

মোৰ মনত পৰি যায় জৰ্জ বাৰ্নাৰ্ড শ্বই লিখা Back to Methuselah নামৰ নাটকখনলৈ। তাত বাইবেলবৰ্ণিত ইডেনত ইভে নিষিদ্ধ ফল আপেল খাই আডমৰ প্ৰতি আকৃষ্ট হোৱাত সাপটোক যেতিয়া সুধিছিল যে আডমৰ প্ৰতি তেওঁ প্ৰাণত যি আকুলতা অনুভৱ কৰিছিল তাৰ নাম কি? তেতিয়া সাপটোৱে কৈছিল— সেই আকুলতাৰ নাম হ'ল love। ইভে অসন্তোষ মনেৰে কৈছিল— এনে এক সৰ্বগ্ৰাসী, দীৰ্ঘস্থায়ী আৱেগৰ নামটোনো ইমান চুটি নে? তেতিয়া সাপটোৱে 'চিনিক' ক্ৰুৰ হাঁহি এটাৰে কৈছিল— ইমান ক্ষণস্থায়ী আৱেগ এটাৰ নাম ইমান বেছি দীঘল।

সাপটোৰ কথাটোৱেই কিছু সত্য নেকি। আজি সংসাৰৰ গতিগোত্ৰ দেখি মোৰতো তেনেকৈয়ে ভাবিবলৈ মন গৈছে। আমি যে এতিয়া এনেদৰে প্ৰেম কৰি বিয়া কৰোৱা দম্পতীৰ কিমান ডিভোৰ্ছৰ কাহিনী শুনিবলগীয়া হৈছে। বহুত দিন আগতে এনে কিবা এক প্ৰসংগত ড° ভবেন শইকীয়ায়ো মোক কোৱা কথা এষাৰ মনলৈ আহি গৈছে— 'মই বুজিছে, কোনোদিনে এই প্ৰেম-চেমবোৰত গুৰুত্ব দিয়া নাই। প্ৰেমত মোৰ কোনো আস্থা নাই, ই বৰ ঠুনুকা বস্তু...' মই নিজে অৱশ্যে এক কথাত এনেকৈ প্ৰেমক উলাই কৰিব নোৱাৰোঁ। এই ঠুনুকা প্ৰেম, এই বিচ্ছেদৰ মাজতো ক'ৰবাত নিশ্চয় চন্দ্ৰমাৰ স্নিগ্ধ হাঁহিৰ দৰে এচেৰেঙা গভীৰ, অনন্ত প্ৰেমৰ জলমলনি আছে, নহ'লে ৰবীন্দ্ৰনাথে কোৱাৰ দৰে— 'তবু এ দুয়েৰ মাঝ খানে, আছে কোনো মিল/নহিলে নিখিল/ধৰণীৰ এত বড়ো প্ৰবঞ্চনা/সহিত কি কৰিয়া...'

— ২০০৫



# বিহুৰ বাতৰি বিলোৱা গীতটিৰ স্মৃতিৰে

'ফাগুনৰে পছোৱাই আঁচলকে উৰুৱাই ৰঙালি ঐ' বিহুৰেনো বাতৰি বিলাই যায়— 'এসময়ত এই গীতটিৰ মূৰ্চ্ছনাই বিহুৰ বতৰত অসমৰ আকাশ-বতাহ কঁপাই তুলিছিল। এনেকি কলিকতীয়া ৰাইজৰ মনো এই গীতটিত উতলা হৈ উঠিছিল। প্ৰায় চল্লিশ বছৰৰ আগতে কলিকতাত আমাৰ বিশ্ববিদ্যালয়ৰ বন্ধুবোৰৰ মাজতে যে 'ফাগুনৰ পছোৱা' টো অসম্ভৱ জনপ্ৰিয় হৈ উঠিছিল সেয়ে নহয়, গম পাইছিলোঁ যে অভিযন্তা প্ৰবোধ শৰ্মাই (ছদ্মনামত প্ৰবন্ধ লিখক চৈতন্য কাশ্যপ) শিবপুৰত ইঞ্জিনিয়াৰিং পঢ়ি থাকোতে সেই একে সময়তে সহপাঠী বন্ধু সকলৰ আগত সেই একেটা গীত গাই তেওঁলোককো মতলীয়া কৰি তুলিছিল।

তাৰ পাছত কিছু বছৰ বাগৰি গৈছিল। এদিন হঠাতে দূৰদৰ্শনত বঙালী অভিনেত্ৰী তথা পৰিচালিকা অপৰ্ণা সেন কৃত 'পিকনিক' নামৰ চিনেমা এখন চাবলৈ পাইছিলো আৰু অবাক হৈ শুনি ৰৈছিলো সেই 'ফাগুনৰে পছোৱা' নামৰ গানটো— অৱশ্যে বঙালী ভাষাতে অনুবাদ কৰি গাইছিল। অবাক হোৱাৰ আগতে এই ভাবটোৱেও মনত খুন্দা মাৰি থৈ গ'ল যে ই সঁচায়ে এনে এক সুললিত গীত যে অপৰ্ণা সেনৰো মন চুই গৈছে। পিছে দুখৰ কথা যে সেই গীতটি বঙালী গীত হিচাপেই চলাই দিয়া হৈছিল, মূল অসমীয়া লেখক-সুৰকাৰৰ তাত কোনো শলাগেই লোৱা হোৱা নাছিল। কেৱল 'ফাগুনৰেই পছোৱাই নহয়', 'আজি এই ভৰ বাৰিষাত আকাশৰ পাৰ ভাঙি নামে ৰৰষাৰে ঢল', 'সোঁৱৰণী তাৰ মোৰ দুচকুৰ তপ্ত কোণত পৰশ সানি দি যায়' আদিৰ দৰে বহুতো ৰচনা আৰু সুৰ— উভয়তে

সমৃদ্ধ গীতবোৰৰ ৰচক আৰু সুৰকাৰ নব বৰুৱাৰ কিছুদিন আগতে বোম্বাই চহৰত নিঃশব্দে নিৰলে মৃত্যু ঘটি গ'ল। বাতৰি কাকতৰ এচুকত এটা সৰু খবৰ প্ৰকাশ পোৱাৰ বাহিৰে মানুহজন কবিৰ ভাষাত একেবাৰে 'unwept' আৰু 'unsung' হৈয়ে ৰ'ল— যাৰ গানবোৰে এসময়ত বহুতো গায়ক-গায়িকাৰ কণ্ঠত প্ৰাণ পাই উঠিছিল, আকাশবাণীও যি গানৰ মূৰ্চ্ছনাত মুখৰিত হৈ উঠিছিল সেই মানুহজনৰ মৃত্যুত অসমৰ কোনো এজনেও কোনো স্মৃতিচাৰণ নকৰিলে।

ইমান সুন্দৰ শব্দ চয়ন, ইমান মধুৰ সুৰ অসমীয়া গীতৰ জগতত সঁচায়ে বিৰল। কিন্তু তাৰ স্ৰষ্টাজনৰ সমস্ত সম্ভাৱনা ধূলিত মিহলি হৈ গ'ল যেতিয়া তেওঁ দ্বিতীয় এজন সলিল চৌধুৰী বা হেমন্ত মুখাৰ্জী হ'বলৈ প্ৰায় ষাঠি বছৰৰ আগতে বোম্বাইলৈ গুচি গৈছিল। কিন্তু একোকে হ'ব নোৱাৰিলে নব বৰুৱা (ব্যক্তিগতভাৱে এওঁ স্বনামধন্য সাহিত্যিক আৰু ৰাজনীতিবিদ হেম বৰুৱাৰ ভাতৃ) হ'ল কেৱল সকলোদিশে এজন ব্যৰ্থ মানুহ। বোম্বাইৰ গানৰ জগতত তেওঁ প্ৰৱেশ দ্বাৰতো সোমাব নোৱাৰিলে, ফিল্ম ডিভিজনৰ চাকৰিতো টিকি থাকিব নোৱাৰি এক প্ৰকাৰ বেকাৰ হৈয়ে জীৱন পাত কৰিলে, দুটা পুত্ৰৰে সংসাৰখনো চুৰমাৰ হৈ গ'ল যি পুত্ৰ-পৰিবাৰৰ লগত জীৱনৰ অৱশিষ্ট প্ৰায় ত্ৰিশ বছৰ তেওঁৰ আৰু সাক্ষাতেই নহ'ল। এক অভিশপ্ত জীৱন যি অভিশাপ তেওঁ এক প্ৰকাৰ নিজেই মাতি আনিছিল। বিচ্ছিন্ন হৈ থাকিল অসম ভূমিৰ পৰাও। সত্তৰ বছৰমান আগতে এৰি থৈ যোৱা অসমলৈ তেওঁতো আৰু এদিনৰ বাবেও উভতি নাহিল। ঘটনা সূত্ৰত এই মানুহজনৰ লগত এদিন মোৰ যোগাযোগ ঘটিছিল— যদিও জীৱনত মাত্ৰ দুটা নে তিনিটা দিনহে তেওঁক কলিকতাত লগ পাইছিলো। অৱশ্যে চিঠিৰ সংযোগ আছিল বহু দিনৰে পৰা। আজি এই মানুহজন আমাৰ মাজৰ পৰা চিৰদিনলৈ হেৰাই গ'ল, সকলো মৃত্যুৰে দুখৰ, নব বৰুৱাৰ মৃত্যুৰ খবৰতো মোৰ খুব দুখ লাগিছিল। কিন্তু সকলোতকৈ দুখৰ কথা যে প্ৰায় ভূপেন হাজৰিকাৰ দৰেই হ'ব পৰা (নব বৰুৱায়ো ড° হাজৰিকাৰ দৰে নিজে সংগীত ৰচনা কৰিছিল, সুৰ দিছিল আৰু গাবও পাৰিছিল) এজন প্ৰতিভাৱান সংগীতজ্ঞৰ সকলো প্ৰতিভাই অপচয় হৈ গ'ল প্ৰায় নিজৰ দোষতেই। আমাৰ মাজত প্ৰতিভাৰ পৰিমাণ কিমান কম, তাৰপাছত যেতিয়া সেই প্ৰতিভাও আমাৰ নিজৰ দোষতে হেৰাই যায় তেতিয়া পৰিতাপৰ সীমা নাথাকে।

পিছে আমি অসমীয়া মানুহেও সহজতে সকলো কথাত বিস্মিত হওঁ, পাহৰি পেলাওঁ আমাৰ অতীতৰ বহুতো বিশিষ্ট ব্যক্তিক, অথবা তেওঁলোকৰ অৱিহনাক আৰু এবাৰ নব বৰুৱা সম্পৰ্কে এই ক্ষোভটো মনলৈ আহিল যেতিয়া অলপতে 'আজিৰ দৈনিক বাতৰি' নামৰ কাকতখনত এই চিৰযুগমীয়া গানটো সম্পৰ্কে এটা ভুল তথ্য পৰিৱেশিত হোৱা চকুত পৰিল। লেখকে লিখিছে যে 'ফাগুনৰে পছোৱা গানটো'ৰ ৰচক নৱকান্ত বৰুৱা আৰু প্ৰথমবাৰৰ বাবে ইভা বৰুৱাই এই গানটো ৰেকৰ্ডত গাইছিল। বিশিষ্ট কবি, শিশু-গ্ৰন্থ ৰচয়িতা, ঔপন্যাসিক, অনুবাদক, প্ৰবন্ধ লেখোঁতা নৱকান্ত বৰুৱাই অতি সুন্দৰ গানো ৰচনা কৰিছিল,

তেওঁৰ 'ধুন ধুন ধুনীয়া', 'এঠেঙীয়া বগলী হৈ নাচে', 'এই পথাৰৰ কঁহুৱা ফুল', 'আকাশ, অকণি আকাশ', 'মুখত দুডাল দুবৰি বন' আদি গান বীৰেন্দ্ৰ নাথ দত্তই অতি সুললিত কণ্ঠেৰে ৰেকৰ্ড কৰি থৈছে, আজিও সেইবোৰ অতি সমাদৃত গান, গতিকে স্বাভাৱিকতে মানুহে ভাবিব যে নৱকান্ত বৰুৱায়ে 'ফাগুনৰে পছোৱা'টো লিখিছে। এইদৰে আচল লেখক আৰু সুৰকাৰজনক আৰু এবাৰ বিস্মৃতিৰ অতল গহ্বৰলৈ ঠেলি পঠোৱা হ'ল— কি যে পৰিতাপৰ কথা! আনহাতে গায়িকা গৰাকী ইভা বৰুৱাও নহয়, আইভি বৰুৱাহে, আপত্তি জনাবলৈ আইভি বৰুৱাও আৰু জীয়াই থকা নাই। আইভি বৰুৱা নৱবৰুৱাৰ ভগ্নী।

বঙালী মানুহবোৰে তেওঁলোকৰ পুৰণি গীতবোৰ সংৰক্ষিত কৰি ৰাখিছে, নতুনকৈ কেছেটত ওলোৱা সেই শ্ৰুতি-মধুৰ গীতবোৰ এতিয়া বঙালী সমাজত অতিকৈ সমাদৃত। আমিও অৰ্থাৎ সংগীতজগতৰ মানুহে নৱ বৰুৱাৰ এই গীতবোৰ বিচাৰি উলিয়াই কেছেটত ভৰাই থ'ব নোৱাৰোনে? মই এবাৰ ড° বীৰেন দত্তকো এই কথা কৈ চাইছিলোঁ। নৱ বৰুৱাই গুৱাহাটীত 'অল্ ইণ্ডিয়া ৰেডিঅ'ত চাকৰি কৰি থাকোঁতে বীৰেন দত্তই তেওঁৰ লগ পাইছিল, তেওঁৰ গান গাইছিল। মোক এনেকি সিদিনা তেওঁ নৱ বৰুৱাৰ দুই-এটা গান গুণগুণাই গায়ো শুনাইছিল। তাৰো বহুত দিন আগতে নৱকান্ত বৰুৱায়ো মোক এই কথা কৈছিল যে অসমীয়া এশ এবুৰি গতানুগতিক, বৈশিষ্ট্যহীন গানৰ মাজত নৱ বৰুৱাৰ এই এমুঠি গান চিৰ-ভাস্বৰ হৈ ৰোৱাৰ যোগ্য। কিন্তু আমি অসমীয়া শৰাধ খোৱা জাতিটোৱে সেইবোৰক চিৰ-ভাস্বৰ কৰি ৰখাৰ পৰিবৰ্তে দেখোন চিৰ-বিস্মৃতিৰ গৰ্ভলৈহে নিক্ষেপ কৰিছোঁ— কি যে পৰিতাপৰ কথা!

— ২০০৫



# নাৰী দিৱসত চিন্তা-দুশ্চিন্তা

যোৱা ৮ মাৰ্চৰ দিনা যি আন্তৰ্জাতিক নাৰী দিৱস উদ্‌যাপিত হ'ল তাত মই দুই ধৰণৰ দুটা অনুষ্ঠানত যোগ দিছিলোঁ, আপাত দৃষ্টিত ইটোৰ লগত সিটোৰ কোনো মিল নাই যদিও টানিটুনি মিল বিচাৰি উলিয়ালোঁ। প্ৰথমটো আছিল শিৱৰাত্ৰিৰ অনুষ্ঠান, দ্বিতীয়টো আছিল আন্তৰ্জাতিক নাৰী দিৱসৰ অনুষ্ঠান। প্ৰথমটো আছিল প্ৰজাপিতা ব্ৰহ্মা কুমাৰীৰ শিৱৰাত্ৰি উৎসৱ আৰু দ্বিতীয়টো আছিল বৃহত্তৰ নুনমাটি নাৰী নিৰ্যাতন বিৰোধী ঐক্যমঞ্চৰ (ঐক্য মানে অসাধাৰণ ঐক্যই - ৫০ টা মহিলা সংগঠন লগ লাগি সেই অনুষ্ঠানটো গঢ়ি উঠিছে। বিস্ময় মানিব লগা কথা নহয়নে?) অকল নুনমাটি অঞ্চলতে (বৃহত্তৰ হ'লেও) ইমানবোৰ নাৰী অনুষ্ঠানৰ সভা, অনুষ্ঠিত হৈছিল শোধনাগাৰৰ সভাগৃহটোত। প্ৰজাপিতা ব্ৰহ্মাকুমাৰীৰ অনুষ্ঠানটো আছিল শিৱৰাত্ৰিৰ, (৮ মাৰ্চৰ দিনা এইবাৰ শিৱৰাত্ৰিৰো দিন আছিল) মই আমন্ত্ৰিত হৈছিলোঁ তাৰ পতাকা উত্তোলন কৰিবলৈ। মই তেওঁলোকক কৈছিলোঁ— মই সেইবোৰ ধৰ্ম-আচাৰ-অনুষ্ঠান নামানো, মোক কিয় মতা হৈছে। তেওঁলোকে কৈছিল— তেওঁলোকৰ তাত পূজা-পাতালৰ কোনো কাৰবাৰ নাই। মোক এগৰাকী সাহিত্যিক হিচাপে মোৰ পৰা কিছু কথা শুনিবলৈ আদৰ-সম্মানেৰে মতা হৈছে।

প্ৰজাপিতা ব্ৰহ্মাকুমাৰীৰ সেই শাখাটো চানমাৰিত অৱস্থিত। তালৈ গৈ মোৰ ভাল লাগিছিল— এনে চাফ চিকুণ এনে পৰিপাটি আৰু এনে শুদ্ধ বগা কাপোৰৰ পোছাক পৰিহিতা ব্ৰহ্মাকুমাৰীসকল, লগতে মজিয়া বগা কাপোৰ সুশোভিত সেই ঘৰটোত সোমাই মোৰ মনেও তেওঁলোকৰ লগতে গুণ গুণাই উঠিছিল ওঁম শান্তি, ওঁম শান্তি, ওঁম শান্তি।

ময়ো সেই শুভ্রতাৰ মাজত বহি লৈ এটা ভাবণ দিবলগীয়া হৈছিল— মই কৈছিলোঁ— আজি নাৰী দিৱস, নাৰীসকলে তেওঁলোকৰ খং-ক্ষোভৰ আজি আনুষ্ঠানিকভাৱে বহিঃপ্রকাশ কৰে। কিন্তু নাৰীৰ ওপৰত এবিধ অত্যাচাৰ হ'ল যৌতুকৰ বাবে হত্যা কৰা, তাৰ মূল কেৰোণটো কিন্তু সোমাই আছে আজিৰ এই ভোগবাদী সমাজখনতহে। শিৱই কিন্তু ধন-সম্পদৰ অসাৰতা প্রতিপন্ন কৰি সামান্য বাঘছালহে পিন্ধি থাকিছিল— অথচ সৃষ্টি, স্থিতি, লয়ৰ গৰাকী এই দেবাদিদেৱ মহাদেৱেনো লাগ বুলিলে কি দেৱাঙ্গ ভূষণ তথা ধন-ঐশ্বর্য নেপালেহেঁতেন? সেয়ে মই প্রতীকি অর্থতে শিৱক অভিহিত কৰিব খুজিছোঁ Plain living high thinking-অৰ প্রবক্তা বুলি— য'ত নিহিত হৈ আছে সমাজৰ প্রকৃত শান্তি। আকৌ আজিৰ এই ৮ মার্চৰ দিনটোতে তেওঁক নাৰীৰ মর্যাদাকাৰী স্বামী বুলি অভিহিত কৰিব খোজো। এনে মনোভাবৰ নোহোৱা হ'লে শিৱই নিশ্চয় তেওঁক কুৎসিৎ গালি-গালাজ কৰা, তীব্ৰ অপমান কৰা শহুৰেক দক্ষৰ যজ্ঞলৈ যাবলৈ পত্নীক অনুমতি নিদিলেহেঁতেন। গতিকে শিৱই যে স্ত্রী-স্বাধীনতাত হস্তক্ষেপ নকৰে তাৰেই প্রমাণ দিলে। এনেকৈ নিজ ব্যাখ্যা আগবঢ়াই মই এইবাৰ গ'লো নুনমাটিত অনুষ্ঠিত নাৰী দিৱসলৈ— মই বুলি নকৈ অৱশ্যে আমি বুলি কোৱাই উচিত, কাৰণ একেখন গাড়ীতে একেলগে গ'লো মই, অঞ্জলি লাহিড়ী, ড° অনিমা গুহ আৰু তোষপ্রভা কলিতা। এসময়ত আমি এই চাৰিগৰাকী বিভিন্ন বয়সৰ বন্ধু গ্রন্থমেলা, সভা-সমিতিত একেলগে উপস্থিত থাকিছিলোঁ বাবে নিজকে আমি ধেমালিতে কুখ্যাত হ'লেও 'গেং অব্ ফ'ৰ' বুলি অভিহিত কৰিছিলোঁ। এতিয়া কিন্তু আগৰ দৰে এনেকৈ গোট খাব নোৱাৰা হৈছোঁ।

গতিকে সিদিনা বহুত দিনৰ মূৰত আমি সেই 'গেং অব্ ফ'ৰ' একেলগে একেখন মঞ্চত উপস্থিত হ'লো। ৯ মার্চৰ বাতৰি কাকতবোৰত সেই আন্তর্জাতিক নাৰী দিৱসৰ সভা-সমিতি, শোভাযাত্রা আদিৰ বর্ণনা ওলাইছেই। সেয়ে আজিৰ লেখাত সেইবোৰ বর্ণনা কৰিবলৈ নেযাওঁ। মোৰ আজিৰ বক্তব্য এটা অইন বিষয়ক লৈহে যিটোক মই 'আবেগৰ আতিশয্য' বুলিও শিৰোনামা দিব পাৰিলোঁহেঁতেন।

একোটা সাগৰৰ ঢৌ আহি অহৰহ পাৰত খুন্দিয়াই থাকেহি, আমাৰ অসমতো দেখিছোঁ তেনেকৈ একো একোটা আবেগৰ ঢৌ আহি ৰাজ্যখনক খুন্দিয়াই থৈ যায়, কেতিয়াবা সেই ঢৌ হয় বৃহৎ, কেতিয়াবা হয় ক্ষুদ্র। আমাৰ জীৱনকালত দেখা তেনেকুৱা সর্ববৃহৎ আবেগৰ ঢৌটো আছিল অসমৰ বিদেশী বিতাড়নৰ আন্দোলনৰ সময়ত উঠা ঢৌ। কিন্তু কেৱল আবেগেৰে যে কোনো সমস্যাৰ সমাধান কৰিব নোৱাৰি তাৰ প্রমাণ দিলে আন্দোলনটোৰ ব্যর্থতাই। বাংলাদেশীক আঁতৰাব পৰা নগ'ল কিন্তু অসমৰ হ'লে বিস্তৰ ক্ষতি হ'ল— অজস্র নিৰীহ মানুহৰ তেজেৰে অসম ৰক্তাক্ত হ'ল, আন্দোলনত যোগ দি বহুতো শ্বহীদ হ'ল, আন্দোলনত যোগ নিদিয়া বহুতো আন্দোলনটোৰ দুষ্কৃতিকাৰীৰ হাতত অত্যাচাৰিত হ'ল, নিহত হ'ল আৰু আন নানাধৰণেও। এই 'বদন' আখ্যা পোৱাসকল নির্যাতিত হ'ল (এনে

নির্যাতনৰ পৰোক্ষ বুলি হ'লো ময়ো কাৰণ আন্দোলন বিৰোধী কাৰণে জন্মলগ্নৰে পৰা জড়িত থকা 'সাপ্তাহিক নীলাচল'ৰ পৰা মোক বিতাৰণ কৰা হৈছিল), সাহিত্য সংস্কৃতিৰ গতি প্ৰায় ৰুদ্ধ হ'ল, ছাত্ৰ-ছাত্ৰীসকলে এটা শিক্ষাবৰ্ষ হেৰুৱাব লগা হ'ল। এনেকি সমাজ বিজ্ঞানীসকলে ক'ব খোজে যে অসম আন্দোলনৰ হিংসা-সন্ত্ৰাসৰ মাটিতে আলফাৰ বীজ ৰোপিত হ'ল। পিছে মাজে মাজে অসমক পুনৰ খুন্দিয়াই থকা আবেগৰ ঢৌবোৰ দেখি ভাবিবলৈ বাধ্য হওঁ— আমি অসমবাসীয়ে ভুলৰ পৰা যেন কোনো শিক্ষা ল'বলৈ নিশিকিলোঁ। ৰাজ্যত একো একোটা অপ্ৰীতিকৰ ঘটনা ঘটে আৰু আমি তেতিয়া পুনৰ তাৰ বিৰুদ্ধে আবেগেৰে উত্তাল হৈ উঠো, যুক্তিৰে, ন্যায়েৰে নহয়। কোনোবা এজন মানুহৰ বিৰুদ্ধে হয়তো কিবা অভিযোগ উঠে আৰু সেইজন বিচাৰকৰ কাঠগড়াত উঠি দোষী প্ৰমাণিত হোৱাৰ আগতেই সেই অভিযুক্তজনৰ শাস্তিৰ দাবীত আমি সৰৱ-গৰম হৈ উঠো, সভা-সমিতি পাতি সেই ব্যক্তিৰ শাস্তিৰ নানা কাৰ্যসূচী হাতত লওঁ। এইবাৰ ফেশ্বন শ্ব'ৰ নামত ব্ৰহ্মপুত্ৰ হোটেলত অৰ্দ্ধনগ্ন হৈ ছোৱালীয়ে তাত যোগ দিয়াৰ বাবে ক্ৰোধৰ আবেগত উতলা হৈ আছুৰ ল'ৰাই সেই ছোৱালীক চুলিত ধৰি লৈ চৰিয়ালেও, অৰ্থাৎ আৰু এবাৰ আইন হাতত লোৱাৰ ঘটনা ঘটিল। এইবোৰ অপসংস্কৃতি-দুৰ্নীতিৰ বিৰুদ্ধে নিৰবচ্ছিন্ন গণতান্ত্ৰিক আন্দোলনৰ বিকল্প জানো কিবা আছে? সকলো অপসংস্কৃতি, অপৰাধৰ অন্যতম প্ৰধান কাৰক জানো দুৰ্নীতি নহয়? আজি নাৰী নিৰ্যাতনৰ যিবোৰ পূৰ্বতে নোহোৱা নোপোজা ঘটনা ঘটিব ধৰিছে তাৰ একেবাৰে মূল কাৰণ দুৰ্নীতি আৰু সেই দুৰ্নীতিৰে ঘটা অঢেল টকাৰে গঢ়ি উঠা এই অশ্লীল, ভোগবাদী সমাজ নহয়নে? আজি প্ৰায় প্ৰতি মধ্যবিত্ত পৰিয়ালৰে দুৰ্নীতিৰে ধন আহি থকা নাইনে, প্ৰায় প্ৰতিটো পৰিয়ালতে এইদৰে অবাধ ধন অহা বাবে তাৰে পৰিপুষ্ট আমাৰ ভৱিষৎ নাগৰিকক আমিয়ে উচ্ছৃংখল কৰি তোলা নাইনে? সেয়ে মই কওঁ— Physician heal thyself. নিজে শুদ্ধ, নিকা, দুৰ্নীতিমুক্ত নহ'লে সমাজৰ অপশক্তিৰ বিৰুদ্ধে সৰৱ হোৱা, আন্দোলন কৰাটো ভণ্ডামিৰ নামান্তৰ। লেতেৰা কাপোৰেৰে লেতেৰা টেবুল চাফা কৰিব নোৱাৰি। টিভিত, চিনেমাত, ৰাস্তাত, আলোচনীত, বাতৰি কাকতত অৰ্দ্ধনগ্ন নাৰীক দেখি থাকি মানুহবোৰে অহৰহ যৌন উত্তেজনাত ভুগি থকাত ধৰ্ষণৰ কাণ্ড বেছি হোৱা নাইনে?

আজি দুৰ্নীতিৰে সংসাৰ চলা তেনে বহুত পৰিয়ালৰ ল'ৰা-ছোৱালীয়েই হয়তো নগ্নতাৰ বিৰুদ্ধে প্ৰতিবাদীৰ ৰূপত আইনৰ গণ্ডী চেৰাই ছোৱালীক মাৰধৰ কৰিছে আৰু তাকে সমৰ্থন কৰি বক্তৃতা দিছে কোনো কোনো নাৰীবাদী নেত্ৰীয়ে। এবাৰ তেনে এখন সভাত বক্তা হিচাপে উপস্থিত থাকি মই কিন্তু কৈছিলোঁ, আইন হাতত নল'বা, আমাৰ বিচাৰ ব্যৱস্থা আছে, প্ৰত্যেক নাগৰিকৰে কৰ্তব্য আইন মানি চলা, আবেগৰ বশবৰ্তী হৈ বিচাৰকৰ ৰায়দানৰ আগতে নিজেই অপৰাধী বিবেচনাৰে অভিযুক্তক শাস্তি দিয়া বা শাস্তিৰ দাবী তোলা এক প্ৰকাৰ ফেচিজম্। সেইবাবেই আলফাৰ জন্মৰ পিছত তেওঁলোকে যেতিয়া নিজেই

ব্যক্তিগতভাৱে বিচাৰ কৰি অপৰাধীক মৃত্যুদণ্ডকে আদি কৰি শাস্তি দিবলৈ ধৰিলে তেতিয়া মই সেই ফেচিজম প্ৰৱণতাত শংকিত হৈ পৰাগ দাস সম্পাদিত 'বুধবাৰ' সাপ্তাহিকতে তাৰ প্ৰতিবাদ কৰিছিলোঁ আৰু পৰাগেও নিৰপেক্ষতাৰে সেই চিঠি প্ৰকাশ কৰিছিল।

আবেগৰ জোঁৱাৰত উটি ভাহি গৈ মানুহে যুক্তি, নিৰপেক্ষতাৰ পথ পৰিহাৰ কৰি, আইনৰ পথ পৰিহাৰ কৰি স্ব-নিয়োজিত বিচাৰক হ'লে আৰু নিজৰ সেই বিচাৰৰ ৰায় কাৰ্যকৰী কৰাৰ দাবীত উত্তাল হৈ উঠিলে মই তাৰ সদায়ে বিৰোধিতা কৰি আহিছোঁ, কৰি যামেই। তাৰ বাবে মই অসম আন্দোলনৰ বিৰোধিতা কৰিলোঁ, আলফাৰ কাৰ্যকলাপৰ বিৰোধিতা কৰিলোঁ, ছোৱালীক হোটেলত মাৰধৰ কৰাৰ বিৰোধিতা কৰিলোঁ আৰু শেহতীয়াভাৱে ৮ মাৰ্চৰ বৃহত্তৰ নুনমাটিৰ নাৰী নিৰ্যাতন বিৰোধী ঐক্যমঞ্চৰ সভাখনতো তেওঁলোকৰ বিশেষ কেতবোৰ শ্লোগানৰো বিৰোধিতা কৰিলোঁ। মই এই কথাও ক'লো যে নাৰীৰ ওপৰত নিৰ্যাতনৰতো লেখ-জোখ নাই, হাতত কলম লোৱাৰ দিন ধৰি তাক লৈয়ো লেখামেলা কৰি আহিছোঁ, আমাৰ ক্ষোভ-দুখ সঁচায়ে অন্তহীন, কিন্তু আমি কোনো বিচাৰাধীন ব্যক্তিৰ সম্পৰ্কে আদালতে ৰায় দিয়াৰ আগতে ফাঁচীৰ দাবী কৰিব পাৰোঁনে? মই ইয়াকো ক'লো— 'মোৰ বিৰুদ্ধেও যদি কোনোবাই কোনো অপৰাধৰ অভিযোগ তোলে আপোনালোকে তাক বিচাৰ নকৰাকৈ মোৰ শাস্তি দিব নেকি?' মই সিদিনা নাৰীমঞ্চৰ নাৰীসকলক 'বৰ্ণালীৰ হত্যাকাৰীক ফাঁচী দিয়ক, কৰবী দুবৰিৰ হত্যাকাৰী ভাগ্য কলিতাক ফাঁচী দিয়ক' আদি শ্লোগানেৰে গৰম হৈ শোভাযাত্ৰাত আগবঢ়া দৃশ্য দেখি পুনৰ্বাৰ আমাৰ এই আবেগ-সৰ্বস্ব অসমত আবেগৰ জোঁৱাৰ দেখি হতভম্ব হৈ পৰিছিলোঁ। ভাগ্য কলিতাৰো বিচাৰ ত্বৰান্বিত হওক, কৰবী দুবৰিক তেওঁ হত্যা কৰা বুলি আদালতে ৰায় দি তেওঁক চৰম শাস্তি দিলে আমি শতমুখে তাক আদৰণি জনাম, কিন্তু কৰবী দুবৰিৰ হত্যাকৰী বুলি ভাগ্য কলিতাক ফাঁচী দিবলৈ দাবী কৰিবলৈ আমি কোনটো আইনৰ সহায়ত নিজেও অভিযুক্তক দোষী প্ৰমাণিত কৰি তেওঁৰ ফাঁচীৰ দাবীত সৰৱ হৈ উঠিছোঁ? এনেকৈ আইন হাতত ল'ব খোজাটো অৰাজকতাৰ নামান্তৰ, দেশৰ বিচাৰ ব্যৱস্থাৰ অৱমাননা। আমাৰ মানুহৰ এনেবোৰ যুক্তি-বৰ্জিত আবেগ-সৰ্বস্ব কাণ্ড কাৰখানা দেখিলে মোৰ সদায়ে বাইবেলৰ এই আপ্তবাক্যষাৰকে মনলৈ আহে— Oh, donot ye judge, lest ye be judged.

— ২০০৫



# অবলা, অন্ধবালা, বীৰবালা আৰু বিৰুবালা

জয় জয়তে বীৰবালা বিৰুবালালৈ আমাৰ আন্তৰিক অভিনন্দন জনাই থওঁ। ইংৰাজীত কথা এষাৰ আছে— Better late than Never বীৰাঙ্গনাগৰাকীক সময়মতে অভিনন্দন জনোৱা নহ'ল, অৱশ্যে এই সময়ত তেওঁক বিভিন্নজনে দেখা কৰিছে, শলাগ লৈ চিঠি-টেলিগ্ৰাম দিছে (নিশ্চয় দিছে), বাতৰি কাকতত ফটোসহ তেওঁৰ বিষয়ে লেখা ওলাইছে, ৰেডিঅ'-টেলিভিছন সকলোতে তেওঁৰ সাক্ষাৎকাৰ লোৱা হৈছে গতিকে এইবোৰৰ ধামখুমীয়াত মোৰ এই অকিঞ্চিৎকৰ লেখাটো একেবাৰে সাগৰৰ মাজৰ বুদবুদৰ দৰে হ'ব, এনে এটা ভাবো আছিল।

অৱশ্যে এইখিনি মোৰ মনৰ কল্পনাৰ এটা ছবিহে আছিল— দৰাচলতে বিৰুবালা ৰাভাৰ বিষয়ে বাতৰি কাকত বা অন্যান্য মাধ্যমত সিমান হৈ-চৈ হোৱা দেখা নাপালোঁ (মই পঢ়া কাকতবোৰতহে অৱশ্যে)। আমাৰ ইয়াত দেখিছো হৈ-চৈ লাগিব লগা কথাবোৰত যিমান হৈ-চৈ লাগিব লাগে সিমান নালাগে, নালাগিব লগা কথাতহে লাগে। ফোঁপোলা মানসিকতাৰ জাতিৰ ইয়ো এক বৈশিষ্ট্য।

সি যি কি নহওক, বহুতে হয়তো ক'ব বিৰুবালা ৰাভাই শান্তিৰ ন'বেল বঁটাৰ বাবে মনোনয়নহে পাইছে— ন'বেল বঁটাটোতো পোৱা নাই— গতিকে এতিয়াই ইমান হৈ চৈ কিয় কৰিব লাগে। পিছে মই কওঁ যে ন'বেল বঁটাৰ বাবে তেওঁক বাছনি কৰক নকৰক, মনোনয়নো পাওক নাপাওক, আমি এনে এগৰাকী 'বীৰবালা'ক লৈ হৈ-চৈ লগাই থাকিবই লাগে— হৈ-চৈ মানে প্ৰচাৰ চলাব লাগে, তেওঁৰ উদাহৰণেৰে চহৰৰ

শিক্ষিতা 'অন্ধবালা'ইঁতক সকলো ধৰণৰ অন্ধবিশ্বাস পৰিহাৰ কৰি বিজ্ঞানসম্মত নীতিৰে জীৱন নিৰ্বাহ কৰিবলৈ শিক্ষা দিব লাগে। পিছপৰা গাঁৱৰ এগৰাকী অৰ্ধ-শিক্ষিতা বুলিও ক'ব নোৱাৰা মহিলায়ো যেতিয়া অন্ধ বিশ্বাসৰ বিৰুদ্ধে সাহসেৰে সংগ্ৰাম চলাই যাব পাৰে তেনেস্থলত চহৰৰ এইসকল মহিলাই যে যুক্তিহীন বিশ্বাস কিছুমানৰ দ্বাৰা পৰিচালিত হৈ আছে সেই সম্পৰ্কে আত্ম-বিশ্লেষণ-আত্মসমালোচনাৰ দ্বাৰা কিয় অলপ সজাগ হ'ব নোৱাৰে? কিয় তেওঁলোকে যুক্তিবাদীসকলৰ যুক্তিপূৰ্ণ কথালৈ মন-কাণ নিদি এই মানসিকতাৰে চকু-কাণ ঢাকি ৰাখিছে যে 'এওঁলোকৰ কথা নুশুনো, এওঁলোকৰ লেখা নপঢ়োঁ'? কিয় এই বিশ্বাসতে ডুবি আছে যে 'কালৰ নিষ্ঠুৰতাৰ বলি হোৱা মানুহৰ উদ্ধাৰৰ উপায় হ'ল— পূজা পাতল।' এই বিশ্বাসেৰে এই 'অন্ধবালা' সকলে প্ৰকৃততে নিজকে অবলা কৰিহে ৰাখিছে, এনে অবলা হৈ থকাৰ গুৰিতে হ'ল তেওঁলোকৰ আত্ম-বিশ্বাসৰ অভাৱ, সেয়ে নিজৰ প্ৰাণ-শৰীৰৰ শক্তিৰ ওপৰত বিশ্বাস নাৰাখি কৰি আছে পূজা-পাতল, দৌৰি গৈছে জ্যোতিষী-সাধু-সন্ন্যাসীৰ ওচৰলৈ, তেওঁলোকে দিয়া নানা বিধান মানি চলিছে, তেওঁৰ পৰা দামী গ্ৰহ-ৰত্ন সংগ্ৰহ কৰি বিভিন্ন ধৰণে শৰীৰত ধাৰণ কৰিছে (যি অন্ধবিশ্বাসৰ সুযোগ লৈ জ্যোতিষীয়ে বিনা আয়াসে টকা ঘটি চিনেমা নিৰ্মাণ কৰি দৰ্শকক একোটাকৈ ঘড়ীও উপহাৰ দিছে)।

পিছে এই কু-সংস্কাৰত আচ্ছন্ন হৈ থকা মহিলাসকললৈ মোৰ প্ৰশ্ন— ইমান পূজা-পাতল কৰি, জ্যোতিষীয়ে বিক্ৰী কৰা মূল্যবান পাথৰৰ আঙঠি পৰিধান কৰি তেওঁলোকে সঁচায়ে কিবা ফল পাইছেনে? মই অন্ততঃ ঘৰে-পৰে ক'তো তাৰ উদাহৰণ দেখা নাই। আনৰ কথালৈ নাযাওঁ, নিজৰ ওচৰ সম্পৰ্কৰ মানুহৰ কথাকে কওঁ। মোৰ এক আত্মীয়ৰ ল'ৰাটো উচ্ছৃংখল হৈ পৰিল (তাক সৰুৰে পৰা কিমান প্ৰশ্ৰয় দি ডাঙৰ কৰিছিল নিজ চকুৰে দেখিছিলো), গতিকে তাক শুদ্ধ পথলৈ আনিবলৈ সাইবাবাৰ ওচৰলৈ দুবাৰো লৈ যোৱা হ'ল, কিন্তু তথাপি ল'ৰাৰ পৰিবৰ্তন নহ'ল, আৰুহে জহান্নামৰ পথেৰে গ'ল।

আৰু এক আত্মীয়ৰ ল'ৰাটো পঢ়া-শুনাত খুব বেয়া, বি এ পাছ কৰিব নোৱাৰেহে নোৱাৰে, হাতৰ আঙুলিবোৰ জ্যোতিষীৰ আঙঠিৰে শোভা পায়ে থাকিল, তথাপি বি এৰ ডেওনা পাৰ হ'ব নোৱাৰে। শেষত যেনিবা এবাৰ পাছ কৰিলে কিন্তু তেওঁলোকে নিশ্চয় ভাবে যে জ্যোতিষীৰ আঙঠিৰ ঠেলাতহে সেই সফলতা আহিল। কিন্তু মই ভাবো— টিউচনৰ ঠেলাত।

আন এক আত্মীয়ৰ নিজৰে নানা টেনচন্ - তাৰ বেছিভাগ কাৰণ তেওঁৰেই সৃষ্ট, নোহোৱা বেমাৰ, নোহোৱা সমস্যা লৈ খুব ঘমাই মৰে আৰু টেনচনত ভুগি ৰাতিৰ নিদ্ৰাহৰণ কৰে। শেষত টোপনি নহাটোৱেই ডাঙৰ বেমাৰ হ'ল। তাৰবাবে কত যে পূজা-পাতল কৰে তাৰ হিচাপ নাই। তথাপি টোপনি নাহে। তেওঁ কয়— ইমান পূজা কৰোঁ, তথাপি ভগৱানে মোলৈ চকু মেলি নাচায়। মই কওঁ— তুমি নিজৰ মাজৰ ভগৱানজনৰ সহায় লোৱাৰ চেষ্টা কৰা, সেই ভগবান হ'ল তোমাৰ দেহ-মনত নিহিত থকা শক্তি, তাক জাগ্ৰত কৰা, তাক

প্ৰাণপন চেষ্টাত, সাধনাত নিজৰ বশ কৰি পেলোৱা— সিয়ে তোমাৰ নানা সমস্যা আঁতৰ কৰিব, সেয়ে আচল ভগৱান।

মই তাৰ পিছত তেওঁৰ তেত্ৰিশ কোটি দেৱ-দেৱতাৰ সলনি মৰ্ত্যৰ দেৱতা বুলি গণ্য কৰা বহুতৰ উদাহৰণ দিবৰ চেষ্টা কৰোঁ, আমাৰ অসমৰ কেন্সাৰৰ লগত যুঁজা মিনতি বৰঠাকুৰ, এইড্‌ছৰ লগত যুঁজা জাহ্নৱী গোস্বামীৰ, শেষত পৰাজয় মানিলেও ঋতম, পপী-সান্ত্বনা ভৰালী আৰু মুনীন ভূঞাৰ উদাহৰণ। এওঁলোকে ডাক্তৰে আশা কৰাৰ বিপৰীতে বেছি দিন বাচি আছে বা আছিল। কিন্তু এওঁলোকৰ ক্ষেত্ৰত কোনো পূজা-পাতল আদি অলৌকিক শক্তিৰ মাহাত্ম্যতো প্ৰদৰ্শিত হোৱা নাই, হৈছে অন্তৰৰ শক্তিৰূপী 'ভগৱান'ৰ মাহাত্ম্য।

মই সেই আত্মীয়ক উল্‌মা ৰুড্‌লফৰ কথাও কৈছিলো, যি জাৰ্মান বালিকাই পলিঅ'ত আক্ৰান্ত হৈও নিজৰ মনোবল আৰু সাধনাৰে অলিম্পিকৰ এশ মিটাৰ দৌৰত দুবাৰকৈ সোণৰ মেডেল লাভ কৰি— 'পংগু লংঘয়তে গিৰি'ৰ দৰে সংস্কৃত প্ৰবাদ বাক্যৰ সত্যতা প্ৰমাণ কৰিছিল।

এই কথাবোৰ কোৱাৰ সময়ত আৰ্মষ্ট্ৰঙৰ (চন্দ্ৰত পদাৰ্পণকাৰীজন নহয়, তেওঁ নীল, এওঁ লেন্স) অসাধাৰণ কাণ্ডবোৰ সংঘটিত হোৱা নাছিল। গতিকে আত্মীয়ক কেতিয়াবা লগ পাই এই কাহিনী আলোচনা কৰাৰ আগতে অসমৰ সমূহ অন্ধবালা অবলা সকলকে মোৰ লেখাৰেই সবলা হোৱাৰ প্ৰেৰণা দিয়াৰ চেষ্টা কৰা যাওক (পিছে হায়, তেওঁলোকে জানো মোৰ এই লেখা পঢ়িব? আমাৰ অসমত এতিয়া ইমান লেখিকা ওলাইছে, কিন্তু তাৰ তুলনাত শতকৰা এশ ভাগৰ এভাগো পাঠিকা জানো ওলাইছে? কিবা পঢ়াতকৈ পূজা-পাতলকে লাগে কৰিব। তথাপি কোনোবাই ক'ৰবাত পঢ়িব এই ক্ষীণ আশাৰেইতো আমি লিখি যাওঁ— নহয় জানো? এতিয়া লেন্স আৰ্মষ্ট্ৰঙৰ কাহিনীটো শুনক:

আমেৰিকাৰ এই দ্বিতীয় অসাধাৰণ পুৰুষ দ্বিতীয় আৰ্মষ্ট্ৰংজন হ'ল এজন ভয়ংকৰভাৱে কেন্সাৰত আক্ৰান্ত বেমাৰী, যি কেন্সাৰৰূপী দৈত্যই তেওঁৰ হাওঁফাওঁ আৰু মগজুও আক্ৰমণ কৰিছে, কিন্তু দুবাৰকৈ অস্ত্ৰোপচাৰৰ ধাক্কা সহি-সামৰি, দীঘলীয়া কেমোথেৰাপী লোৱাৰ পিছতো এই মানুহজনে যি অসাধ্য সাধন কৰিছে, ভাবিলে বিস্ময় আৰু শ্ৰদ্ধাত শিৰনত হৈ যায়। এই মানুহজন এজন চাইকেল চলোৱা খেলুৱৈ, বিশ্বৰ চাইকেল প্ৰতিযোগিতাৰ আটাইতকৈ কষ্টকৰ, প্ৰায় দুঃসাধ্য আৰু সন্মানৰ শীৰ্ষত থকা প্ৰতিযোগিতাটো হ'ল ট্যুৰ দ্য ফ্ৰান্স (Tour de France), এই প্ৰতিযোগিতাৰ আৰম্ভণি হৈছিল ১৯০৩ চনত, এই ৰে'চটোত তিনি সপ্তাহত ৩,৬০০ কিলোমিটাৰ পথ চাইকেলেৰে অতিক্ৰম কৰি লক্ষ্যস্থানত উপস্থিত হ'ব লাগে। পিছে অতি শিহৰণকাৰী খবৰ এইটোৱে যে সবাতোকৈ ভয়ংকৰ বেমাৰত আক্ৰান্ত লেন্স আৰ্মষ্ট্ৰঙেই 'ষ্ট্ৰং' উপাধিক পূৰ্ণ সাৰ্থকতা প্ৰদান কৰি এইবাৰো এই ৰে'চত বিজয়ী হ'ল, তাতোকৈ ডাঙৰ কথা— যোৱা সপ্তমবাৰৰ প্ৰতিযোগিতাতো তেওঁক কোনেও হৰুৱাব পৰা নাই। কাৰণ? তেওঁ শৰীৰত নিহিত শক্তিক, 'ভগৱান'ক পূৰ্ণৰূপত

কামত লগাইছে। 'The Hindu' কাকতৰ 'A triumph of mind over matter' নামৰ এটা সম্পাদকীয়ৰ শেষৰ কথাখিনিৰেই মৱো আৰ্মষ্ট্ৰঙৰ কাহিনীৰ ইয়াতে মোখনি মাৰো : 'His career is a story of implacable will and uncommon guts, of mind prevailing over matter'. মোৰ লগতে মনলৈ আহি যায় ৰবীন্দ্ৰ নাথৰ আত্মত্ৰাণ কবিতাটোৰ এই ফাকি কথাও— 'আপন মাঝে শক্তি ধৰো/নিজেৰে কৰো জয়।' নিজৰ মাজত থকা শক্তিয়েই আটাইতকৈ ডাঙৰ শক্তি।

এতিয়া পুনৰ অবলা, বীৰবালাৰ কথালৈ উভতি আহোঁ। আমাৰ বিৰুবালাই 'ডাইনী' ভূতৰ তথা কুসংস্কাৰৰ বিৰুদ্ধে যুঁজিছে নিজৰ শক্তিৰেই, পূজা-পাতল কৰি কোনো ভগৱানক আহ্বান কৰি তেওঁৰ সহায় লৈ নহয়, তেনেকৈ সহায় ল'বলৈ গ'লে নাৰী সদায়ে অবলা হৈয়ে থাকিব, বীৰবালা বা সবলা হ'ব নোৱাৰিব, অৰ্থাৎ অৰ্ধ শিক্ষিতা বিৰুবালাৰো ওচৰ চাপিব নোৱাৰিব এই শিক্ষিতাসকলে। কোনো অন্ধ বিশ্বাসৰ ওপৰত নিৰ্ভৰ নকৰি, সন্দেহজনক সফলতাত আস্থা নাৰাখি নিজৰ শক্তিৰ ওপৰত আস্থা ৰাখক— এয়ে মোৰ অনুৰোধ। গাঁৱৰ এক প্ৰকাৰ অশিক্ষিতা বড়ো সম্প্ৰদায়ৰ বীৰুবালাই 'ডাইনী' হত্যাৰ বিৰুদ্ধে অকুতো ভয়ে যুজিছে, সেই উদাহৰণ আগত ৰাখক।

শেষত পুনৰবাৰ বিৰুবালালৈ এই মুগ্ধ লেখিকাৰ সশ্ৰদ্ধ প্ৰণিপাত জনালোঁ। হে বীৰবালা, তুমি তোমাৰ এই মহৎ কামত চিৰ ব্ৰতী হোৱা— এয়ে আমাৰ অন্তৰৰ কামনা আৰু শুভেচ্ছা।

— ২০০৫



# তামুলপুৰলৈ গৈছিলোঁ

আমি সৰুতে কাৰ মুখত জানো এনে এটা পদ্য নে গীত শুনিছিলো— 'তামোলপুৰৰ তামোল নহয়, তামোলপুৰৰ চাহ/খাই সকলোৱে কয়— বাঃ বাঃ বাঃ....' পদ্যটোৰ বক্তব্য যে নামটোৰ বাবেই সম্পূৰ্ণ ভুল হৈ গ'ল সেই কথা জানিবলৈ পালো বহুত বছৰ অতিক্ৰম কৰাৰ পাছতহে। কাৰণ তামোলপুৰ তামোলপুৰ নহয়, তামুলপুৰহে, সি তামোলৰ বাবে বিখ্যাত হ'বই নোৱাৰে। অৱশ্যে তাত তামোল গছ আছে, থকাটো স্বাভাৱিক, অসমৰ কোনখন গাঁৱতনো তামোলৰ গছ নাই, এনেকি কংক্ৰিটৰ হাবিলৈ পৰিবৰ্তিত হোৱা গুৱাহাটী চহৰৰ বহুতৰ ঘৰতো তামোলৰ গছ এতিয়াও বিদ্যমান, এঠেঙীয়া বগলী হৈ বতাহত হালি-জালি এতিয়াও নাচি থাকে।

তামুলপুৰ হ'ল নলবাৰী জিলাৰ পূবত অৱস্থিত, ভূটানৰ সীমাৱৰ্তী ঠাই। ঠাইখনৰ নামটো সম্পৰ্কে লোক-বিশ্বাসত থকা কথাখিনি হ'ল এনে ঃ অসমৰ উত্তৰত থকা ভূটানৰ লগত অসমৰ বেহা-বেপাৰকে ধৰি নানা ধৰণৰ সম্পৰ্ক বহুদিনীয়া। পৰ্বতীয়া বাট বা দুৱাৰেৰে সেই ৰাজ্যৰ লগত আমাৰ আহ-যাহ চলিছিল। এনে দুৱাৰৰ সংখ্যা প্ৰায় কুৰিখনৰো অধিক। সেই দুৱাৰৰ ভিতৰত পূব ভূটানৰ দেৱানগিৰি অন্যতম। এই দুৱাৰেই ভূটানৰ লগত আমাৰ প্ৰধান সংযোগৰ পথ। পিছে এই সুচল পথৰ বাবেই ভূটান আক্ৰমণ যেন সহজ হৈছিল। তেৰ শতিকাত অসম আক্ৰমণ কৰিবলৈ অহা প্ৰথম মুছলমানধৰ্মী মানুহ আছিল বখতিয়াৰ খিলজী। তেওঁ প্ৰথমতে ব্ৰহ্মপুত্ৰৰে উজাই আহি পিছত বৰনৈ অৰ্থাৎ পুঠিমাৰী নৈৰে সোমাই তামুলপুৰত অৱস্থান লৈছিল।

ইয়াৰ কেবা শতিকা পিছত ইংৰাজৰ অধীনলৈ অসম যোৱাৰ পিছত তেওঁলোকে পুব ভূটানৰ দুৱাৰবোৰো দখল কৰে। কিন্তু ভূটীয়াসকলে এই প্ৰভুত্ব মানি ল'ব নোৱাৰি দলে দলে পাহাৰৰ পৰা নামি আহিছিল ইংৰাজক আক্ৰমণ কৰিবলৈ। ইংৰাজে ১৮৪১ চনত ভূটীয়াসকলৰ লগত চুক্তি কৰি বছৰি দহ হেজাৰ বা উপাৰ্জিত আয়ৰ এক তৃতীয়াংশ পাহাৰী ৰাজ্যখনে দিয়াৰ বন্দৱস্ত কৰিলে, বিনিময়ত দুৱাৰকেইখন এৰি দিলে। পিছে ইংৰাজক এনেকৈ খাজনা দি ভূটানবাসী অতিষ্ঠ হৈ উঠিছিল, সেয়ে তেওঁলোকে আটাইকেউখন দুৱাৰেৰে আহি ইংৰাজক উপদ্ৰৱ কৰি থাকিছিল। ১৮৬৪ চনত ইংৰাজে ভূটানৰ বিৰুদ্ধে এটা বিৰাট অভিযান চলাইছিল আৰু তম্বু তৰি শিবিৰ পাতি আছিল। ভূটীয়াসকলে সেই তম্বুত জুই লগাই দিছিল আৰু তেনেকৈয়ে তামুলপুৰ (তম্বু পোৰা, তাম্পুলপুৰ, তামুলপুৰ) নামটোৰ বোলে উৎপত্তি হ'ল। পিছে তম্বু পুৰিলেও ১৮৬৬ চনত ভূটানৰ আটাইবোৰ দুৱাৰ ৰাজ্যই ইংৰাজৰ অধীনলৈ যায়।

আজি তামুলপুৰৰ বিষয়ে হঠাতে এইবোৰ লিখাৰ কাৰণ হ'ল— কিছুদিন আগতে মই কেতিয়াও নোযোৱা ঠাইখনৰ পৰা ঘূৰি অহাটো। অৱশ্যে নিজে ঠাই চাবলৈ যোৱা নাছিলো, তামুলপুৰ উচ্চতৰ মাধ্যমিক বিদ্যালয়ৰ বাৰ্ষিক অধিৱেশন আৰু বঁটা বিতৰণী অনুষ্ঠানলৈ মোক আমন্ত্ৰণ জনোৱা বাবেহে তালৈ গৈছিলো। তামুলপুৰৰ প্ৰতি আকৰ্ষণৰ প্ৰধান কাৰণ আছিল— তাৰ লগত অসমৰ আন বহুতো ঠাইৰ মিল নথকাটো। সেই অমিল নিশ্চয় প্ৰত্যক্ষ কৰিবলগীয়া। এসময়ত বড়ো-অসমীয়াৰ সংঘৰ্ষ লগা, সমীপৱৰ্তী ভূটানৰ এই সীমামূৰীয়া ঠাইখনৰ পৰা ভাৰতীয় সেনাই ভূটানৰ পৰা আলফা উচ্ছেদ কৰা অভিযান চলোৱা, এতিয়া বি টি এ ডিৰ অধীনৰ অনা-বড়োপ্ৰধান ঠাইখনত বড়ো-অসমীয়াৰ মাজত থকা সম্ভাৱ সম্প্ৰীতিৰে সঁচায়ে ঠাইখন অসমৰ মেপত নিশ্চয় এখন বৈশিষ্ট্যপূৰ্ণ ঠাই হৈ পৰিছে।

মই আজিকালি ঘৰৰ পৰা সহজে লৰ-চৰ কৰিব নোখোজো, এনেকি নিজৰ চহৰখনতো খুব কমেই ফুৰা মেলা কৰোঁ, কিন্তু তামুলপুৰৰ নাম শুনাৰ লগে লগেই মই উদ্যোক্তাসকলক সম্মতি প্ৰদান কৰিলো। তেওঁলোকে মোক এইটো কথাও কৈছিল যে স্কুলখনৰ পৰিৱেশটো মই বৰ ভাল পাম, কাৰণ আহল-বহল কম্পাউণ্ডৰ, গছ-গছনিৰে ঘেৰা সোণালী বৰ্ষৰ উৎসৱ পালন কৰি উঠা স্কুল ঘৰটোৰ পৰিৱেশ বৰ মনোৰম।

মোৰ লগত গুৱাহাটী বিশ্ববিদ্যালয়ৰ আধুনিক ভাৰতীয় ভাষা বিভাগৰ বড়ো সাহিত্যৰ প্ৰৱক্তা স্বৰ্ণপ্ৰভা চৈণাৰীও মুখ্য বক্তা হিচাপে ওলাইছিল। তেওঁৰ লগত নানা তৰহৰ কথা পাতিলো। বড়ো মহিলা হৈয়ো তেওঁ মোৰ যিমান কিতাপ পঢ়াৰ হিচাপ দিলে (বিশ্বাসযোগ্যতাৰে) সিমান কিতাপ পঢ়া বুলি গুৱাহাটীৰ কোনো প্ৰৱক্তা তথা লেখিকায়ো আজিলৈকে মোক ক'ব পৰা নাই বা কোৱা নাই। অৱশ্যে সাহিত্য সম্পৰ্কীয় কথা-বতৰাতে আমি মগ্ন নাথাকি আন হৰেকৰকম কথাও পাতিছিলো— তাৰে এটা হ'ল গুৱাহাটী বিশ্ববিদ্যালয়ৰ চাকৰিয়ালসকলৰ আৱাসগৃহবোৰৰ আৱাসীসকলক বান্দৰ আৰু সাপে অহৰহ

ভীতিগ্ৰস্ত কৰি ৰখাৰ কথা। শ্ৰীমতী চৈণাৰীও তেনে আৱাসী হোৱা বাবে আৰু বিশ্ববিদ্যালয়ৰ কৰ্তৃপক্ষই সেই বিষয়ে কোনো কাৰ্যকৰী ব্যৱস্থা হাতত নোলোৱা বাবে এনে ভুক্তভোগী হৈ আছে।

আমাক প্ৰতিশ্ৰুতি দিয়া মতেই বিদ্যালয়খনৰ প্ৰাকৃতিক পৰিৱেশ বৰ সুন্দৰ পালো। সন্মুখেৰে যিটো পকা ৰাস্তা গৈছে সেইটোৱে হ'ল ভুটানলৈ যোৱা ঘাই আলি, আগতে ৰাস্তাটো ভাল নাছিল, কিন্তু ভুটানত আলফা উৎখাত কৰা অভিযান সূচল হ'বলৈকে মিলিটাৰীয়ে এতিয়া ৰাস্তাটো ভালকৈ পকী কৰি পেলাইছে। তামুলপুৰত মিলিটাৰীৰ এটা বৃহৎ ঘাটিও আছে। মোক প্ৰথমতে স্কুলখনৰ এন চি চিৰ ছাত্ৰসকলে ইউনিফৰ্ম পৰিধান কৰি গাৰ্ড অব অনাৰ দি আগবঢ়াই লৈ গৈছিল যিটোৱে মোক বৰ লাজ আৰু অস্বস্তিত পেলাইছিল। (হায়— মোৰ এই ক্ষন্তেকৰ গৌৰৱ চোৱাৰ বাবে যে বন্ধু-আত্মীয় মহলৰ ওচৰত কোনো নাই, অলপ ধেমালিহে কৰিলো)।

যথানিয়মত, যথাসময়ত অৰ্থাৎ অসমৰ সকলোতে হোৱা ধৰণে নিৰ্দিষ্ট সময়ৰ বিপৰীতে পলমকৈ সভাৰ কাৰ্য-ক্ৰমণিকা আৰম্ভ হৈছিল। সভাখন গতানুগতিক বুলিয়েই ক'লোহেঁতেন যদিহে তাত বড়োভাষী বক্তাসকলে বড়ো ভাষাত ভাষণ নিদি অসমীয়াত দিলেহেঁতেন, অৱশ্যে বহুতো বড়োয়ে লগতে অসমীয়াতো ভাষণ দিছিল। স্বৰ্ণপ্ৰভা চৈণাৰীয়ে বড়োত আৰু স্থানীয় বিধায়ক বয়সত তৰুণ বিশ্বজিৎ দৈমাৰীয়ে অসমীয়া-বড়ো দুয়োটা ভাষাতে সলসলীয়াকৈ বক্তৃতা দিছিল। ছাত্ৰ-ছাত্ৰীসকলে যি  গীত গাইছিল সেইটোও অসমীয়া-বড়ো দুয়োটা ভাষাতে গাইছিল। এই কাৰ্যসূচী মতে পুৱা পতাকা উত্তোলন কৰিছিল ভাৰপ্ৰাপ্ত অধ্যক্ষ নাৰায়ণ ব্ৰহ্মাই আৰু বাৰ্ষিক অধিৱেশন আৰু বঁটা বিতৰণী অনুষ্ঠানত সভাপতিত্ব কৰিছিল অৱসৰপ্ৰাপ্ত বিষয় শিক্ষক হৰিদত্ত চৌধুৰীয়ে। মই এই নাম দুটা বিশেষভাৱে উল্লেখ কৰাৰ কাৰণ হ'ল তামুলপুৰৰ জনগাঁথনি কেনেধৰণৰ তাক বুজোৱাটো। হয়, ঠাইখনত চৌধুৰী, নাথ, কলিতা, গোস্বামী, হুছেইনহঁত যেনেকৈ আছে তেনেকৈ আছে ব্ৰহ্মা, দৈমাৰী, বসুমতাৰী আদিও— অৰ্থাৎ বড়ো আৰু অনা-বড়ো অধ্যুষিত এখন ঠাই হ'ল তামুলপুৰ আৰু তাৰ ওচৰৰ অঞ্চলসমূহ। তাত শুনা মতে বড়োসকলৰ সংখ্যা কম, অনা-বড়োসকলৰ সংখ্যা বেছি। যুগ যুগ ধৰি তাত বিভিন্ন গোষ্ঠীয়ে মিলাপ্ৰীতিৰেই বাস কৰি আহিছে, কিন্তু উগ্ৰপন্থীসকলৰ প্ৰৰোচনাত কেইবছৰমান আগতে তাত বড়ো আৰু অনা-বড়োৰ মাজত ভাতৃঘাতী সংঘৰ্ষ লাগিছিল। আচলতে এই ঘটনাই সকলোতে ঘটি থাকে— সাধাৰণ মানুহক কিছুমান সাৰশূন্য আশ্বাস দি ভুৱা দেশপ্ৰেমৰ আবেগত উদ্বুদ্ধ কৰি নেতাসকলে ঘাইকৈ নিজৰ ক্ষমতা, প্ৰতাপ-প্ৰতিপত্তিয়ে প্ৰতিষ্ঠা কৰে, সংঘৰ্ষ লাগিলে নেতাসকলে নিৰাপদ দূৰত্বত থাকে (বেছিভাগ ক্ষেত্ৰতে), সাধাৰণ, নিৰীহ মানুহ পোক-পৰুৱাৰ দৰে মৰে। যুগে যুগে সকলো ঠাইতে এইখন কৰুণ, বিভীষিকাময়, প্ৰহসনমূলক নাটকেই সংঘটিত হৈ আহিছে।

সিদিনা হেঁপাহেৰে তামুলপুৰলৈ গৈ মোৰ আনন্দ লগাৰ লগতে খুব দুখো লাগিছিল। প্ৰথমতে দুখ লাগিছিল বড়ো আৰু অসমীয়া দুয়োটা ভাষাতে লিখা নিমন্ত্ৰণ পত্ৰখন হাতত লৈ, কাৰণ বড়ো ভাষা দেৱনাগৰী লিপিত লিখা হৈছিল। স্বাভাৱিক কথা, বড়ো নেতাসকলে বহুতো বিতৰ্কৰ অন্তত দেৱনাগৰী লিপিকে গ্ৰহণ কৰিছে। পিছে সিদিনা তামুলপুৰলৈ গৈ সেই কথাতে দুখ লাগিল, ক্ষোভ জাগিল। বহুত ভাষা জনাটো লাজৰ কথানে গৌৰৱৰ কথা? আমিতো গৌৰৱৰ কথা বুলিয়ে ভাবো আৰু সুবিধাৰো কথা। মই যদি স্পেনিছ ভাষা জানিলোহেঁতেন তেন্তে গেব্ৰিয়েল গাৰ্চিয়া মাৰ্কুৱেজৰ কিতাপ মূল ভাষাতে নপঢ়ি তাক অনূদিত হোৱা ইংৰাজী ভাষাত পঢ়ি লেখকৰ আদি আৰু অকৃত্ৰিম লিখা পঢ়াৰ আনন্দৰ পৰা নিজকে বঞ্চিত কৰিলোহেঁতেন নে? ইংৰাজী জানো বাবেই আমি বহুতো সুপাঠ্য ইংৰাজী কিতাপ পঢ়ি তাৰ আচল নিৰ্যাস গ্ৰহণ কৰি তৃপ্তি লাভ কৰিব পাৰিছো।

তামুলপুৰলৈ গৈ দেৱনাগৰী লিপিত লিখা নিমন্ত্ৰণ পত্ৰ বা স্মৃতিগ্ৰন্থত সেই লিপিৰে লিখা প্ৰবন্ধ-কবিতা দেখি মোৰ সঁচায়ে খুব ক্ষোভ আৰু দুখ লাগিল। যুগ যুগ ধৰি একেলগে বাস কৰা বাবে বড়োসকলে অসমীয়া আৰু অসমীয়াসকলে বড়ো ভাষাটো ক'ব জানে, আনহাতে, অতদিনে এনেকৈ একেলগে বাস কৰি অহা বাবে বড়োসকলে কেৱল যে অসমীয়া ক'বই জানে এনে নহয়, অসমীয়া মাধ্যমত পঢ়ি অহা বাবে অসমীয়া লিপিও পঢ়িব পৰা হৈছিল। কিন্তু এতিয়া দেৱনাগৰী লিপি লোৱা বাবে তেওঁলোকৰ অন্ততঃ বৰ্তমান আৰু ভৱিষ্যতৰ বড়ো মাধ্যমৰ স্কুলত পঢ়া প্ৰজন্মই অসমীয়া ক'ব পাৰিলেও অসমীয়া পঢ়িব নোৱাৰিব— তেতিয়া হ'লে কি অদ্ভুত অৱস্থা এটা হ'ব বা হৈছে ভাবি চাওকচোন— অসমীয়াত কথা ক'ব পাৰে কিন্তু অসমীয়া পঢ়িব নোৱাৰে, গতিকে এখন ভাল অসমীয়া কিতাপ পঢ়িব খুজিলে তেওঁলোকক হয় সেইখন দেৱনাগৰী লিপিত লিখি দিব লাগিব নহ'লে বা বড়ো ভাষালৈ অনুবাদ কৰি দিব লাগিব। ভৱিষ্যতৰ কথা নাজানো— বৰ্তমান অসমীয়া সাহিত্যতকৈ বড়ো সাহিত্যতো শ্ৰেষ্ঠ নহয়, কিন্তু ৰাজনীতিৰ ষড়যন্ত্ৰই বড়ো নেতা এচামৰ জেদে আৰু অসম সাহিত্য সভা তথা অসমীয়াই বড়োসকলক দেখুওৱা অৱহেলাৰ বাবেই নেতাসকলে অসমীয়া লিপি পৰিহাৰ কৰাই বড়ো জনসাধাৰণক অসমীয়া ভাষাৰ গ্ৰন্থ মূল ৰূপত আস্বাদ কৰাৰ তৃপ্তিৰ পৰা বঞ্চিত কৰা নাইনে? বিস্তাৰ, উত্তৰণৰ চেষ্টা নকৰি কূপমণ্ডুকতাৰ আৱৰ্তত স্ব-ইচ্ছাই যোৱাটো উচিতনে? ইয়াকেই জানো সতিনীৰ নাক কাটি আপোনাৰ যাত্ৰা ভংগ কৰা বুলি ক'ব নোৱাৰি?

— ২০০৫



# অপহৰণৰ বিবিধ কাহিনীৰ প্ৰসংগেৰে

বহুত বছৰৰ আগতে এটা গল্প পঢ়িছিলোঁ, কোনে লিখা তাক পাহৰিলোঁ, গল্পটোৰ নামো পাহৰিলোঁ আৰু সঁচা ক'বলৈ গ'লে গল্পটোও ভালকৈ মনত নাই— কেৱল এইটোকে মনত আছে যে সি হ'ল এটা অপহৰণৰ কাহিনী। পিছে সেই অপহৰণ আমাৰ আজিৰ দিনৰ সন্ত্ৰাসবাদীৰ দৰে টকা বিচাৰি কৰা অপহৰণ নহয়। সেই গল্পটোত এজন মানুহক অপহৰণ কৰা হৈছিল ঠিকেই, কিন্তু টকা বা কোনো ধৰণৰ ধন-সম্পত্তিৰ বাবে নহয়, কিতাপ পঢ়ি দিয়াৰ বাবেহে সেই অপহৰণ কৰা হৈছিল। অতি উদ্ভট, অবিশ্বাস্য কাহিনী হ'লেও এটা আমোদজনক কাহিনী। নিৰ্জন দ্বীপ এটাৰ অধিবাসীসকল আছিল সভ্যতা, শিক্ষাৰ পোহৰ নপৰা। এবাৰ এখন জাহাজ সমুদ্ৰত ডুবি যাওঁতে তাৰ পৰা কিবাকৈ কিতাপৰ বাকচ এটা উটি গৈ সেই দ্বীপত লাগিল। তাৰ মানুহবোৰে সেই কিতাপবোৰ পাই বিবুধিত পৰিল— কোনেও লেখাপঢ়া নাজানে কিন্তু কিবাকৈ এই কথা জানে যে সেইবোৰ চকুৰে পঢ়া বস্তু আৰু পঢ়িব পাৰিলে বৰ আমোদ পোৱা যায়। সিহঁতে কিবাকৈ এই কথাও জানে যে সিহঁতৰ দ্বীপটোৰ বাহিৰেও আৰু অইন দ্বীপ বা ভূখণ্ড আছে য'ত সিহঁতৰ দৰেই মানুহ থাকে কিন্তু সিহঁতে এই কিতাপবোৰ পঢ়িব পাৰে। গতিকে এদিন সেই মানুহবোৰৰ এটা দলে গৈ তেনে এখন ঠাইৰ পৰা মনে মনে মানুহ এজন অপহৰণ কৰি লৈ আহিল আৰু তাক ক'লে যে সেই কিতাপবোৰ পঢ়ি দিব পাৰিলে তাক মুক্তি দিব। বেচেৰাই মহা উৎসাহেৰে কিতাপবোৰ পঢ়ি শুনাবলৈ আৰম্ভ কৰিলে। এদিন সকলোবোৰ পঢ়া শেষ হ'ল আৰু সি প্ৰতিশ্ৰুত মুক্তি বিচাৰিলে, কিন্তু দ্বীপটোৰ এক সুকীয়া জীৱন কটোৱা মানুহবোৰে কিতাপবোৰৰ কাহিনী

শুনি শুনি এনে অনাস্বাদিত বৈচিত্ৰ্য আৰু আনন্দৰ সোৱাদ পালে যে বেচেৰা বন্দীকতো মুক্তি নিদিলেই বৰং তাৰ মুখৰ পৰা ন ন কিতাপৰ কাহিনী শুনিবলৈ এইবাৰ অইন ভূখণ্ডৰ পৰাও বিভিন্ন কিতাপ 'অপহৰণ' অৰ্থাৎ চুৰি কৰি অনা হ'ল আৰু সেই অপহৃত মানুহজনক কিতাপবোৰ পঢ়িবলৈ লগাই দিয়া হ'ল। গতিকে মানুহজনৰ হৰিণাৰ মাংসই বৈৰী হোৱাৰ দৰে ঘটনা হ'ল— তাৰ শিক্ষা অৰ্থাৎ কিতাপ পঢ়িব জনাটোৱেই কাল হ'ল, সি আৰু আমৰণ কাল মুক্তি নাপালে।

এই উদ্ভট গল্প, নানা আসোঁৱাহেৰে ভৰা। মই নিজে এনে এটা গল্প লেখা হ'লে এনেদৰে সমাপ্তি ঘটালোহেঁতেন— মানুহজনে দ্বীপটোৰ মানুহবোৰক লাহে লাহে শিক্ষিত কৰি তুলিলে আৰু সিহঁতে যেতিয়া নিজে কিতাপ পঢ়িব পৰা হ'ল তেতিয়া অপহৃতজনক অৱশেষত মুক্তি দিবলৈ ওলাল, কিন্তু মানুহজন ইমানদিন সিহঁতৰ লগত থাকি এনেকৈ মায়াৰ বন্ধনেৰে বান্ধ খাই গ'ল যে নিজেই সিহঁতক এৰি থৈ যাবলৈ সন্মত নহ'ল।

কলেজীয়া দিনতে চোৱা এখন চিনেমালৈও মনত পৰি গৈছে, হলিউডৰ এখন ইংৰাজী চিনেমা, নামটো হ'ল — On an Island with You. নায়কজন কোন অভিনেতা আছিল মনত নাই কিন্তু নায়িকাজনীৰ নামটো মনত আছে, কাৰণ তেওঁ হ'ল এগৰাকী অলিম্পিক সাঁতোৰবিদো— অৰ্থাৎ বিখ্যাত মহিলা বাবেই নামটো মনত আছে, যিটো নাম হ'ল এস্থাৰ উইলিয়ামছ।

কাহিনীটো এই ঃ নায়কৰ বহুত দিনৰে পৰা এস্থাৰৰ ওপৰত চকু, কিন্তু তাই তালৈ উভতিয়েই নেচায়, বহুত দিন ক্লাবত নাচিবলৈ মতা প্ৰস্তাৱো বাৰে বাৰে প্ৰত্যাখ্যান কৰি আহিছে। এদিন নায়কে তাইক অপহৰণ কৰি এটা নিৰ্জন দ্বীপলৈ লৈ গ'ল, বোধহয় সি বিত্তবান মানুহ আছিল, দ্বীপটো বোধহয় তাৰেই আছিল, কাৰণ দেখা গ'ল মানুহ দুনুহ নথকা দ্বীপটোত তাৰ এটা ঘৰ আছে আৰু তাতে নি সি এস্থাৰক ৰাখিলে। তাৰপিছতে প্ৰকাশ পালে নায়কৰ এস্থাৰক অপহৰণ কৰাৰ আচল মতলবটো, সি তাত থকা সংগীতৰ যন্ত্ৰপাতিবোৰ বিদ্যুতৰ সহায়ত সক্ৰিয় কৰি তুলিলে আৰু তাইক তাৰ লগত নাচিবলৈ আহ্বান কৰিলে। অতদিনে তাই তাৰ লগত নাচিবলৈ আপত্তি কৰি আহিছে বাবে তাৰ জেদ বাঢ়ি গৈছে— তাই এবাৰ নহয় এবাৰ তাৰ লগত নাচিবই লাগিব, নাচিলেহে তাইক মুকলি কৰি দিব। একমাত্ৰ এইটো কাৰণতে সি তাইক এইদৰে নিৰ্জন দ্বীপটোলৈ অপহৰণ কৰি আনিছে। কোৱা বাহুল্য শেষত তাই নায়কৰ লগত নাচিবলৈ সন্মত হ'ল আৰু তাৰ প্ৰতি ক্ৰমে আকৰ্ষিতও হৈ পৰিল আৰু শেষত মকৰা এটা দেখি তাই ইমানেই ভয় খালে যে নিজেই গৈ নায়কক সাবটি ধৰিলে। এইখিনিতে মোৰ প্ৰখ্যাত সাহিত্যিক প্ৰয়াত মহেন্দ্ৰ বৰালৈও মনত পৰি গ'ল, তেৰোঁ মকৰাক খুব ভয় কৰিছিল। আমাৰ মাজত এনে বহুত মানুহ আছে— যি ডাঙৰ জন্তুক ভয় নকৰে কিন্তু নিগনি, জেঠী, পঁইতাচুৰুণী আদি ক্ষুদ্ৰ জীৱৰ প্ৰতি আতংকিত হৈ উঠে।

ময়ো এইবাৰ প্ৰকাশন পৰিষদৰ দ্বাৰা প্ৰায় অপহৃতেই হ'ব লগা হোৱাৰ প্ৰসংগক লৈ আজি লেখিব ওলোৱা বাবে পাতনি হিচাপে উপৰোক্ত কথাখিনি লিখি ল'লোঁ। সচিব লক্ষ্মীনাথ তামুলীয়েই স্বয়ং মঞ্চত উঠি কৈছিল যে মোক এক প্ৰকাৰ অপহৰণ কৰিয়ে লৈ যোৱা হ'ল। সেয়া হ'ল চানমাৰিৰ ইঞ্জিনিয়াৰিং ইনষ্টিটিউট বাকৰিত ১৮ মাৰ্চৰ পৰা ২৯ মাৰ্চলৈ অনুষ্ঠিত হোৱা প্ৰকাশন পৰিষদৰ গ্ৰন্থমেলাৰ দ্বিতীয় দিনৰ কথা। গধূলি হঠাৎ তামুলীৰ ফোন আহিল— মই তৎক্ষণাতে কাপোৰ সলাই সাজু হ'ব লাগে, তেওঁ দেৱ বৰাক গাড়ীৰে পঠাই দিব মোক লৈ যাবলৈ।

মোৰ তেনে জৰুৰী তলব পাই মনত পৰিল মায়ে মাতি থকা 'ডাকৰ বচন' এফাকিলৈ— আহ বৰডেকা ভোজ খাবা যাওঁ— কথা নাই বতৰা নাই ব'লা প্ৰকাশন পৰিষদৰ দ্বাৰা অনুষ্ঠিত গ্ৰন্থমেলালৈ।

সি যি কি নহওক, লক্ষ্মীনাথ তামুলীৰ 'আদেশ' অমান্য কৰাৰ মোৰ উপায় নাই, তেওঁ মাতিলে মই যাবই লাগিব, মোক 'অপহৰণ' কৰি নিলেও মই তাক সাদৰ আহ্বান বুলিয়েই ধৰি ল'ব লাগিব, কাৰণ এগৰাকী অসমীয়া হিচাপে ময়ো তেওঁ ওচৰত কৃতজ্ঞ— প্ৰকাশন পৰিষদক মৃতপ্ৰায় অৱস্থাৰ পৰা পুনৰ জীয়াই তোলাৰ বাবে, চৰকাৰৰ তেনে সহযোগিতা নোপোৱা সত্ত্বেও, এইবাৰৰ প্ৰকাশ পৰিষদৰ গ্ৰন্থমেলাখন হ'ব বুলি আশা বাদ দিয়াৰ পিছতো সেইখন সুকলমে অনুষ্ঠিত কৰাৰ বাবে, সহকৰ্মীসকলৰ লগত দিনৰাতি সমানে পৰিশ্ৰম কৰি কেবাখনো আপুৰুগীয়া গ্ৰন্থ প্ৰকাশ কৰি উলিওৱা বাবে লক্ষ্মীনাথ তামুলীৰ সঁচায়ে জবাব নাই!

এয়াতো হ'ল এজন অসমীয়া বা অসমবাসী হোৱাৰ বাবে অনুভৱ কৰা কৃতজ্ঞতা। কিন্তু মই এগৰাকী মহিলা হিচাপেও তেওঁৰ ওচৰত কৃতজ্ঞ। অসমত আমি দেখি আহিছোঁ যে এতিয়াও মহিলাসকলক বিশেষ গুৰুত্ব দিয়া নহয়, সভা-সমিতি, নানা বেচৰকাৰী-চৰকাৰী কমিটী, গ্ৰন্থমেলা আদিৰ নানা অনুষ্ঠান— ক'তোৱে মহিলাক মৰ্যাদাৰ স্থান দিয়া নহয়, বক্তা হিচাপে আমন্ত্ৰণ কৰা নহয়। সেই সময়তে মই বন্ধুসকলৰ লগত লক্ষ্য কৰিলোঁ যে লক্ষ্মীনাথ তামুলী এক ব্যতিক্ৰম, এইবাৰ একান্ত ব্যক্তিগত নামৰ অন্তৰংগ আলাপৰ ন গৰাকী নিমন্ত্ৰিত অতিথিৰ ভিতৰত তিনিগৰাকীয়েই আছিল মহিলা, গ্ৰন্থ উন্মোচনতো মোক আৰু প্ৰীতি বৰুৱাক ভাগ ল'বলৈ মাতিছিল যদিও প্ৰথম দিনা মই ব্যক্তিগত অসুবিধাৰ বাবে যাব নোৱাৰিলোঁ (সেই দিনা অসমৰ প্ৰায় বাৰজনমান স্বনামধন্য ব্যক্তিক একে মঞ্চত উপস্থিত কৰাই তেওঁলোকৰ হতুৱাই প্ৰকাশন পৰিষদৰ বহুতো গ্ৰন্থ উন্মোচন কৰোৱাটোও আছিল এক অভিলেখ), পিছত এদিন গৈহে স্মৃতি গ্ৰন্থখন উন্মোচন কৰিলোঁ।

এতিয়া আহোঁ Last but not least ঘটনাটোলৈ। ২৯ মাৰ্চৰ দিনা গ্ৰন্থমেলাৰ

সামৰণি অনুষ্ঠান, ৪ বজাত সেইখন সভা অনুষ্ঠিত হোৱাৰ কথা। হঠাতে লক্ষ্মীনাথ তামুলী আৰু তেওঁৰ বন্ধু দেৱ বৰাই ঠিক কৰি পেলালে যে তাৰ আগতে তিনি বজাৰ পৰা 'খণ্ডেক সাহিত্য' নামৰ এঘণ্টীয়া অনষ্টুপীয়া অনুষ্ঠান এটা পাতিব। এইবাৰো মোক আৰু মোৰ বান্ধৱীসকলক তাত ভাগ ল'বলৈ প্ৰায় অপহৰণ কৰিয়ে নিলে আৰু মঞ্চত বহুৱালে মোক, প্ৰীতি বৰুৱাক, তোষপ্ৰভা কলিতাক, মীৰা ঠাকুৰক আৰু লিলি ৰাজবংশীক। কোনো পুৰুষ সাহিত্যিকক সেই অনুষ্ঠানৰ মধ্যমণি হ'বলৈ নামাতিলে।

লক্ষ্মীনাথ তামুলীৰ 'বাইদেৱে'কসকলৰ প্ৰতি এই সন্মান প্ৰদৰ্শনে সেই সময়ত মোৰ যি এটা পুৰণি ক্ষোভ নতুনকৈ উদগীৰিত হৈছিল তাত যেন অলপ শান্তিপানী ছটিয়াইছিল। অসম উপত্যকা মেগৰ বঁটা মুঠতে অসমৰ পোন্ধৰজন সাহিত্যিকক প্ৰদান কৰা হৈছিল— ময়ে আছিলোঁ তাৰ ভিতৰত একমাত্ৰ মহিলা সাহিত্যিক। এইবাৰ পঞ্চদশ বঁটাপ্ৰাপ্ত সাহিত্যিকজন হ'ল ড° লক্ষ্মীনন্দন বৰা। মোৰ বাদে এওঁলোক কাৰো বাবতে কোনো কটু কথা শুনোৱা হোৱা নাছিল— অৱশ্যে সৌৰভ চলিহাৰ ক্ষেত্ৰত আলফাই মেগৰৰ এই বঁটা ল'ব নালাগে বুলি সকীয়নি দিছিল আৰু তাৰ প্ৰত্যুত্তৰত মই 'প্ৰান্তিক'ত 'সাহিত্যিকৰ স্বাধীনতা' বুলি এটা উথ্মাভৰা লেখাও লিখিছিলো। যিহওক, অসমৰ বাইজে কিন্তু এওঁলোকৰ কাৰো বিৰুদ্ধে কোনো বিৰূপ মন্তব্য দিয়া নাছিল— লক্ষ্মীনন্দন বৰাৰ ক্ষেত্ৰতো দিয়া নাই বৰং তেওঁক আদৰণি জনাই অ'ত ত'ত লেখা প্ৰকাশ কৰিছিল। এয়ে সুস্থ নীতিবোধ। পিছে মই বঁটাটো পোৱাৰ সময়ত প্ৰথমবাৰৰ বাবে এগৰাকী লেখিকাই পোৱা বুলি মোক বিশেষভাৱে অভিনন্দিত কৰি ক'তো কোনো লেখকে লেখাতো প্ৰকাশ কৰা নাছিলেই (অৱশ্যে তোষপ্ৰভা কলিতাই মোৰ বিষয়ে বহু আগতেই প্ৰকাশ কৰা এটা কবিতা স্বতঃ প্ৰণোদিত হৈ পুনৰ 'সাদিন'লৈ পঠোৱাত 'সাদিনে' সেইটো প্ৰকাশ কৰিছিল) বৰং বঁটা প্ৰদান অনুষ্ঠানৰ দিনা 'প্ৰতিদিন' দৈনিক কাকতত বিশেষ স্থানত বক্স কৰি তাত এখন অতি বিৰূপ মন্তব্যৰ চিঠিহে প্ৰকাশ হৈছিল যে এই বঁটাটো লৈ অসমৰ সাহিত্যিকসকল মেগৰৰ পকেটত সোমাল, মেকুৰীৰ দৰে এওঁলোকৰ ডিঙিত এতিয়া কোনে টিলিঙা আঁৰে?

পিছে মোৰ বাবতহে সেই প্ৰশ্নটো কিয় মনলৈ আহিল— আগতে ড° ভবেন্দ্ৰ নাথ শইকীয়া, নৱকান্ত বৰুৱা, চৈয়দ আব্দুল মালিক, চন্দ্ৰপ্ৰসাদ শইকীয়া, হীৰেন ভট্টাচাৰ্য, মহিম বৰা আদিৰ ক্ষেত্ৰত সেই প্ৰশ্নটো কিয় উত্থাপিত নহ'ল? প্ৰথমবাৰৰ বাবে এগৰাকী মহিলাই সেই বঁটাটো পোৱা বাবে ক'ত বিশেষভাৱে অভিনন্দিত কৰিব, নাই, সেই নিন্দাসূচক চিঠিখনহে ওলাল, আৰু বাতৰি কাকতখনেও তাক একেবাৰে বিশেষ স্থান দি প্ৰকাশ কৰিলে। অসমৰ পুৰুষ তান্ত্ৰিক সমাজখনত মহিলাসকল এক প্ৰকাৰ হলা গছৰ দৰে, তাত বাগি কুঠাৰ মাৰিবলৈ যেন কুঠাৰখন উদ্যত হৈয়ে থাকে। সেইদিনা ৰাতিপুৱা পঢ়া সেই চিঠিখনৰ তিক্ত অনুভূতি এটা লৈয়ে মই আবেলিৰ বঁটা প্ৰদান অনুষ্ঠানলৈ যাব লগা হৈছিলোঁ।

আমাৰ মহিলাসকলে পদে পদে পোৱা এনে নানা অমৰ্যাদাৰ মাজত লক্ষ্মীনাথ তামুলীৰ এই শ্ৰদ্ধা, এই আগ্ৰহ আমাৰ বাবে এইবাৰ গ্ৰন্থমেলাত এক ডাঙৰ প্ৰাপ্তি হিচাপে মনৰ মণিকোঠাত থাকি যাব। আগতে উল্লেখ কৰি অহাৰ দৰে লক্ষ্মীনন্দন বৰাই মেগৰ বঁটা গ্ৰহণ কৰাৰ সময়ত মোৰ পুৰণি স্মৃতিয়ে জগাই তোলা ক্ষোভত যেন সঁচায়ে শান্তিপানী ছটিয়াইছিল।

গতিকে সিদিনা সন্ধিয়া মোক অপহৰণ কৰি নি তেওঁ যেতিয়া সংগীত সন্ধিয়াটো মোৰ দ্বাৰা উদ্বোধন কৰালে তেতিয়া বাৰু মই বাৰে বাৰে তেনেদৰে 'অপহৃত' হৈ থাকিবলৈ সানন্দে সাজু হৈ নাথাকিম নে?

— ২০০৬



## ওম্ সৰস্বত্যৈ নমঃ

দেৱ-দেৱী, পূজা-পাতল নামানো, কিন্তু তথাপিও ভাৰতবৰ্ষৰ তেত্ৰিশ কোটি দেৱতাৰ (অতি ধাৰ্মিক হিন্দুৱেও যে সেই তেত্ৰিশ কোটিৰ কিয়, এক কোটিৰো নাম ক'ব নোৱাৰিব, তাক মই বিনাদ্বিধাই ক'ব পাৰো।) ভিতৰত মোৰ তিনি গৰাকীৰ প্ৰতি অলপ দুৰ্বলতা আছে— তেওঁলোক হ'ল দুৰ্গাদেৱী, বীণাপাণি দেৱী তথা সৰস্বতী দেৱী আৰু গণেশ দেৱতা। এই তিনিগৰাকী মোৰ প্ৰিয় তিনিবিধ গুণৰ প্ৰতীক বুলিয়েই বোধহয় মই তেওঁলোকক আৰাধ্য বুলি ভাবোঁ।— সেই গুণবোৰৰ ভিতৰত হ'ল দুৰ্গাৰ শক্তি, সৰস্বতীৰ বিদ্যা আৰু গণেশৰ মুখাবয়বত নিহিত থকা সাংসাৰিক জ্ঞানৰ অভিব্যক্তি। (গণেশৰ ঢাক খাই থকা মুখ, ডাঙৰ কাণ আৰু পিট্‌পিটোৱা চকুৱে যেন বুজাব খোজে - কমকৈ মুখ মেলিবা, বেছিকৈ শুনিবা আৰু চাৰিওদিশে তীক্ষ্ণ নজৰ ৰাখিবা)

মোৰ এই লেখাটো কেতিয়া প্ৰকাশ হ'ব নাজানো, কিন্তু যেতিয়া প্ৰকাশ হ'ব তেতিয়া সৰস্বতী পূজা হয় সমাগত হ'ব, নহয় পাৰ হৈ যাব, মুঠতে সময়টো হ'ব সৰস্বতী পূজাৰ ওচৰ-পাঁজৰৰে সময়। গতিকে প্ৰাসংগিক বুলি ভাবি সৰস্বতীৰ কথাকে কওঁ। এই দেৱীৰ লগত মোৰ বাল্যকালৰ স্মৃতি আনন্দৰো আৰু লজ্জাৰো। একেবাৰে সৰু থাকোঁতে স্কুলত পতা সৰস্বতী পূজাৰ আনন্দ আমি নানাধৰণে উপভোগ কৰিছিলো। আমাৰ উজান বজাৰ বালিকা এম ই স্কুলৰ পৰা ব্ৰহ্মপুত্ৰ নৈৰ দূৰত্ব বেছি নাছিল, তাৰ বিশাল বালিচৰৰ পৰা (এতিয়া কিন্তু গুৱাহাটী চহৰৰ ইটো পাৰত তেনে বালিচৰ নপৰে) আমি পূজামণ্ডপ সজাবলৈ বালি আৰু ঝাউবন

কঢ়িয়াই আনিছিলো। সেই কামৰ বাবে আমাৰ অকণি প্ৰাণবোৰত যে কি উৎসাহ-উদ্দীপনা, কি ফূৰ্তি। আনহাতে বিদ্যাৰ অধিষ্ঠাত্ৰী দেৱীগৰাকীৰ ওচৰত আমি বিদ্যা বিচাৰিওতো প্ৰাৰ্থনা কৰিব লাগিব, তেতিয়া এই কথা শুনিছিলো এখন কাগজত এটা শব্দ এশ পাঁচবাৰ লিখি দেৱীৰ চৰণৰ ওচৰত প্ৰাণৰ নৈবেদ্য হিচাপে থৈ দিলে তেওঁ বিদ্যা দান কৰে। গতিকে পূজাৰ আগদিনাতে পৰম যত্ন সহকাৰে, পৰম ভক্তিৰে দোৱাতত পাখি কলম জুবুৰিয়াই জুবুৰিয়াই যথাসম্ভৱ সুন্দৰ আখৰেৰে সেই এশ পাঁচটা শব্দ লিখি পিছদিনা স্কুললৈ গৈ প্ৰতিষ্ঠা কৰা দেৱীৰ চৰণ-কমলত আলফুলে, সভক্তিৰে থৈ দিছিলো।

সৰস্বতী-পূজাৰ সময়ত আমাৰ স্কুলত তেতিয়া লুচি ভাজি আৰু আলু-মটৰ, বন্ধা কবিৰ আঞ্জা ৰান্ধি স্কুলৰ সকলোৱে খোৱাৰ নিয়ম আছিল, এতিয়াৰ দৰে খিচিৰি বন্ধা নহৈছিল। ছাত্ৰীসকলেই বাইদেউসকলৰ তত্ত্বাবধানত সেই কাম কৰিছিল। আমি সকলো ছাত্ৰীয়েই সেই কামত কম-বেছি পৰিমাণে হাত লগাইছিলো, এতিয়াৰ দৰে সাৰ দৰব প্ৰয়োগ কৰি সা-সোৱাদ নোহোৱা কৰা বন্ধা কবিতো নাছিল, তাৰ গোন্ধেই আছিল মকমকীয়া, সেই আঞ্জা যে কি সুস্বাদু হৈছিল, আজিও যেন তাৰ সোৱাদটো মুখত লাগি আছে, এনে লাগে। তেনে বন্ধা কবিৰ আঞ্জা সৰস্বতী পূজাৰ বাহিৰে আৰু যেন কেতিয়াও খোৱা নাই।

আমাৰ দিনত সৰস্বতী পূজাৰ যিবোৰ বন্দনা গান গোৱা হৈছিল, সি যেন আজিও অতীতৰ বুকুৰ পৰা উৰি আহি বুকুত খুন্দা মাৰি থৈ যায়— 'আহা বীণাপাণি, দুখীয়া দুৱাৰে/অবুজন সন্তানে মাতিছো আই কাতৰে/ভৱভূতি, কালিদাস, বাল্মিকী, বেদব্যাস... ইত্যাদি ইত্যাদি।

পিছে মোৰ সেই ভক্তিৰ যুগ অতিক্ৰম কৰোতে বেছি বছৰ নালাগিল, অষ্টম শ্ৰেণীতে মই ঘোৰ নাস্তিক হৈ পৰিলো আৰু পূজাস্থলীত দেৱীক অপমান কৰিলো— বোলো এয়া মাটিৰ মূৰ্তিৰ বাহিৰে আন একো নহয়। কি অপমান কৰিলো আজি সেই কথা লিখিবলৈ কলমডালেই দেখোন বিদ্ৰোহ কৰিছে। পিছে মোৰ স্মৃতিকথা 'বিশ্বাস আৰু সংশয়ৰ মাজেদি'ত তাৰ বিশদ বৰ্ণনা দিছো— কোনোবা পাঠকে জনাৰ আগ্ৰহ অনুভৱ কৰিলে পঢ়ি চাব পাৰে।

সিদিনা মই তাৰুণ্যৰ ঘোৰ ঔদ্ধত্যত দেৱীৰ মূৰ্তিক হেনস্থা কৰাই নহয়, সদৰ্পে ঘোষণা কৰিছিলো নিজৰ মেধা শক্তিৰে। মোৰ কাষত সহপাঠীসকলে সভয়ে চিঞৰি উঠি কৈছিল যে এইবাৰ সৰস্বতীয়ে মোক ভয়ংকৰভাৱে শাপিব, পৰীক্ষাত ফেল কৰাই দিব। মই তেতিয়া হাঁহি হাঁহি কৈছিলো— মাটিৰ মূৰ্তিয়ে একোকে কৰিব নোৱাৰে, তোমালোকে চাই থাকিবা— মই এই বছৰেকীয়া পৰীক্ষাতো প্ৰথম হ'ম আৰু সকলো বিষয়তে বহুত নম্বৰ পাম। মোৰ কথা সঁচা প্ৰমাণিত হ'ল, মোতকৈ তলৰ স্থান অধিকাৰ কৰাজনীয়ে অৰ্থাৎ পৰীক্ষাৰ ফলাফল মতে ক্লাছত দ্বিতীয় হোৱা ছোৱালীজনীয়ে মোতকৈ মুঠ এশ নম্বৰ কম পাইছিল। (অৱশ্যে কলেজীয়া দিনত মই কোনো পৰীক্ষাতে বিশেষ মেধাৰ পৰিচয় দিব নোৱাৰিলো, কিন্তু স্কুলীয়া জীৱনত শ্ৰেণীত সদায় প্ৰথম হৈ থাকিছিলো)।

কিন্তু দেৱী সৰস্বতীৰ সামূহিক কৃপাওতো মোৰ ওপৰত বৰ্ষিত হৈয়ে থাকিল— পঢ়াশুনাও মোটামুটি ভালকৈয়ে কৰি গ'লো, সাহিত্য-চৰ্চাও কৰিলো, পাঠকৰ আদৰো লাভ কৰিলো, নানা ধৰণৰ বঁটা-বাহনৰ স্বীকৃতিও লাভ কৰিলো। পিছে এনে একো সফলতা লাভ নকৰা হ'লে বোধহয় মোৰ মনলৈ ভাব আহিলহেঁতেন যে স্কুলীয়া ছাত্ৰী হৈ থাকোতে সৰস্বতী পূজাৰ দেৱীৰ মূৰ্তিটো কেৱল মাটিৰে মূৰ্তি বুলি কৈ মই কৰা অসন্মানৰ ফল পালোঁ, দেৱীয়ে মোৰ ওপৰত পোতক তুলি মোৰ পৰা সকলো বিদ্যা কাঢ়ি ল'লে। কিন্তু মইতো দেৱীৰ 'বৰ' লাভ কৰিয়েই থাকিলো, ফলত দুষ্কৰ্মৰ বাবে শাস্তি দিবলৈ, মূৰ্তিৰ যে কোনো ক্ষমতাই নাই সেই কথাহে প্ৰতীয়মান হ'ল। অৰ্থাৎ আস্তিক হ'বলৈ মই কোনো শিক্ষা নাপালো, ঈশ্বৰৰ অস্তিত্বৰ কোনো প্ৰমাণ নেপালো। অৱশ্যে ভক্তসকলে তৰ্কৰ খাতিৰত এনে কথা ক'বও পাৰে যে ভগবান বৰ দয়ালু, পাপীক ক্ষমা কৰি দিয়ে। তেতিয়াও কিন্তু মই ওলোটাই তৰ্ক কৰিম যে তেওঁৰ এইখন কি সৃষ্টি যে অপৰাধীয়ে অপৰাধ সংঘটিত কৰিয়ে যাব, পৃথিৱীখন দেখো মানুহৰ বাবে একেবাৰে বাসৰ অযোগ্য হৈ যাব। হয়, ভগবানৰ দ্বাৰা শাস্তি নেপায় বাবেই 'মহাধাৰ্মিক' সকলোৱেও নিৰন্তৰ পাপ কৰিয়েই আছে। পিছে সেইবোৰ তাত্ত্বিক কথা বাদ কি এইবাৰ এটা গল্প কওঁ, গল্পটো সৰস্বতীৰ বিষয়েই, মোৰ এজন প্ৰিয় বাঙালী লেখক বিভূতি ভূষণ মুখোপাধ্যায়ে লিখা (পাঠকে যেন 'পথেৰ পাঁচালি'ৰ লেখক বিভূতি ভূষণ বন্দোপাধ্যায় বুলি ভাবি নলয়)। এওঁ কেতিয়াবা সংক্ষিপ্তভাবে নিজৰ নামটো লিখিছিল 'বভম' বুলিও। একাধাৰে ছিৰিয়াছ আৰু ৰসাল গল্প-উপন্যাস লেখা এই 'বভম'ৰ এটা গল্প হ'ল সৰস্বতীৰ বিদ্যাৰম্ভক লৈ। বঙালী মানুহে সন্তানক প্ৰথমবাৰৰ বাবে লেখা-পঢ়া শিকাবলৈ গৈ বিদ্যাৰম্ভৰ এখন পূজা পাতি লৈছিল। এই গল্পটোৰ নায়ক সৰু ল'ৰাটোকো সৰস্বতীৰ মূৰ্তিৰ আগত পূজা পাতি হাতত চিলট পেঞ্চিল তুলি দিয়া হৈছিল। তাৰ পিছত ল'ৰাটোৱে মাকৰ পৰা বিদ্যাৰ আৰাধ্যা দেৱী সৰস্বতীৰ কাহিনী শুনিবলৈ হেঁপাহ কৰিছিল আৰু মাকক সুধিছিল - সৰস্বতীৰ বিদ্যাৰম্ভ কৰিবলৈ এনেকৈ পূজা পতা হৈছিল নে নাই। মাকে তেতিয়া কৈছিল— ক'ত ছাগে হৈছিল, বাপেকটো হ'ল ভণ্ডুলা, ভিখাৰী, ঘোৰ অসংসাৰী— গাত পিন্ধিবলৈ বস্ত্ৰই নাই, বাঘৰ ছাল পিন্ধি থাকে, চাৰিটাকৈ সন্তানক পোহপাল দিয়াই টান, তাৰপিছত আকৌ বিদ্যাৰম্ভৰ দৰে খৰচী কাৰবাৰ! কথাবোৰ শুনি ল'ৰাটোৰ মনত বৰ দুখ হ'ল— আনক বিদ্যা বিলোৱা বেচেৰী সৰস্বতীজনীৰ বিদ্যাৰম্ভ নহ'ল।

পিছদিনা পুৱাৰ পৰা ল'ৰাটোক স্কুললৈ পঠোৱাৰ কথা, কিন্তু তাক স্কুলৰ বাবে খুৱাই -বুৱাই সজাই পৰাই সাজু কৰিবলৈ মাকে তাক প্ৰথমতে ঘৰৰ ক'তো বিচাৰি নেপায়হে নেপায়, শেষতহে সকলো ঠাইতে বিচাৰি উঠি গোঁসাই ঘৰতো বিচাৰিবলৈ গৈছিল আৰু দেখা গ'ল যে সি তাতেই আছে, এনেয়ে অৱশ্যে থকা নাই, হাতত তাৰ চিলট পেঞ্চিল, পেঞ্চিলডাল সৰস্বতীৰ হাতত লগাই দি চিলটখন আগত থাপি সি তেতিয়া কৈ আছিল— 'মাথায় পাগড়ী 'ঙ' লেখো...

গল্পটো পঢ়ি পাঠকে মোৰ দৰে ৰস নিশ্চয় নেপাব, মই কেৱল জঁকাটোহে দাঙি ধৰিলো, কিন্তু সমস্ত গল্পটোৰ সৰস বৰ্ণনা পঢ়ি মই খুব উপভোগ কৰিছিলো।

এতিয়া তেজ মঙহৰ মানুহ সৰস্বতী হোৱাৰ দুই এটা কথা কৈ, সৰস্বতী পূজাৰ বতৰৰ এই প্ৰাসংগিক লেখাৰ সামৰণি মাৰিম।

মানুহক সৰস্বতী নাম দিয়া উদাহৰণ বহুতো আছে— কিন্তু উপাধি খুব কম আছে। সৰুতে এগৰাকী বঙালী লেখিকাৰ গল্প পঢ়িছিলো, তেওঁৰ নাম আছিল প্ৰভাৱতী দেৱী সৰস্বতী। মাতৃ-পিতৃ দত্ত নামটোৰ লগত সেই উপাধিটো কোনোবাই কিবা বিশেষ সন্মান দি প্ৰদান কৰিছিল নেকি নাজানো, কিন্তু আমাৰ দিনৰ নিৰ্মল প্ৰভা বৰদলৈক বোলে নলবাৰীৰ কোনোবা এক গোষ্ঠীয়ে সৰস্বতী উপাধি দিছিল, অৱশ্যে তেওঁৰ 'সৰস্বতী'টো প্ৰভাৱতীৰ দৰে পিছত লগোৱা নাছিল, নামটোৰ আগতহে আছিল। এবাৰ সেই বিষয়ে নৱকান্ত বৰুৱাই নিৰ্মলপ্ৰভা বৰদলৈক প্ৰবীণা শইকীয়া বঁটা প্ৰদান কৰা অনুষ্ঠানটোত মুখ্য অতিথি হিচাপে দিয়া ভাষণত কৈছিল— সৰস্বতী উপাধিটো তাহানিতে এগৰাকী বঙালী লেখিকা প্ৰভাৱতী দেৱীক পিছফালে বহুওৱা দেখিছিলো, নিৰ্মলপ্ৰভাই কিন্তু নামটোৰ আগতহে লেখে, কাৰণটো বা কি... সিদিনা মঞ্চত ময়ো নিৰ্মলপ্ৰভাৰ ওচৰতে বহিছিলো, গতিকে সেইষাৰ কথাত যে তেওঁৰ বিৰূপ প্ৰতিক্ৰিয়াহে হৈছে মোকেই তেওঁ জনাইছিল।

এবাৰ ময়ো সৰস্বতী নাম পাইছিলো, পিছে কোনো গোষ্ঠীৰ পৰা নহয়, এজন ব্যক্তিগত বন্ধুৰ পৰাহে। (মোৰ দৰে অ-পণ্ডিতনীকনো আৰু কোনে সৰস্বতী উপাধি দিব!) সেই দিনটোত মই তেওঁলোকৰ ঘৰলৈ ফুৰিবলৈ গৈছিলো আৰু দুৱাৰৰ কলিং বেল টিপাত বন্ধু গৃহস্থজনে ওলাই আহি মোক দেখি হাঁহি এটা মাৰি ভিতৰলৈ আহ্বান কৰি কৈছিল— 'মই ভাবিছিলো, কোনোবা সৰস্বতী পূজাৰ চান্দা বিচৰা ল'ৰা— পিছে নহয়, স্বয়ং সৰস্বতীহে।

— ২০০৫



# অপচয় বোধ

তাহানি ৰামধেনু যুগতে গল্প এটা লিখিছিলোঁ, নামটো আছিল 'অপচয়', সেইটো মোৰ ১৯৬১ চনত প্ৰকাশ হোৱা প্ৰথম গল্প-সংকলন (প্ৰথম প্ৰকাশিত কিতাপো। ১৯৪৬ চনত মই 'জননী' নামৰ প্ৰথমটো গল্প লেখিবলৈ আৰম্ভ কৰি তাৰ পাছত নিৰবচ্ছিন্নভাবে গল্প লেখি থাকিও তাৰ প্ৰায় ১৫/২০ বছৰৰ মূৰতহে কিতাপ উলিয়াব পাৰিছিলোঁ। কিন্তু এতিয়াৰ লেখিকাক দেখিছোঁ কেইটামান গল্প লেখিয়েই গল্প-সংকলন উলিয়ায়, সাধনা আৰু পৰিপক্কতাৰে উত্তৰণলৈ বাটেই নাচায়) 'অনেক আকাশ'ত সন্নিবিষ্ট হৈছিল।

আজি পুনৰ গল্পটো মনত পৰাৰ কাৰণ হ'ল পণ্ডিতপ্ৰবৰ ড° গোলোকচন্দ্ৰ গোস্বামীৰ এখন বাতৰি কাকতত পঢ়া এটা সাক্ষাৎকাৰ। নানা প্ৰশ্নৰ উত্তৰত এবাৰ তেখেতে কৈছিল যে মহাত্মা গান্ধীৰ শিক্ষাকে সাৰোগত কৰি তেখেতে কোনো ক্ষেত্ৰতে কাগজ নষ্ট নকৰিছিল, এনেকি পুৰণা কাকতৰ অৰ্থাৎ এপিঠিত লেখা থকা কাগজৰ পিছফালৰ উকা অংশতো তেখেতে লিখে। মহাত্মা গান্ধীয়ে হেনো পুৰণি লেফাফা কাটি তাৰ পাছফালেও লিখিছিল।

এই সাক্ষাৎকাৰটোৱে বহু দূৰ অতীতলৈ মোৰ মনটো যেন উৰাই লৈ গৈছিল। আমাৰ পিতা গান্ধীবাদী আছিল আৰু আমাকো গান্ধীজীৰ আদৰ্শৰে চলাৰ শিক্ষা দিছিল, আমাক সকলো কামেই যে সন্মানৰ সেই কথাৰ অৰ্থাৎ Dignity of labour অৰ শিক্ষাও দিছিল, তেওঁৰ সেই শিক্ষাৰ গুণতে যে এজনী মেখেলা-চাদৰ পিন্ধা গাভৰু ছোৱালী হৈও মই বজাৰত বহা জোতা চিলাই কৰা মিস্ত্ৰীৰ ওচৰলৈ মোৰ ফটা জোতা চিলাই কৰিবলৈ হাতত ওলোমাই লৈ গৈছিলোঁ এতিয়া ভাবিলে আচৰিতেই হওঁ।

আমাক শিকোৱা আন এক গান্ধীবাদী শিক্ষা আছিল একোকে অপচয় কৰিব নিদিয়াটো, খোৱাৰ সময়ত থালত একো বস্তু নোখোৱাকৈ এৰি যাব নিদিছিল— বেছি হ'লে আগতে কৈ ল'ব লাগিব। পিতাই কয় - লোককে বিলাবা, তথাপি একো বস্তু নেপেলাবা, নষ্ট নকৰিবা। আমাৰ দেশত তোমালোকে পেলোৱা সেই কেইটামান ভাতৰ বাবে হাহাকাৰ কৰা দৰিদ্ৰ মানুহ বহুত আছে...।

সৰুতে পোৱা সেই অপচয় নকৰা, সামান্য বস্তুকো মূল্য দিয়া শিক্ষাটো এনেকৈ মজ্জাগত হৈ গৈছে যে এতিয়াও মই কোনো বস্তু অলাগতীয়াল বা পুৰণি বুলি পেলাই দিব নোৱাৰো, যাৰ বাবে এনেকি আমাৰ ঘৰত কাম কৰা ছোৱালী এজনীয়ে এবাৰ বিতৃষ্ণাৰে মন্তব্য দিছিল— 'আইতাই যে একো বস্তু পেলাব নোবাৰে।' বিশেষকৈ চৰুত, হেতাত বহুত ভাত লাগি থাকিলে, কেৰাহীত দাইল, আঞ্জা বাকী থাকিলে মই পৰিপাটিকৈ চুঁচি অনা দেখিলে তাই অতি বিদ্ৰূপেৰে কয়— 'আইতা যে ইমান কৃপণ, এটা ভাতো পেলাব নিদিয়ে।' মই অগত্যা কওঁ - 'ভাত লক্ষ্মী, লক্ষ্মীক অনাদৰ কৰিব নেপায়। আমাৰ মায়ে কৈছিল— লক্ষ্মীক অনাদৰ কৰিলে মানুহ দৰিদ্ৰ হয়'— ইত্যাদি, ইত্যাদি।

মোৰ সৰুতে পাঠ্যপুথিত পঢ়া গল্প এটালৈও মনত পৰি গৈছিল, কিন্তু সেই গল্প কোৱাৰ আৰু সাহস নহ'ল, আজিৰ প্ৰজন্মই যি ভৱৰে নহওক কিয়— আমাৰ নীতিমূলক কথা শুনিবলৈ বৰ টান পায় বুলি জানো, বুঢ়া বয়সত স্মৃতি-চাৰণ কৰি ব'ৰ কৰা বুলি ভাবে, বহুবক্তী হোৱা বুলি বিৰক্ত হয়, গতিকে মনৰ ভিতৰতে গল্পটো সোঁৱৰো। গল্পটো হ'ল— এজন ল'ৰাই ধনী মানুহ এজনৰ ওচৰলৈ চাকৰি এটা বিচাৰি বিফল মনোৰথ হৈ উভতি গৈছিল, কিন্তু অলপ দূৰ গৈ সি এটা বুটাম দেখি তাকে বুটলি লৈছিল, পেলনীয়া বস্তু হ'ব পাৰে— কিন্তু কোনে জানে— এদিন যে সেইটো কামত নালাগিব।

চহকী মানুহজনৰ চকুত ল'ৰাটো অগ্নিপৰীক্ষাত উত্তীৰ্ণ হ'ল আৰু তাক লগে লগে এটা ভাল চাকৰি দি দিলে।

এইবোৰ নানা নীতিশিক্ষাৰ পাঠ, আমি কিন্তু সৰুতে পঢ়ি উঠি তাক পৰীক্ষাৰ কামত লগাই পাছত মনৰ পৰা বমি কৰি উলিয়াই দিয়া নাছিলোঁ, জীৱনত মানি চলাবো চেষ্টা কৰিছিলোঁ। সেই শিক্ষাই অহৰহ মনত ক্ৰিয়া কৰি আছিল বাবেই হয়তো সেই 'অপচয়' নামৰ গল্পটো লেখিছিলোঁ যাৰ নায়িকাগৰাকীয়ে নিজৰ দায়িত্ব আৰু কৰ্তব্যবোধৰ তাড়নাত সমস্ত ঘৰখনৰ বোজা নিজৰ কান্ধত লৈ ভনীয়েকক বিয়া দিছিল, ভায়েকহঁতক পঢ়ুৱাইছিল— নিজৰ বিয়াৰ কথা কিন্তু ভাবিবলৈকে নহ'ল। পাছত যেতিয়া আটাইতকৈ ভৰসাৰ স্থল ভায়েকটোৱে ডাক্তৰ হৈ নিজৰ স্বাৰ্থ চিন্তাত মজি থাকি ঘৰখনলৈ পিঠি দিছিল আৰু সামান্য সহায় এটা কৰিবলৈও তাৰ অসমৰ্থতাৰ কথা জনাই দিছিল তেতিয়া সদায় অতি হিচাপী, একোকে অপচয় নকৰা বায়েকজনীয়ে ইমানেই আঘাত পাইছিল যে তাইৰ নিজৰ জীৱনটো এনে এজন ভায়েকৰ বাবে

বলিদান দিয়াটো এক বিৰাট অপচয়ৰ কথা যেন লাগি গৈছিল। গল্পটো শেষ কৰিছিলোঁ এনে প্ৰতীকি ব্যঞ্জনাৰে— 'ইফালে যে চৌকাত খৰিবোৰ এনেয়ে পুৰি পুৰি শেষ হৈ গ'ল সেইফালে আৰু হিচাপী ছোৱালীজনীৰ কোনো খেয়ালেই নেথাকিল।'

আচলতে আমাৰ এই দুখীয়া দেশ ভাৰতবৰ্ষত আমি যিধৰণে বস্তু নষ্ট কৰোঁ, অপচয় কৰোঁ, তাক নকৰা হ'লে বহুতো খাব নোপোৱা পৰিয়ালে খাব পালেহেঁতেন। এবাৰ চীন দেশ ভ্ৰমণ কৰি অহা প্ৰয়াত বিখ্যাত সাহিত্যিক মেদিনী চৌধুৰীয়ে মোক কৈছিল যে সেই দেশত একোকে অপচয় কৰা নহয়— এনেকি মানুহৰ বিষ্ঠাকো সংৰক্ষণ কৰি গোবৰৰ দৰে সাৰ হিচাপে মাটিত প্ৰয়োগ কৰা হয়, ৰাস্তাৰ দাঁতিত কোনো খালী মাটি ৰখা নহয় বা কাষৰ ঘৰৰ বাসিন্দাসকলক তেনেকৈ ৰাখিব দিয়া নহয়, তেওঁলোকে কিবা পাচলিৰ গছ ৰুব লগা হয়। এনে দেশবোৰে উন্নতিৰ শিখৰত আৰোহণ নকৰি আৰু কোনে কৰিব? এবাৰ টিভিৰ ডিছ্‌ক'ভাৰী চেনেলৰ 'Extreme Engineering' নামৰ শিতান এটাত দেখিলো যে জাপানে এনেকি তেওঁলোকৰ দেশক বিপৰ্যস্ত কৰা হাৰিকেন আদি সাগৰৰ ভয়ংকৰ ঢৌকো বশ মনাই তাৰ পৰা বিদ্যুৎ উৎপাদন কৰাৰ চেষ্টা চলাই আছে। তেওঁলোকে বিধ্বংসী সাগৰৰ ঢৌৰো অপচয় হ'বলৈ নিদিয়ে। এনে দেশ আগবাঢ়ি নগৈ আমাৰ ভাৰতবৰ্ষ যাবনে?

এবাৰ ড° অনিমা গুহৰ মুখত এটা কাহিনী শুনিছিলোঁ, তেওঁ বোধহয় এই বিষয়ে ক'ৰবাত লিখিছেও, তথাপি মই প্ৰাসংগিক বুলি ইয়াত পুনৰ দোহাৰো। তেওঁলোক পুনেত থাকোঁতে এবাৰ এজন বিখ্যাত পণ্ডিত ব্যক্তিক তেওঁলোকৰ ঘৰত ভাত খাবলৈ মাতিছিল। মানুহজনে ইমান চুঁচি-মুচি ভাত খাইছিল যে এটা ভাতো পাতত বাকী থকা নাছিল। তেতিয়া অনিমা বাইদেৱে তেওঁৰ পেটেই নভৰিল বাবে তেনেকৈ থালখন চফা কৰা বুলি ভাবি আৰু ভাত দিব খোজোঁতে আলহীয়ে কৈছিল যে তেওঁৰ পেট ভৰিছে, তেনেকৈ প্লেটত এটাও খাদ্য কণা নথকাৰ কথাত কৈছিল যে প্ৰয়োজনতকৈ বেছি বস্তুৰে থাল ভৰাই লৈ পাছত যিখিনি পেলাই দিয়া হয়, অৰ্থাৎ অপচয় কৰা হয়, তাক ৰাহি কৰিব পৰা হ'লে ভাৰতবৰ্ষৰ বহুতো নিৰন্ন মানুহক অন্ন যোগান ধৰিব পৰা গ'লহেঁতেন।

আমি কাগজ উৎপাদনৰ বাবে বহুতো বাঁহ গছ ধ্বংস কৰিব লগা হওঁ। সেয়ে আহক— আমিও ড° গোলোকচন্দ্ৰ গোস্বামীৰ দৰে এফালে লেখা পেলনীয়া কাগজ আৰু পেলাই নিদি তাৰ উকা পৃষ্ঠাত লেখাৰ অভ্যাস কৰোঁ আৰু বাঁহ গছ ধ্বংস কাৰ্য ৰোধলৈ সামান্য হ'লেও অৰিহণা যোগাওঁ। ই আমাৰ কৃপণতাৰ চানেকি নহয়— অনৰ্থক বাঁহ গছ কাটি কৰিব লগা হোৱা ধ্বংসৰ প্ৰতিৰোধৰহে প্ৰচেষ্টা। মই অন্ততঃ এতিয়াৰে পৰা তেনেকৈ কাকত পেলাই নিদি তাৰে উকা পিঠিত লিখিম বুলি ঠিক কৰিলোঁ।

— ২০০৫



# খাদ্যাখাদ্য

এই জীৱনটো যে কি বিচিত্ৰ, সেয়ে হয়টো নানা দুখ-যন্ত্ৰণা-সমস্যা ভৰা জীৱনটো আমাৰ বাবে আমনিদায়ক হৈ নুঠে, জীয়াই থাকিবৰ মন যায়। ইংৰাজীত কথা এষাৰ আছেই— Variety is the spice of life. Spice অৰ্থাৎ মচলাৰ কথাত মোৰ প্ৰথমতে খাদ্য বৈচিত্ৰ্যৰ কথাই মনলৈ আহিছে, পৃথিৱীৰ মানুহে যে কত কি নেখায়। এই কথাত আকৌ মনলৈ আহি যায় সুকুমাৰ ৰায়ৰ 'খাই খাই' নামৰ উদ্ভট কবিতা গ্ৰন্থখনৰ 'খাই খাই' নামৰ মজাৰ কবিতাটোলৈ, তাত থকা বঙালী খানাৰ তালিকাটো বাদ দি আন দেশী-বিদেশী খাদ্যৰে কিছু নমুনা উদ্ধৃত কৰা যাওক :

'ব্যাঙ খায় ফৰাসিৰা (খেতে নয় মন্দ)
বাৰ্মাৰ 'ঙাপ্পি'তে বাপৰে কি গন্ধ!
মান্দ্ৰাজী ঝাল খেয়ে জ্বলে যায় কণ্ঠ,
জাপানেতে খায় নাকি ফড়িঙেৰ ঘণ্ট।
আৰশুলা মুখে দিয়ে সুখে খায় চীনাৰা
ক'ত কি যে খায় লোকে নাহি তাৰ কিনাৰা।

চীনাসকলে আৰশুলা অৰ্থাৎ পইতাচুৰুণী খোৱাৰ কথাত মনত পৰি গ'ল কিছুদিন আগতে চীন দেশ ভ্ৰমণ কৰি অহা ডাঃ লক্ষ্মী গোস্বামীৰ কথা। তেওঁ তালৈ গৈছিল অশোক শইকীয়া, তেওঁৰ শাহুৱেক আৰু ভনীয়েকৰ লগত। চীনাসকল সৰ্বভুক, পোক-পতঙ্গ, ঘঁৰিয়াল, অক্টোপাছ সকলো খায়, লক্ষ্মীৰো খোৱাৰ বাছ-বিচাৰ নাই, তেওঁ হেনো বিলাতত পঢ়া দিনত গৰু-ম'হৰ জিভাৰ ছুপ খাইছিল, এবাৰ তেওঁৰ লগত ইউৰোপলৈ

যাওঁতে মোৰ যে খোৱাৰ কি কষ্ট হ'ল, সাপ-বেং-শামুক আদি সকলো মিহলি থকা খাদ্য খাবলগীয়া হোৱাৰ ভয়ত মইতো বহু সময়ত সুদা নিৰামিষ ছুপেই খাই থাকিছিলোঁ (ভাগ্যে যে নিৰামিষ ছুপ পোৱা যায়।) চীন দেশত মোৰ দৰেই বোলে অৱস্থা হৈছিল অশোক শইকীয়াৰ শাহুৱেক আৰু ভনীয়েকৰ। সেই দেশৰ মানুহে যেন নিৰামিষ খাবই নেজানে, গতিকে খাদ্যত সেইবোৰ সাপ-বেং থকাৰ ভয়তে দুয়ো হেনো প্ৰায় একো নোখোৱাকৈয়ে থাকিব। তোষপ্ৰভা কলিতায়ো তেতিয়া জাপানত থকা জোঁৱায়েক বিপুল শইকীয়াৰ ঘৰলৈ ফুৰিবলৈ যাওঁতে বাহিৰত ক'ৰবাত হোটেলত খাব লগা হ'লে বোলে ভয়তে প্ৰায় একোকে নেখাইছিল, জাপানত মানুহে প্ৰায় কেঁচা মাছো খায়। পিছে খাদ্যাভ্যাসৰ ফলতে হেনো জাপানত কেন্সাৰ বেমাৰ নাই।

পিছে বিদেশত - তাকো দক্ষিণ আমেৰিকাত বোলে আমাৰ দৰে বিলাহীৰ মাছৰ টেঙাও মানুহে খায়। ইংৰাজী ভাষাত লেখা সুলেখিকা মিত্ৰা ফুকনৰ মাক গীতা গোস্বামীয়ে তাৰ আমাজান নদীত নৌ বিহাৰৰ সময়ত বোলে তেওঁ সেই নাৱত (বা জাহাজত) তেনেকৈ মাছৰ টেঙাৰ জোল খাবলৈ পাইছিল। তেওঁ লেখা এটা ভ্ৰমণ কাহিনীত এই কথা পঢ়িবলৈ পাইছিলোঁ।

পিছে বিদেশ কিয়, আমাৰ এই স্বদেশতো মানুহে যে কত কি নাখায়, বিশেষকৈ আমাৰ ট্ৰাইবেল সমাজত। কুকুৰ পিঠা, পোকৰ চাটনি, কুকুৰৰ মাংস, হুৱা পহুৰ (অৰ্থাৎ শিয়ালৰ) মাংস আদি কৰি নানা আমিষ খাদ্য খায়। মোৰ নিজৰ আমিষৰ ক্ষেত্ৰত (মই মাংসই নাখাওঁ) অৰ্থাৎ মাছৰ ক্ষেত্ৰতো বহুত বাছ-বিচাৰ, মই মিছা মাছ, শ'ল মাছ, মাগুৰ মাছ, কাৱৈ মাছ, গৰৈ মাছ আদি বহুত বস্তু নাখালেও খাদ্য বিষয়ত কিন্তু মই মোৰ মাৰ দৰেই উদাৰ, মাই গৰু খোৱাকো সমৰ্থন কৰি কৈছিল যে মানুহে যদি ছাগলী খাব পাৰে গৰু খাব কিয় নোৱাৰে (মোৰ মায়েও মাংস নেখাইছিল)। খোৱাৰ ক্ষেত্ৰত যাৰ যি মন যায় খাওক না, কথাতেই আছে নহয় যে আপ্‌কা ৰুচি খানা...।

আজিকালি অৱশ্যে আমাৰ মাজত নিৰামিষ খোৱাৰ ধুম উঠিছে— এনেকি আমেৰিকাতো হেনো বহুত মানুহে নিৰামিষ খাবলৈ লৈছে, নিৰামিষে হেনো বহুত বেমাৰ কমাই ৰাখে, বাতৰি কাকতো কেতিয়াবা নিৰামিষ খাদ্যৰ সপক্ষে নানা লেখা ওলাই থাকে। গতিকে বহুতৰ মতৰ লগত ময়ো একমত নহওঁ যে আমিষেহে শক্তি বৃদ্ধি কৰে, নিৰামিষে নকৰে। কিন্তু মোৰ নিজৰ বাইদেৱেও মাজে মাজে দুখ প্ৰকাশ কৰি কয়, 'পিতাই সকতে আমাক মাছ-মাংস এৰুৱাই গান্ধীবাদী কৰিলে আৰু ফলত নিশকতীয়া হৈ পৰিলোঁ।' (আমাৰ বাইদেউ কিন্তু একেবাৰে নিশকতীয়া নহয়, চাৰি কুৰি বছৰ হ'বলৈ এতিয়া চাৰি বছৰমানহে বাকী থকা মানুহজনীৰ শক্তি-সামৰ্থ্য আজিৰ বহুতো তেজাল যুৱতীৰ সম-পৰ্যায়ৰে।)

মই বাইদেউক বহুত দিন উদাহৰণেৰে বুজাওঁ যে মোৰ উত্তৰ ভাৰতৰ বৰ বোৱাৰী নিৰামিষাহাৰী, কিন্তু এবাৰ এখন ওখ, গধুৰ চেলফ্ এক হাতেৰে টানি অনা দেখি তবধ

মানিছিলোঁ, একে নিৰামিষাহাৰী মাক-দেউতাকো এই বৃদ্ধ অৱস্থাত ডেকা মানুহৰ দৰেই শক্তিধৰ হৈ আছে। গতিকে কেনেকৈ কওঁ যে আমিষৰ তুলনাত নিৰামিষ খাদ্য বলকাৰক নহয় ?

আজিকালি বাতৰি কাকত, আলোচনীত স্বাস্থ্য-চৰ্চাৰ বহুত কথা থাকে— কি খোৱা উচিত, কি খোৱা অনুচিত সেইবোৰ বহুত উপদেশ দিয়া থাকে, সেই সকলো নিৰ্দেশ মতে চলিবলৈ হ'লে জীৱনৰ ৰূপ-ৰং-ৰস হেৰাই যাব। কণী-গাখীৰ খোৱা ভাল, খোৱা বেয়া - এই দুটা বিপৰীতধৰ্মী মতকে কেতিয়াবা সমৰ্থন কৰা দেখোঁ, কেতিয়াবা বিৰোধিতা কৰা দেখোঁ আৰু তেতিয়া আমি সেইবোৰ খোৱা উচিত নে অনুচিত সেই সিদ্ধান্ত ল'ব নোৱাৰা হৈ পৰোঁ, বিবুধিত পৰি যাওঁ। আকৌ সৰুৰে পৰা স্বাস্থ্যৰ বাবে ভাল বুলি জানি অহা এই বস্তুবোৰ বিশেষজ্ঞই যেতিয়া বিষবৎ পৰিত্যাগ কৰিব লাগে বুলি লিখে তেতিয়া আমাৰ সঁচায়ে ক'ত যাওঁ গোপাল, ক'ত যাওঁ কৃপাল যেন লাগি যায়। ভালেটিহেনো 'টাইমছ অব ইণ্ডিয়া' কাকতে এবাৰ এই বিশেষজ্ঞৰ সাৱধান বাণীৰ কথাক লৈ লেখিছিল যে— Are we scared to death ?

অৱশ্যে আমাৰ মাৰ ডাকৰ বচন মতে— 'জাগি শুবা, বছি খাবা' অৰ্থাৎ খোৱাৰ ক্ষেত্ৰত উচ্ছৃংখলতা উচিত নহয়। আনহাতে মাৰ ডাকৰ বচনত এইষাৰ কথাও আছে— 'শাকে শুক্তাই ভক্ষণ, সি পুৰুষৰ লক্ষ্মণ'— অৰ্থাৎ বাছ-বিচাৰ নকৰি সকলো খোৱাতে পুৰুষাৰ্থ নিহিত হৈ আছে।

এই পৃথিৱীত কি বিচিত্ৰ খাদ্য-ভাণ্ডাৰ যে আছে ভাবিলে বিস্ময় মানিব লাগে, কিন্তু কেৱল বিচিত্ৰই নহয়, অজস্ৰও আছে (যদিও পৃথিৱীত বহুতো দৰিদ্ৰ মানুহে, এনেকি আমাৰ ভাৰতেতো, অনাহাৰত প্ৰাণ-ত্যাগ কৰিব লগা হৈছে। ইয়ো যেন এক বৈচিত্ৰ্য - এই নিদাৰুণ অসাম্য, 'ঈশ্বৰ'ৰ সৃষ্টি 'অমৃতৰ সন্তান' মানুহ, একেই মানুহ, তথাপি কি নিৰ্দয়ভাৱে সেই মানুহৰ গৰিষ্ঠসংখ্যকেই ভোকাতুৰ হৈ থাকে!), প্ৰকৃতিৰ দান বিস্ময়কৰ, বিপুল। সেই প্ৰকৃতিয়ে যে আমাক মাখন, পাউৰুটিৰ গছো দান কৰিছে তাক হয়তো বহুতেই নাজানো। সৰুতে মই 'Coral Island' নামৰ কিতাপ এখন পঢ়িছিলোঁ, সেই দ্বীপত 'Bread Tree' বুলি গছ এজাল থকাৰ কথা পাইছিলোঁ, যাৰ ফলবোৰৰ সোৱাদ সাইলাখ পাউৰুটিৰ দৰে। এতিয়া ক'ৰবাত পঢ়ি গম পালোঁ যে সঁচায়ে 'Bread Tree' আছে। মাখনৰ গছ আছে বুলি জনাই নহয়, সেই মাখন মই খায়ো পাইছোঁ। এভাকাডো নামৰ মধুৰিআমৰ আকাৰৰ এটা ফল আছে, তাক দুফাল কৰি কাটিলে ভিতৰত মাখন ওলায় - সোৱাদো মাখনৰ দৰে। দৰাচলতে সেই ফলটো মাখনৰ দৰেই ব্যৱহাৰ কৰা হয়, সেয়ে তাৰ গুণ। মই ডাঃ লক্ষ্মী গোস্বামীৰ লগত ইউনাইটেড্ আৰব এমিৰেট্ছৰ ৰাচ-আল-খাইমাত থকা জীয়েক তুলতুল মুখাৰ্জীৰ ঘৰত আলহী হৈ থাকোতে সেই এভাকাডোৰ মাখনেৰে পাউৰুটি খাইছিলোঁ। ইয়াৰ আগৰ এখন ৰচনাত উল্লেখ কৰি অহা ড° গোলোক চন্দ্ৰ গোস্বামীৰ

সাক্ষাৎকাৰতো তেখেতে এভাকাডো ফলটোৰ কথা লেখিছে, তাৰ পুলি এডাল আমেৰিকাৰ পৰা আনি তেখেতে হেনো জালুকবাৰীৰ কোৱাৰ্টাৰৰ বাগানতো কইছিল, গছডাল ডাঙৰ হ'ল, কিন্তু ফল নধৰিল। আমেৰিকাৰ দুখীয়া মানুহে তাক বোলে মাখন গছ বুলি কয়। তেখেতে এভাকাডোৰ এটা অসমীয়া নামো দিছে— অসমীয়া ভাষাত শব্দ সৃষ্টিৰ ধৰণ-কথা-প্ৰক্ৰিয়ালৈ লক্ষ্য ৰাখি 'নেৱল' নাম দিলে, যদিও পোনপটীয়াভাৱে এভাকাডোৰ অসমীয়া নাম 'স্নেহফল' হ'ব লাগে (মাখন, ঘিউ আদি স্নেহ জাতীয় পদাৰ্থ নহয় জানো?)।

খাদ্য-অখাদ্যক লৈ এবকলা লিখিলোঁ। শেষত মই ইয়াকে মন্তব্য দিব খোজোঁ যে 'শৰীৰেৰ নাম মহাশয়, যা সওয়াও তাই সয়।' শৰীৰে খাদ্যৰ লগত খাপ খুৱাই লোৱাটোৱে বোধহয় স্বাস্থ্যবিধিৰ মূল কথা।



# চকুৰে সৰিয়হ ফুল দেখা

কিছুদিন আগতে মই চকুৰে সৰিয়হ ফুল দেখিবলৈ আৰম্ভ কৰিছিলোঁ, প্ৰায় আক্ষৰিক অৰ্থতে। পুৱা শুই উঠি দেখিলোঁ চকুৰ আগত সৰু সৰু সৰিয়হ ফুলৰ দৰে কিবা কিছুমান উৰি ফুৰিছে, অৱশ্যে তাৰ তিৰবিৰণি বেছি।

চকুৰ কথা, 'ৰিস্ক্' ল'ব নোৱাৰি গতিকে সেইদিনা আগবেলাই মোক চকুৰ ডাক্তৰৰ ওচৰলৈ নিবলৈ আৰু লগতে সময়ৰ অভাৱত দুই-এটা পৰি থকা কাম শেষ কৰিবলৈ পুত্ৰ প্ৰদীপ্তই বিশ্ববিদ্যালয়ৰ পৰা ছুটী ল'ব লগা হ'ল।

পিছে মোৰ বেমাৰৰ কথা আজিৰ লেখাৰ প্ৰতিপাদ্য নহয়, আমি চহৰীয়া জীৱনত কেনেকৈ পদে পদে চকুৰে সৰিয়হ ফুল দেখিয়েই থাকিব লগা হয় তাৰ বৰ্ণনা দিবলৈহে আগকথা হিচাপে এই কথা লেখি ল'লো।

মই চকু দেখুৱাওঁ পাণবজাৰৰ ডাঃ দুলাল দত্তক, কিন্তু আমাৰ ফোন বেয়া হৈ থকা বাবে তেওঁক এবাৰ ফোন কৰি লওঁ বুলিও কৰিব নোৱাৰিলোঁ। আমাৰ ফোনটো প্ৰায়ে বেয়া হৈ থাকে, কিন্তু 'বিল'খন বেয়াতো নাহে, ভাল পৰিমাণৰ টকাৰ বিলেই আহে, অৰ্থাৎ ফোন বেয়া হোৱা, বহুত দিন আমি ফোনত কথা কোৱাৰ সুযোগ নোপোৱাতো বিলৰ পইচা অলপো নুটুটে, আগৰ দৰেই প্ৰায় একে অংকৰ বিল। আধুনিক যুগত যন্ত্ৰই সুখ দিলেও তাৰ যন্ত্ৰণাওতো কম নহয়, ভোগৰ লগতে দুৰ্ভোগো কম নাথাকে। যোৱা কেইদিনমান আমাৰ একেধাৰে টি ভি, ফ্ৰিজ আৰু ফোন বেয়া হ'ল। সেই যে এটা ইংৰাজী প্ৰবাদ আছে— When it rains it does not

fall only, it pours আৰু একে ধাৰাসাৰ বৰষুণত আমি তিতি মৰো— অৰ্থাৎ মেৰামতিৰ বহুত টকীয়া অংকৰ বিল যেন আমাৰ মূৰত হৰ হৰকৈ সৰি পৰে। তাৰ লগতে আন এটা যন্ত্ৰণা হ'ল— সেই সেই বিকল যন্ত্ৰকেইটা নিৰ্দিষ্ট মেৰামতিৰ দোকানলৈ নিয়া আৰু আন গাড়ী মটৰৰ খৰচৰ লগতে মেৰামতি কৰি দিয়াৰ একোটা দিন নিৰ্দিষ্ট কৰি দিয়াৰ পিছতো সেই সময় নৰখাৰ ফলত হ'বলগীয়া হায়ৰাণ। অৱশ্যে আমাৰ যেতিয়া বি পি এল ব্ৰেণ্ডৰ টিভি আছিল, সেইটো এবাৰ বেয়া হোৱাৰ পিছত তেওঁলোকৰ মানুহ আহি ঘৰতে ভাল কৰি দি গৈছিল। এইবাৰৰটো ফিলিপছ আছিল, কিন্তু তেওঁলোকৰ হ'ম ছাৰ্ভিচ নাই বুলি কোৱাত আমি বহুত দূৰৰ ছাৰ্ভিচ চেণ্টাৰলৈ টিভিটো কঢ়িয়াই নিব আৰু আনিব লগা হৈছিল।

আধুনিক যুগৰ যন্ত্ৰ সভ্যতাই আমাক নানা সুবিধা আৰু স্বাচ্ছন্দ্য দিলেও মাজে মাজে যে চকুৰে সৰিয়হ ফুলো দেখুৱায় এই কথাও ঠিক।

ডাঃ দত্তই মোৰ চকুৰ 'সৰিয়হ ফুল দেখা' ৰোগ নিৰ্ণয়ৰ সম্পূৰ্ণ যন্ত্ৰপাতি নথকাত দিছপুৰ পলি ক্লিনিক বা শংকৰ নেত্ৰালয়লৈ যাবলৈ উপদেশ দিছিল। বাৰে বাৰে ডাক্তৰৰ ওচৰলৈ যোৱাও যে কি যন্ত্ৰণা— আনুষংগিক সৰু-সুৰা যন্ত্ৰণাবোৰতো থাকেই— ডাক্তৰে কেতিয়া চাব তাৰ বাবে বোন্দাপৰ দি বহি থকা, যিবোৰ ঔষধ দিয়ে তাক এখন ঔষধৰ দোকানত বিচাৰি নোপোৱা ইত্যাদি ইত্যাদি। গতিকে শৰীৰৰ যন্ত্ৰপাতি বিকল হোৱা আৰু ঘৰৰ নিত্য ব্যৱহাৰ্য যন্ত্ৰপাতি বিকল হোৱা - কৈছোঁ নহয়। সকলোৱে আমাক যন্ত্ৰণাত দগ্ধ কৰে, চকুৰে সৰিয়হ ফুল দেখুৱায়। ইফালে আমাৰ ঘৰৰ ওচৰত গৱৰ্ণৰৰ বিৰাট জেনেৰেটৰ নামৰ যন্ত্ৰ-দানৱটোৰ বিকট আৱাজৰ অত্যাচাৰো সমানে চলি আছে— কেইখন যে দৰ্খাস্ত দিলোঁ হিচাপ নাই, 'খবৰ'ৰ পাততো দুবাৰমান লেখিলোঁ, অসম ট্ৰিবিউনতো চিঠি দিলোঁ, ড° ৰেণু দেৱীয়েও (তেওঁলোকৰ লগত আগতে একে লগে দৰ্খাস্ত দিছিলোঁ) তেওঁৰ দৈনিক অগ্ৰদূতৰ নিৰ্দিষ্ট শিতানত এই বিষয়ে লেখিলে কিন্তু অৰণ্যত ৰোদনেই সাৰ হ'ল। লাগি থাকিলে ৰোলে মাগি খাব নালাগে, এই ক্ষেত্ৰত সেই আপ্তবাক্যষাৰো মিছা প্ৰমাণিত হ'ল।

মহানগৰীত আৰু নানা ধৰণৰ যন্ত্ৰণা— সি কমক ছাৰি বাঢ়িয়েই আছে। সিদিনা চকু দেখুৱাই তাৰ পৰা বাহিৰে বাহিৰে গ'লো 'ছেইণ্ট মেৰী'জত পঢ়া নাতিনীজনীক স্কুলৰ পৰা আনিবলৈ। অভিভাৱকসকলৰ যিসকলে গাড়ীৰে গৈ তেওঁলোকৰ জীয়ৰী বা নাতিনীহঁতক আনিবলৈ যায় তেওঁলোকে এঘণ্টামান আগতে গৈ যদি ৰাস্তাত বোন্দাপৰ নিদিয়ে তেন্তে স্কুলৰ ওচৰত গাড়ী ৰখাৰ ঠাই নেপায়। বহুত দূৰৈত গাড়ী ৰাখিব লগা হয়। সিদিনাও বহুত দূৰৈত গাড়ী ৰখাই পুত্ৰ স্কুলটোলৈ নাতিনীক আনিবলৈ যোৱাত গাড়ীত বহি মই Fantasy নামৰ পৃথিৱীৰ বিখ্যাত লেখকৰ গল্প সংকলন এখন পঢ়াত মগ্ন হৈ গ'লো— ক'ৰবাত বহুত পৰ বৈ থাকিব লগা হ'লে— বিশেষকৈ ডাক্তৰৰ চেম্বাৰলৈ গ'লে মই কিতাপ বা আলোচনী সদায় লগত নিওঁয়েই (কোনো কোনো ডাক্তৰৰ চেম্বাৰত অৱশ্যে আলোচনী থাকে), এনেয়ে বহি থাকিবলৈ অসহ্য লাগে, সময়বো অপচয় হয়।

সিদিনাও তেনেকৈ কিতাপখন নি সেইসময়ত পঢ়ি আছিলোঁ অ' হেনৰীৰ গল্প 'A Service of Love'। ১৮৬২ চনত আমেৰিকাৰ নৰ্থ কেৰোলিনাত জন্ম লাভ কৰি ১৯১০ চনত মৃত্যুবৰণ কৰা উইলিয়াম ছিডনী প'ৰ্টাৰ নামৰ (অ' হেনৰী তেওঁৰ ছদ্ম নাম) এই লেখক জনৰ জীৱনটো গল্পৰ দৰেই কৌতূহলোদ্দীপক। জীৱনত নানা ধৰণৰ বৃত্তিত নিযুক্ত এই ব্যক্তিজনে শেষত বেংকত কাম কৰিছিল আৰু বেংকৰ টকাৰ লগত জড়িত এটা কেলেংকাৰিৰ বাবে তেওঁৰ আদালতত বিচাৰ হৈছিল। আচলতে তেওঁ হেনো নিৰ্দোষ আছিল আৰু বেংকৰ সেই পইচাৰ পৰিমাণো কম আছিল। পিছে তেওঁ ভয় খাই লেটিন আমেৰিকালৈ পলাই গৈ আত্মগোপন কৰি আছিল। বহুত বছৰৰ পিছত তেওঁ ঘৈণীয়েক মৃত্যু শয্যাত পৰি থকা বুলি গম পাই উভতি আহিছিল আৰু তেতিয়া তেওঁক গ্ৰেপ্তাৰ কৰি পাঁচ বছৰৰ বাবে জেলত দিয়া হৈছিল। জেলত থকা সময়তে তেওঁৰ জীৱনৰ সৰ্বোৎকৃষ্ট গল্পকেইটামান ৰচনা কৰে। অ' হেনৰীয়ে জীৱনত প্ৰায় ছশ গল্প লিখিছিল। তেওঁ প্ৰভূত ধন উপাৰ্জন কৰিছিল যদিও বদান্যতাৰ বাবে তেওঁৰ হাত সদায় খালী হৈয়ে ৰৈছিল। অত্যধিক পৰিশ্ৰম, প্ৰচুৰ মদ গলাধঃকৰণ আৰু যক্ষ্মাৰোগত আক্ৰান্ত হোৱা বাবে তেওঁ মাত্ৰ আঠছল্লিশ বছৰ বয়সতে মৃত্যুবৰণ কৰে।

অ' হেনৰীৰ গল্পত নিমগ্ন হৈ আছোঁ, তাৰ মাজতে হঠাৎ লাউড স্পীকাৰত কোনোবাই চিঞৰি থকা শুনিবলৈ পালোঁ। মই এনেয়ে ভাবিলোঁ কোনোবাই কিবা প্ৰচাৰ চলাইছে। সেইফালে বিশেষ মন-কাণ নিদি পুনৰ পঢ়িবলৈ ধৰিলোঁ— পাঠকে নিশ্চয় জানেই অ'হেনৰীৰ গল্পৰ চমকটো থাকে একেবাৰে শেষত, গতিকে গল্পটো এবাৰ পঢ়িবলৈ আৰম্ভ কৰিলে তাক শেষ নকৰাকৈ এৰা টান।

মোৰ সেই মগ্নতাৰ মাজে মাজে লাউড স্পীকাৰৰ শব্দ ভাহি আহিবলৈ ধৰিলে। তাৰ মাজতে এবাৰ কাণত পৰিল— অমুক নম্বৰ প্লেটৰ অল্টো, তাৰ সন্মুখত থকা অমুক নম্বৰৰ মাৰুতি, আপোনালোকে গাড়ী দুখন এতিয়াও নাঁতৰালে? আমাৰ পুলিচৰ গাড়ী আহি টানি লৈ যাব...?

মই তেতিয়াহে অলপ সজাগ হ'লো, অ' ট্ৰেফিক পুলিচেহে লাউড স্পীকাৰেৰে চিঞৰিছে, ইফালে সিফালে চালোঁ, ক'ত কোনে আইন বিৰুদ্ধভাৱে গাড়ী-পাৰ্কিং কৰিছেনো, কিন্তু আমাৰ শাৰীটোৰ বাহিৰে ক'তো কোনো গাড়ী পাৰ্কিং কৰা চকুত নপৰিল। তাৰ মাজতে এনেয়ে এবাৰ ভাবিলোঁ— আমাৰ গাড়ীখনো অল্টো, আমাৰ সন্মুখতো মাৰুতি কাৰ এখন আছে; কিন্তু আমিতো অইন দিনাৰ দৰে ঠিক ঠাইতে গাড়ী ৰাখিছোঁ। ইফালে পুলিচে গাড়ী দুখনৰ নম্বৰ চিঞৰি চিঞৰি ঘোষণা কৰিয়েই আছে — গাড়ী আঁতৰাওক, নহ'লে আপোনালোকৰ গাড়ী টানি নিয়া হ'ব। আকৌ এবাৰ ভাবিলোঁ আমাৰ গাড়ীখনৰ বা নম্বৰ কি, মইতো নাজানো, যিহওক, পুনৰ গল্পত মনঃসংযোগ কৰিলোঁ।

হঠাৎ দেখিলোঁ পুলিচৰ গাড়ীখন এবাৰ আহি আমাৰ গাড়ীৰ কাষত বৈ গ'ল আৰু ট্ৰেফিক পুলিচে মোকেই সম্বোধন কৰি ক'লে— আপোনালোকৰ গাড়ীখন সোনকালে আঁতৰোৱাৰ ব্যৱস্থা কৰক, নহ'লে আমাৰ গাড়ীয়ে টানি লৈ যাব। কথাকেইটা কিন্তু বেছ বিনম্ৰভাৱেই ক'লে, ভাবিলোঁ, গাড়ীত বহিও কিতাপ পঢ়ি থকা দেখি মোৰ প্ৰতি বোধহয় অলপ সমীহ ভাব জাগিল।

এইবাৰ পুনৰ চকুৰে সৰিয়হ ফুল দেখিব ধৰিলোঁ। এতিয়া কি কৰা যায়, নাতিনীক লৈ পুত্ৰৰ দেখোন দেখা দেখিয়েই নাই— পুলিচৰ গাড়ীয়ে যদি গাড়ীৰে সৈতে মোকো থানালৈ লৈ যায়? এইবাৰ অ' হেনৰীৰ গল্পৰ ছাছপেন্স ক'ৰবাত থাকিল, মই বাৰে বাৰে ডিঙি ঘূৰাই প্ৰদীপ্তক চাবলৈ ধৰিলোঁ। বিৰাট টেনছনতো ছটফটাবলৈ ধৰিলোঁ আৰু অৱশেষত গাড়ীৰ পৰা নামি দিলোঁ— নিয়ে যদি অকল গাড়ীখনকে লৈ যাওঁক— অৱশেষত যেনিবা পুলিচৰ গাড়ী অহাৰ আগতে জীয়েকক হাতত ধৰি, জীয়েকৰ কিতাপ ভৰ্তি কিতাপৰ গধুৰ বেগটো হাতত ওলোমাই প্ৰদীপ্ত আহি পালে। কম দূৰততো গাড়ী ৰাখিব লগা হোৱা নাছিল।

পুলিচৰ নিৰ্দেশৰ কথা শুনি সি কিন্তু গোৰগোৰাই উঠিল বোলে অতদিনততো এইফালে গাড়ী পাৰ্ক কৰাত বাধা দিয়া হোৱা নাছিল, আজি তেন্তে পুলিচৰ কি হ'ল? তদুপৰি ইয়াততো ন' পাৰ্কিং বুলি ক'তো লেখা নাই, তেন্তে কিয় গাড়ী ৰখাত বাধা?

তথাপি আমি লৰালৰিকৈ সেই ঠাই ত্যাগ কৰিলোঁ— কিন্তু মনতে গুজৰি গুমৰি থাকিলোঁ, পুলিচে পাত্ৰিকক ৰক্ষণাবেক্ষণ দিয়ক ছাৰি সময়ে সময়ে আহুকালতহে পেলায়।

গতিকে একেদিনাই মই নানা ধৰণে চকুৰে সৰিয়হ ফুল দেখি থাকিবলগীয়া হ'লো। পিছে নামত মহানগৰী হ'লেও মহানগৰীত থাকিব লগা নানা সুখ-সুবিধাৰ পৰা বঞ্চিত মোৰ দৰে প্ৰায় সকলো গুৱাহাটীবাসীয়ে বোধহয় চকুৰে এইদৰে সৰিয়হ ফুল দেখি থাকিব লগা হয়েই।

— ২০০৫



# কলমতকৈও শক্তিশালী, ভাষণতকৈও শক্তিশালী

যোৱা ১৮ জানুৱাৰীৰ দিনা লক্ষ্মীৰাম বৰুৱা সদনত বাছভাৰা বৃদ্ধিৰ বিৰুদ্ধে অনুষ্ঠিত এখন নাগৰিক সভাত যোগ দিবলৈ গৈছিলো, আমি কেবাজনো বক্তাই এই বাছভাৰা বৃদ্ধিৰ বিৰুদ্ধে সজোৰে প্ৰতিবাদ কৰি ভাষণ দিছিলো আৰু উদ্যোক্তাসকলক ইয়াৰ প্ৰতিকাৰৰ বাবে শক্তিশালী আন্দোলন গঢ়ি তুলিবলৈ আহ্বান জনাইছিলো। হয়, আমি জানো যে আমাৰ 'উদাত্ত' ভাষণে সংশ্লিষ্ট কৰ্তৃপক্ষৰ গাৰ নোম এডালো লৰাব নোৱাৰে, হাতে কামে লাগিলেহে অৰ্থাৎ দৈহিকভাৱে গণ-আন্দোলন গঢ়ি তুলিলেহে যদি কিবা এটা সুফল পাব পাৰি।

ভাষণবোৰ যেনেকৈ শক্তিহীন (অন্ততঃ মই তেনেকৈ ভাবো) কলমডালো তেনেকৈ শক্তিহীন— যদিও কোৱা হয় যে কলম তৰোৱালতকৈও শক্তিশালী। দুই-এক বিৰল ব্যতিক্ৰম বাদ দি (আৰু exception proves the rule) কোনোৱে লিখামেলা কৰি কোনো প্ৰতিকাৰ কৰিব নোৱাৰে। মনত পৰিছে 'দৈনিক জনমভূমি' কাকতৰ বিশিষ্ট সাংবাদিক প্ৰয়াত বদন বৰুৱাৰ এটা লেখালৈ, মৃত্যুৰ আগতে বৰ ক্ষোভেৰে তেওঁ লিখিছিল যে তেওঁৰ বৃত্তিগত সমস্ত জীৱন নানা লেখাৰে বিভিন্ন দুৰ্নীতিৰ প্ৰতিবেদন প্ৰকাশ কৰাৰ পিছতো কোনো বিষয়ৰে কোনো প্ৰতিকাৰ হোৱা নেদেখিলে। মোৰো প্ৰায় একেই অভিজ্ঞতা— কত ধৰণৰ কত লেখাইতো লিখি আহিছো, কিবা এটা লেখাৰ কিবা সুফল পালোনে? গৱৰ্ণৰৰ জেনেৰেটৰৰ শব্দৰ কথা বাতৰি কাকতত কেবাবাৰো লিখিলো, গৱৰ্ণৰলৈ তিনিখনেই দৰ্খাস্ত দিলো, নাই কোনো প্ৰতিকাৰ নহ'ল, জেনেৰেটৰৰ বিকট আৱাজে শব্দ প্ৰদূষণ কৰিয়েই আছে, আমাৰ কাণ

ঘোলা কৰিয়ে আছে। ডাষ্টবিনটো পৰিষ্কাৰ কৰাৰ ক্ষেত্ৰতো একে গাফিলতি, সেই বিষয়েও কত লেখিলো, কাৰো কতো গা নললিল। এনে বিভিন্ন কথাৰে, বিভিন্ন নম্ৰ আবেদন, প্ৰস্তাৱেৰে বাতৰি কাকতৰ পাত ভৰায়ে গ'লো, ক'তো কোনো ধৰণৰ ইতিবাচক সঁহাৰি নাপালো; কোনেও নেপায়, সকলো অৰণ্যত ৰোদনৰ দৰে নিষ্ফল আৰ্তনাদতে ইতি পৰে। সেইবাবেই অনুভৱ কৰো কলম হ'ল এডাল অতি ভোটা অস্ত্ৰ তাৰে একোকে যেন কাটিব নোৱাৰি।

কিন্তু কৰ্মক্ষেত্ৰত নামিলে কিবা কিবি প্ৰতিকাৰ হ'লে কৰি পেলাব পাৰি। অৱশ্যে সকলো হাতে-কামে কৰা সম্ভৱ নহয়, কিন্তু তেনে পৰিস্থিতিত পৰিলে যে লাগি থাকিলে কিছু কাম সমাধা কৰিব পাৰি তাকে ক'বলৈহে মই এই সুদীৰ্ঘ পাতনিটো লিখিলো। দৰাচলতে সেই ১৮ জানুৱাৰীৰ দিনাই তেনেধৰণৰ কাম এটা কৰিলো— অৱশ্যে ঘটনাটো অতি তুচ্ছ, অন্ততঃ দিনে - ৰাতিয়ে যিবোৰ ঘটনা ঘটি আছে তাৰ আগত সেইটো ঘটনা আৰু তাৰ লগত জড়িত অপৰাধ পৰ্বতৰ আগত নিগনিৰ নিচিনা ক্ষুদ্ৰাতিক্ষুদ্ৰ। পিছে এটা কথাও ঠিক, অপৰাধ অপৰাধেই, সৰুৱেই হওক ব: ডাঙৰেই হওক। এটা ক্ষুদ্ৰ ছিদ্ৰয়ো জানো জাহাজ এখন ডুবাব নোৱাৰে— যদিহে তাক সময়মতে বন্ধ কৰা নেযায়?

১৮ জানুৱাৰীৰ বাছভাৰা বৃদ্ধিৰ সভাখন শেষ হোৱাত মই আৰু আন এগৰাকী বক্তা প্ৰীতি বৰুৱা গাড়ীত উঠি ওলাই আহিব খুজি দেখিলো যে জিলা পুথিভঁৰালৰ চৌহদ গাড়ীৰে ভৰি গৈছে, এনেকি গেট বন্ধ কৰিও গাড়ীবোৰ ৰৈ আছে, কিন্তু গাড়ীবোৰত ড্ৰাইভাৰসকল নাই। অগত্যা আমাৰ ড্ৰাইভাৰে গৈ জিলা পুথিভঁৰালত শংকৰদেৱ বিদ্যালয়ৰ যি অনুষ্ঠান চলি আছিল তাৰ উদ্যোক্তাসকলক বিচাৰি উলিয়াই তেওঁলোকৰ দ্বাৰা হলৰ ভিতৰত মাইকযোগে গাড়ীবোৰ আঁতৰাই নিবলৈ আহ্বান জনোৱালে। কেবাখনৰ ড্ৰাইভাৰ আহি নিজ নিজ গাড়ীবোৰ গেটৰ কাষৰ পৰা আঁতৰাই নিলেও। কিন্তু সম্পূৰ্ণ গেট বন্ধ কৰি যিখন ৮০০ নম্বৰৰ মাৰুতি কাৰ ৰৈ আছিল তাৰ ড্ৰাইভাৰজনেই ওলাই নহাত আমি বেছ বিপদত পৰি গ'লো।

ঘটনাক্ৰমে সিদিনাই আবেলিপিছত আমাৰ আৰু এখন সভা আছিল। অসম লেখিকা সংস্থাই নীলিমা দত্ত সোঁৱৰণী অনুবাদ বঁটা সিদিনা ৰেণুমালা দুৱৰাক প্ৰদান কৰাৰ কথা, সভাখনৰ এগৰাকী প্ৰধান উদ্যোক্তা হ'ল প্ৰীতি বৰুৱা, গতিকে তেওঁ অনিৰ্দিষ্ট কাল তাত ৰৈ থাকিব নোৱাৰে। অগত্যা তেওঁক অটো এখন বন্দবস্ত কৰি পঠাই দিয়া হ'ল আৰু মই গেট বন্ধ কৰি ৰখা গাড়ীখনৰ ওচৰতে ৰৈ থাকিলো।

ইতিমধ্যে আমাৰ আহুকালৰ কথা গম পাই জিলা পুথি ভঁৰালৰ সেই অনুষ্ঠানটোৰ প্ৰধান উদ্যোক্তাজনো আমাৰ ওচৰলৈ আহিল আৰু ঘটনাটোৰ বাবে অসহায় দুখ প্ৰকাশ কৰিলে, তেওঁলোকে হেনো মাইকত তিনিবাৰকৈ ঘোষণা কৰিল, তাৰ পিছতো কোনো ড্ৰাইভাৰ ওলাই নহাত অতি আচৰিত মানিলে, অস্বস্তি অনুভৱ কৰিলে। তেনেকৈ প্ৰায় আধাঘণ্টা পাৰ হৈ গ'ল। তেতিয়ালৈ তাত বহুত মানুহে জুম পাতিছিল। তাৰ ভিতৰত

এজন সক্ষ ল'ৰাই কৈ উঠিল — 'এতিয়ালৈ কোনো আহি গাড়ীখন উলিয়াই নিনিলে যেতিয়া কোনোবাই ইয়াত বোমাও থৈ যাব পাৰে।'

একেবাৰে আজিৰ পৰিস্থিতিত ডাঙৰ হোৱা বাস্তৱ চেতনাসম্পন্ন ল'ৰা। মই ল'ৰাটোৰ চিন্তাক শলাগিলো, পিছে কোনোৱে কথাটোত দেখোন সিমান গুৰুত্ব নিদিলে আৰু কোনো গাড়ীখনৰ ওচৰৰ পৰা আঁতৰিও নগ'ল।

ইতিমধ্যে মোক গাড়ীখনৰ আগতে থিয় হৈ থকা দেখি এজনে ক'ৰবাৰ পৰা চকী এখন আনি দিলে, এজনে পুলিচৰ ফোন নম্বৰ উলিয়াই দিলে আৰু কোনোবা এজনে এটা ম'বাইল ফোন আনি দিলে। মই পুলিচক মোৰ নামটো কৈ গাড়ীখনৰ ঘটনাটো ক'লো। সিফালৰ পৰা ক'লে 'এতিয়াই আমাৰ পুলিচ পঠাই দিছো বাইদেউ।'

অৱশেষত পুলিচৰ গাড়ী আহিল, কিন্তু তাৰ আগতে অনুষ্ঠানৰ কাৰ্যসূচী শেষ হোৱাত গাড়ীৰ ড্ৰাইভাৰ আৰু মালিকনী ওলাই আহিছিল। মোৰ তেতিয়ালৈ খঙে মূৰৰ চুলিৰ আগ পাইছিলগৈ, গুৱাহাটী চহৰৰ বুকুত ইমানেই অৰাজকতা চলিল নে যে জিলা পুথিভঁৰালৰ দৰে এটা গুৰুত্বপূৰ্ণ ভৱনৰ গেট বন্ধ হোৱাকৈ তাত কোনোবাই দুঘণ্টা তিনিঘণ্টা গাড়ী পাৰ্ক কৰি ৰখাৰ স্পৰ্দ্ধা দেখুৱাব পাৰে, আইন বিৰোধী কাম কৰিব পাৰে? তাকো যদি গাড়ীত ড্ৰাইভাৰজন বহি থাকিলহেঁতেন।

পুলিচ অহাৰ আগতে ড্ৰাইভাৰ আহি পোৱাত দুই-এজনে ক'ব ধৰিলে— 'যি হ'ল হ'ল, ড্ৰাইভাৰে এটা শিক্ষা পালে নহয়, এতিয়া যাব দিয়ক, ভৱিষ্যতলৈ আৰু এনে কাম নকৰে।' ইতিমধ্যে ড্ৰাইভাৰক বহুতে ধমকি দিছিল। অৱস্থাটো কল্পনা কৰক - ড্ৰাইভাৰে তিনিবাৰকৈ ঘোষণা শুনিও ওলাই অহা নাছিল, মালিকনীয়েও গ্ৰাহ্য নকৰি অনুষ্ঠান চাই বহি থাকিল। ড্ৰাইভাৰে ক'লে যে সি বোলে বেলেগ কিবা নম্বৰ ঘোষণা কৰা বুলিহে ভাবিছিল— যি উত্তৰত মোৰ আৰু বেছি খং উঠি গৈছিল— ই বুৰ্বকেই নে দায়িত্বহীনেই নে পৰোৱা নকৰা ড্ৰাইভাৰ? এনে ড্ৰাইভাৰেতো গাড়ী চলোৱাৰ লাইচেঞ্চ পাব নেলাগে।

মই মনে মনে ৰবীন্দ্ৰনাথৰ কবিতাকে আওৰাইছিলো— 'অন্যায় যে কৰে আৰু অন্যায় যে সহে, তব ন্যায়দণ্ড যেন তাৰে তৃণসম দহে'—। এই গাড়ীৰ ড্ৰাইভাৰ আৰু মালিক দুয়ো আইনভংগৰ অপৰাধত অপৰাধী, পাব্লিকক দুৰ্ভোগ ভোগাইছে, গতিকে শাস্তি পাবই লাগিব। শাস্তি নাপালে পুনৰ ট্ৰেফিক ৰুল ভংগ কৰাৰ সম্ভাৱনা থাকিব, তদুপৰি এই ড্ৰাইভাৰে শাস্তি পালে সি আনৰ বাবেও হ'ব এক দৃষ্টান্তমূলক শাস্তি।

অৱশেষত পুলিচৰ গাড়ী আহিল আৰু মালিকনী— ড্ৰাইভাৰসহ মাৰুতি কাৰখন থানালৈ লৈ গ'ল।

মই সেই দীৰ্ঘ সময়ছোৱা তাত স্ব-ইচ্ছাই আবদ্ধ হৈ থকাৰ সময়ত নানা কথা চিন্তা কৰি আছিলো, অসমত আজিকালি দ্ৰুত গতিত গাড়ীৰ দুৰ্ঘটনাত মানুহ মৰিব ধৰিছে। এবাৰ

মই এঠাইৰ পৰা সভা শেষ কৰি উঠি অহা গাড়ীৰ ড্ৰাইভাৰক সুধিছিলো— আজিকালি ইমান দুৰ্ঘটনা হোৱাৰ কাৰণ কি? ড্ৰাইভাৰে কৈছিল যে ইয়াৰ কাৰণ ঘাইকৈ দুটা - মদ খাই ৰাতি গাড়ী চলোৱা আৰু টোপনি ক্ষতি কৰি গাড়ী চলোৱা। অৰ্থাৎ ড্ৰাইভাৰৰ বেপৰোৱা মনোভাবেই বহুজনৰ অকালতে দুৰ্ঘটনাত প্ৰাণ হৰণ কৰি আছে। সিদিনা ঘটনাস্থলীত আহি উপস্থিত হৈছিল ভৰিণ হাজৰিকা, দিবস ফুকন আৰু অনুপম কুমাৰ। তেওঁলোকে মোৰ যথেষ্ট উৎসাহ দিছিল।

পুচ্ছখণ্ড ঃ আমাৰ মানুহৰ পুলিচৰ ওপৰত অবিশ্বাসৰো সেইদিনা এটা নমুনা পালো। মই অৱশেষত গাড়ীত উঠি উভতিব ওলাওঁতে এজন মানুহে মোক এখন সৰু কাগজত গাড়ীৰ নম্বৰটো আৰু এছ পিৰ ফোনৰ নম্বৰটো দি কৈছিল— 'বাইদেউ, আপুনি ঘৰলৈ গৈয়ে এছ পিক ফোন এটা কৰি দিব আৰু ঘটনাটো জনাব। নহ'লে জানেই নহয় আমাৰ পুলিচৰ কথা, টকা খাই গাড়ীখন এৰি দিব!...' মন্তব্য নিষ্প্ৰয়োজন। শেষত মোৰ অনুভৱ - মই যদি ঘটনাটোৰ লগে লগেই প্ৰতিবাদ-প্ৰতিকাৰ নকৰি বাতৰি কাকতত সবিশেষ লেখি, গাড়ীৰ নম্বৰ দি লেখাটোত সংশ্লিষ্ট কৰ্তৃপক্ষক প্ৰতিকাৰৰ বাবে আবেদন কৰিলোহেঁতেন— কাৰো নিশ্চয় গাই নলৰিলহেঁতেন।

— ২০০৫

